# ভাষা-বিজ্ঞান

ডঃ উপেন্দ্রনাথ গোস্বামী
গুৱাহাটী বিশ্ববিদ্যালয়




নিউ বুক ষ্টল
গুৱাহাটী—১

**Bhasha Vijnan** : A book on General Linguistics with some aspects of the Assamese language and its dialects by Dr. Upendranath Goswami, M. A., D. Phil., Reader in Assamese, Gauhati University and published by Sri Ratneswar Datta, New Book Stall, Gauhati-1. First published in 1964. Second revised edition 1970. Third revised edition 1976.

---

প্ৰকাশক :
শ্ৰীৰত্নেশ্বৰ দত্ত
নিউ বুক ষ্টল
গুৱাহাটী—১

প্ৰথম প্ৰকাশ ১৯৬৪ চন
দ্বিতীয় পৰিবৰ্ধিত সংস্কৰণ ১৯৭০ চন
তৃতীয় পৰিবৰ্ধিত সংস্কৰণ ১৯৭৬ চন

মূল্য : ১১·০০ টকা

বেটুপাত শিল্পী : শ্ৰীবিমল কুমাৰ সাহা
গুৱাহাটী বিশ্ববিদ্যালয়

ছপাশাল : পূৰ্বদেশ মুদ্ৰণ
বিহাবাৰী
গুৱাহাটী—৮

## অভিমত

**Suniti Kumar Chatterji**

*National Professor of India in Humanities*

Dear Dr. Goswami,

I received some days ago your book in Assamese, *Bhasha-Vijnan*. It is excellently written and it is comprehensive enough, and there was certainly a lack of such a book in Assamese (as in most of the other Indian languages). I am sure it will be very useful, and will meet a real *lacuna* in Assamese scientific literature. It was an excellent idea to give a full Anglo-Assamese glossary of linguistic terms, and that would be of help to other languages of India as well.

April 30, 1970

Yours sincerely

**Suniti Kumar Chatterji**

“যিজনে ভাষা কি বস্তু আৰু
ই কেনেকৈ ৰূপ ল’লে নাজানে,
তেওঁ নিজকে শিক্ষিত বুলি কোৱা
উচিত নহয় বুলি মই ভাবোঁ।”

মেক্সমুলাৰ

# আগ-কথা

১৯৬৩-৬৪ চন। এই সময়ত স্নাতক-মহলাত ভাষা-বিজ্ঞান সম্পৰ্কীয় নতুন পাঠ্যক্ৰমৰ প্ৰচলন হৈছে। সেই পাঠ্যক্ৰমৰ বাবে কোনো এখনো ইংৰাজী বা আন কিতাপত আটাইখিনি কথা পোৱা নোযোৱা কাৰণে ছাত্ৰ-ছাত্ৰীসকল অসুবিধাৰ সন্মুখীন হ'বলগীয়াত পৰে। এইবোৰ অসুবিধাৰ মাজত বিষয়টোৰ অধ্যাপনাৰ কাম চলাওঁতে বিজ্ঞানসন্মত ভাষা বিষয়ক প্ৰাথমিক কথা কেতবোৰৰ বিষয়ে অসমীয়া কিতাপ এখনৰ অভাৱ অনুভৱ কৰি ১৯৬৪ চনত ভাষা বিজ্ঞান নাম দি এই পুথিখন ৰচনা কৰা হয়। ইয়াত ভাষা-বিজ্ঞানৰ সূক্ষ্ম আৰু বিস্তৃত আলোচনাৰ পৰা বিৰত থাকি মূল কথা কিছুমানহে দিয়া হৈছিল। পুথিখনৰ সাধাৰণ মানুহেও যাতে সোৱাদ পায় আৰু ভাষা-বিজ্ঞানৰ প্ৰাৰম্ভিক ছাত্ৰ-ছাত্ৰীসকলৰ ভাষা-বিজ্ঞানৰ ক্ষেত্ৰত প্ৰৱেশ কৰাৰ সুবিধা হয় সেই বিষয়ত বিশেষ লক্ষ্য আছিল। (মানুহ মাত্ৰেই ভাষা কয় আৰু মানুহ মাত্ৰেই ভাষাৰ বিষয়ে মতামত দিয়ে)। পৰিশিষ্টত অসমীয়া ভাষা বিষয়ক কেইটামান আলোচনা দাঙি ধৰা হৈছিল। সেইবোৰত অসমীয়া ভাষাৰ চৰ্যাপদৰ লৈতে সম্বন্ধ, ব্ৰজবুলি ভাষা আৰু অসমীয়া ভাষাৰ বুৰঞ্জী সম্পৰ্কে কিছু নতুন কথাই ঠাই পাইছিল। পুথি-খনে আশানুপাতে পঢ়ুৱৈসকলৰ পৰা সঁহাৰি পায়। ইতিমধ্যে সহৃদয় বন্ধু-বান্ধৱসকলে কিতাপখনৰ ত্ৰুটি-বিচ্যুতি সম্পৰ্কে দুই-চাৰিটা মতামত আৰু পৰামৰ্শ আগ বঢ়ায়। অসমীয়া ভাষাত এই বিষয়ৰ এইখনেই প্ৰথম পুথি কাৰণে ইয়াক আৰু অলপ পূৰ্ণ ৰূপত দিবলৈ আমাৰো আগ্ৰহ বাঢ়ে। সেই হেতুকে দ্বিতীয় সংস্কৰণত বহুতো নতুন কথা সংযোগ কৰি আগৰখিনিৰো আৱশ্যকীয় পৰিৱৰ্তন ঘটাই শেষৰ পিনে সচৰাচৰ ব্যৱহাৰ কৰিবলগীয়া ভাষা-বৈজ্ঞানিক পৰিভাষাও সংযোগ কৰা হয়। যথা সময়ত পুথিখন শেষ হৈ যায়। এইবাৰ আগৰ ত্ৰুটি-বিচ্যুতিৰ বহুতখিনি আঁতৰাই নতুন

কথাও কিছুমান অন্তৰ্ভুক্ত কৰি তৃতীয় সংস্কৰণৰূপে পুথিখন আগ বঢোৱা হ'ল। আশা কৰোঁ পাঠকবৰ্গৰ পৰা যথাযোগ্য সঁহাৰি পোৱা হ'ব। এই বাৰো কিতাপখন ছপাই উলিওৱা কাৰণে নিউ বুক ষ্টলৰ কৰ্মকৰ্তা-সকললৈ শলাগ যাচিছোঁ।

গুৱাহাটী
১৯৭৬ চন

শ্ৰীউপেন্দ্ৰনাথ গোস্বামী

# সূচীপত্ৰ

## এক

## দুই



## তিনি



## চাৰি

## সঙ্কেত চিহ্ন আৰু সংক্ষিপ্ত ৰূপ

> এটাৰ পৰা হোৱা

< এটাৰ পৰা অহা

* কল্পিত, নিৰ্মিত ৰূপ

√ ধাতু

[ ] ধ্বনিসূচক

/ / বিশিষ্টধ্বনিসূচক

§ পৰিচ্ছেদ

| | |
|---|---|
| পু.অ. | = পুৰণি অসমীয়া |
| মা.অ. | = মান্য অসমীয়া |
| প.অ. | = পশ্চিম অঞ্চল |
| দ.অ | = দক্ষিণ অঞ্চল |
| ম.অ. | = মধ্য অঞ্চল |
| অস. | = অসমীয়া |
| কাম. | = কামৰূপী উপভাষা |
| হি. | = হিন্দী |
| ইং. | = ইংৰাজী |
| সং. | = সংস্কৃত |
| প্ৰা. | = প্ৰাকৃত |
| তু. | = তুলনা |
| পৰি. | = পৰিশিষ্ট |
| দ্ৰ. | = দ্ৰষ্টব্য |
| মঙল. | = মঙলদৈৰ উপভাষা |

# ভাষা-বিজ্ঞান

## এক

১ **ভাষা**: মানুহ সামাজিক প্ৰাণী, মানুহ বিচাৰ-বুদ্ধিসম্পন্ন প্ৰাণী, তাতোকৈ ডাঙৰ কথা মানুহ কথা-কোৱা প্ৰাণী। কথা বা ভাষাই মানুহক আন জীৱ-জন্তুৰ পৰা পৃথক কৰিছে। আন আন জীৱ-জন্তু বা চৰাই-চিৰিকতিৰ মাজত ইটোৱে মনোভাৱ সিটোক বুজাবলৈ যে একো মাধ্যম নাই এনে নহয়। সিহঁতেও ভোক, খং, শোক, দুখ আদি অনুভূতি আৰু জীৱনৰ প্ৰাথমিক অভাৱবোৰ বুজাবৰ কাৰণে কিছুমান মাত মাতে। কোনো বিপদ উপস্থিত হ'লে হৰিণা আৰু কিছুমান চৰাইয়ে চিঞৰি চিঞৰি আনবোৰক বিপদৰ আগজাননি দিয়ে। মৌমাখিবোৰে এক বিশেষ ধৰণৰ গতিৰ (নাচ) দ্বাৰা ইটোৱে সিটোক মৌ থকা ঠাইৰ সম্ভেদ জনায়। জীৱ-জন্তুবোৰৰ মনোভাৱ প্ৰকাশৰ বাবে ব্যৱহাৰ কৰা মাত বা গতিৰ কিন্তু কোনো নতুনত্ব দেখা নাযায়। চিৰকাল সিহঁতে একে ধৰণে মনোভাৱ ব্যক্ত কৰি আহিছে। দুই এবিধ জন্তু বা চৰায়ে কোনো এবিধ শিকোৱা কথা বা কাম হুবহু ক'ব নাইবা কৰিবও পাৰে। কিন্তু সিহঁতে শিকোৱা কথাকেইটাৰ বাহিৰে আন কোনো কথা নিজৰ পিনৰ পৰা উদ্ভাৱন কৰি প্ৰকাশ কৰিব নোৱাৰে। উদাহৰণ স্বৰূপে কুকুৰে মাত্ৰ তিনি-চাৰি প্ৰকাৰৰ ভিন্ন মাত মাতিব পাৰে আৰু সেইকেইটাৰে এটা কুকুৰে আন এটাৰ হতুৱাই কাম কৰাবও পাৰে। ভাটৌৱে কুকুৰতকৈ অলপ বেছি মাত মাতিব পাৰে। কিন্তু বিভিন্ন ধ্বনিৰ নিজৰ পিনৰ পৰা প্ৰত্যুত্তৰ দিব নোৱাৰে। মানুহে হ'লে বিবিধ ধৰণৰ অসংখ্য ধ্বনি মুখেৰে উচ্চাৰণ কৰি সেইবোৰৰ সংযোগৰ দ্বাৰা নৱ-নৱৰূপে মনোভাৱ ব্যক্ত কৰিব পাৰে। মানুহে দেখা বা কল্পনা কৰা যি কোনো এটা বিষয়ে ক'ব পাৰে, নতুন নতুন শব্দ বা বাক্যাংশৰ সৃষ্টি কৰিব

পাৰে, আন ভাষাৰ পৰাও নতুন শব্দ বা বাক্যাংশ ধাৰ কৰিব পাৰে আৰু এইদৰে সময়ত আৱশ্যক হোৱা মনোভাৱ প্ৰকাশ কৰিবলৈ মানুহ সমৰ্থ হয়। জীৱ-জন্তুৱে মনোভাৱ প্ৰকাশ কৰিবলৈ ব্যৱহাৰ কৰা মাতত কোন নতুনত্ব নাই। মানুহে হ'লে সদায় নতুন নতুন ধৰণেৰে ধ্বনি-সংযোগৰ ব্যৱহাৰৰ দ্বাৰা মনোভাৱ ব্যক্ত কৰি আছে। মানুহে ব্যৱহাৰ কৰা প্ৰায় প্ৰতিটো বাক্যই নতুন, প্ৰায় 'প্ৰতিটো বাক্যই আগতে ব্যৱহাৰ নকৰা বাক্য'। তদুপৰি ভাষাৰ মাধ্যমেৰে মানুহৰ উপলব্ধ জ্ঞান ভৱিষ্যতলৈ সংৰক্ষিত হয়। পৰৱৰ্তী যুগৰ মানুহে সেই বাবে পূৰ্বৱৰ্তী যুগৰ কোনো বিষয়ে জ্ঞান লাভ কৰিবলৈ প্ৰথমৰ পৰা আৰম্ভ কৰিবলগীয়া নহয়। ভাষাৰ ব্যৱহাৰে মানুহক জীৱ-জগতত অদ্বিতীয় স্থান লাভ কৰাৰ সু ৱিধা দান কৰিছে। ভাষাৰ ব্যৱহাৰৰ আৰম্ভণিৰ পৰাহে মানৱ জাতি মানৱৰ শাৰীলৈ উঠিছে।

১.১ মানুহৰ বাক-শক্তিৰ পিছত আন এটা শক্তি লুকাই আছে। সি হৈছে ভৱা-শক্তি। ভাৱ নহ'লে ভাষা নোলায় আৰু ভাষা নহ'লে ভাৱ প্ৰকাশ কৰিব নোৱাৰি। গ্ৰীকসকলে এই দুয়োটা শক্তিক 'লোগছ' বুলিছিল। যাৰ এই দুবিধ শক্তি নাই তাতেই তেওঁলোকে 'অলোগা শব্দ ব্যৱহাৰ কৰিছিল আৰু সিয়ে জন্তু বুজাইছিল।[১] এইখিনিতে এটা মন কৰিবলগীয়া কথা আছে। ভাৱ আৰু ভাষাৰ লগত এটা সম্পৰ্ক আছে যদিও অতি সূক্ষ্মভাৱে চালে ভাষা নথকাতো ভাৱৰ সৃষ্টি হ'ব পাৰে। বহু সময়ত আমি মনৰ কোনো এটা ভাৱক প্ৰকাশ কৰিবলৈ বিচাৰোঁ। কিন্তু সেই ভাৱ প্ৰকাশ কৰিবলৈ ভাষা নাই বুলিও কওঁ। ইয়ে ভাষাৰ অনুপস্থিতিত ভাৱৰ স্থিতিৰ কথা প্ৰমাণ কৰে। ঠিক তেনেকৈ কোনো শিল্পীয়ে তেওঁৰ কোনো এটা মূৰ্তিৰ গঢ় দিওঁতে যি ভাৱৰ উদয় হয় সেইটো ভাষাৰ দ্বাৰা চালিত হয় বুলি ক'ব নোৱাৰি। ইপিনে আকৌ এই কথাটোও সত্য যে কোনো এটা বিষয়ে যদি লেখিব বা ক'বলগীয়া হয়, সেই বিষয়টোৰ বিষয়ে মনত এটা স্পষ্ট ধাৰণা বা ভাৱৰ উদয় হ'লেহে তাক ভালদৰে লেখিব পাৰি বা ক'ব পাৰি। তেতিয়া সেই বিষয়ৰ ভাৱৰ প্ৰকাশৰ উপযুক্ত ভাষা আপোনা-আপুনি ওলায়। কিছুমান অমূৰ্ত ভাৱক

১. Taraporewala, I. J. S. *Elements of the Science of Language 1951, Section 2*

ভাষাৰ ৰূপত প্ৰকাশ কৰাৰ ফলতহে সেই ভাৱবোৰ বুজাত কিছু সহায় হয়। 'মেজ' বুলি ক'লে আমাৰ মনলৈ বস্তুটোৰ সম্পৰ্কে যিটো ধাৰণা আহে 'ন্যায়' বুলি ক'লে ঠিক একে ধৰণে 'ন্যায়'ৰ সম্পূৰ্ণ ৰূপটো প্ৰকাশ নহ'লেও কিছু প্ৰকাশ হয়। কোনো এটা ভাষাৰ গঠন-প্ৰণালীয়ে মানুহৰ ভাৱক নিয়ন্ত্ৰণ কৰে নে নাই এই প্ৰশ্নটোৰ উত্তৰতো ইয়াকে ক'ব পাৰি যে বিভিন্ন ভাষাৰ গঠন-প্ৰণালী স্বকীয়া যদিও সিয়ে ভাৱৰ সৃষ্টিত বিশেষ অৰিহণা নোযোগায়। এটাতকৈ অধিক ভাষা জনা লোকে একে মনোভাৱক তেওঁ জনা ভাষাবোৰৰ মাধ্যমেৰে প্ৰকাশ কৰোঁতে একো অসুবিধা নহয়।

১.২ কোনো বিশেষ পৰিস্থিতিত মানুহে কিছুমান স্পষ্ট ধ্বনি উচ্চাৰণ কৰে আৰু তাৰ লগৰীয়াসকলে সেই ধ্বনিবোৰ শুনি উপযুক্ত প্ৰত্যুত্তৰ দিয়ে। অৰ্থাৎ মানুহৰ ভাষাত "বিভিন্ন ধ্বনিৰ বিভিন্ন অৰ্থ আছে। কোনো ধ্বনি আৰু কোনো অৰ্থৰ মাজত থকা সংযোগৰ অধ্যয়নেই হৈছে কোনো ভাষাৰ অধ্যয়ন"।[২] ইয়াক এনে ধৰণেও ক'ব পাৰি যে উচ্চাৰিত ধ্বনি-প্ৰতীকৰ সহায়েৰে ভাৱৰ পূৰ্ণ অভিব্যক্তিৰ নাম ভাষা। নতুবা কোনো জনসমষ্টিয়ে প্ৰণালীবদ্ধ আৰু যাদৃচ্ছিক স্পষ্ট ধ্বনি-প্ৰতীকৰ দ্বাৰা পৰস্পৰে সহযোগিতা কৰি দৈনন্দিন জীৱনৰ কাৰ্য চলোৱা প্ৰথাৰ নাম ভাষা (ক)। ভাষাৰ এটা প্ৰণালী আছে। সেই প্ৰণালী হৈছে প্ৰতীকৰ প্ৰণালী। প্ৰতীক মানে ধ্বনিৰ প্ৰতীক। আন প্ৰতীকেৰে, যেনে, শাৰীৰিক অঙ্গী-ভঙ্গী, ছবি, পতাকা আদিৰ জৰিয়তেও মানুহে মনৰ ভাৱ প্ৰকাশ কৰিব পাৰে; কিন্তু সেইবোৰক ভাষাৰ ভিতৰত ধৰা নহয়। প্ৰতীক মানে ধ্বনি-যন্ত্ৰৰ (§ ১১৮) সহায়েৰে উচ্চাৰিত ধ্বনি-প্ৰতীকহে বুজিব লাগিব। এই ধ্বনি-প্ৰতীকবোৰ আকৌ যাদৃচ্ছিক। অৰ্থাৎ স্পষ্ট ধ্বনিৰ কোনো স্বকীয়া অৰ্থ নাই। যদি সেয়ে হ'ল হেঁতেন, তেনেহ'লে জগতৰ সকলো ভাষা এটা ভাষাই হ'ল হেঁতেন। কিন্তু বেলেগ বেলেগ ভাষাত একেটা বস্তুকে বুজাবলৈ বিবিধ স্পষ্ট ধ্বনি বা ধ্বনি-সংযোগৰ ব্যৱস্থা আছে। উদাহৰণ স্বৰূপে

---

২ Bloomfied : *Language*, 1050, p. 27

(ক) "'A language is a system of arbitrary vocal symbols by which members of a social group co-operate and interact'—Sturtevant

অসমীয়াত কুকুৰ বুজোৱা জন্তুটো বুজাবলৈ ক-উ-ক-উ-ৰ এই পাঁচোটা ধ্বনিৰ ব্যৱহাৰ হৈছে, ইংৰাজীত দ-অ-গ এই তিনিটা ধ্বনি ব্যৱহাৰ হৈছে আৰু অসমীয়াত ব্যৱহাৰ হোৱা এটা ধ্বনিও ইংৰাজীত ব্যৱহাৰ হোৱা নাই। ইয়াৰ নামেই যাদৃচ্ছিক। জগতৰ বিভিন্ন ঠাইৰ মানুহে স্বকীয়া স্বকীয়া ধ্বনি উচ্চাৰণ কৰি মনৰ ভাৱ ব্যক্ত কৰে আৰু এনেকৈ বেলেগ বেলেগ ভৌগোলিক পৰিৱেশত বেলেগ বেলেগ ভাষাৰ সৃষ্টি হয়। এইখিনিতে এটা কথা মন কৰিব পাৰি যে ভাষা কোনো এটা স্বাভাৱিক বৃত্তি নহয়, ই এটা আয়ত্ত কৰা সাংস্কৃতিক কাৰ্য। এডৱাৰ্ড ছাপিৰে ইয়াক বুজাবলৈ ভাষাৰ লগত মানুহৰ খোজ কঢ়া কাৰ্যৰ ৰিজনি দেখুৱাইছে : সমাজৰ পৰা আঁতৰাই আনি কোনো শিশুক ডাঙৰ কৰিলে সি সময়ত কোনোৱে শিকাই নিদিয়াকৈ খোজ কাঢ়িবলৈ ল'ব, কিন্তু সি কেতিয়াও ভাষা ক'বলৈ নলয়।[৩]

২ ভাষাৰ ক্ষেত্ৰত এইকেইটা কথা বিশেষভাৱে মন কৰিবলগীয়া :

(ক) বক্তাৰ ভাৱ শ্ৰোতাৰ ওচৰলৈ প্ৰেৰণ কৰা ভাষাৰ প্ৰধান কাম। ইয়াৰ কাৰণে কেইবাটাও বস্তুৰ আৱশ্যক। প্ৰথমতে দৰ্কাৰ চেতনাৰ। অচেতন বস্তুৱে একো নুবুজে আৰু একো ক'বও নোৱাৰে। বেৰ এখনে কথা নকয়, কাৰণ তাৰ চেতনা নাই। চেতনা থাকিলেও বুদ্ধি নহ'লে কাম নচলে। গৰুৰ চেতনা আছে ; কিন্তু বুদ্ধি নাই। গতিকে সি ভাষা-হীন। চেতনাৰ লগত বুদ্ধি থকা হেতুকে মানুহে ভাষা প্ৰয়োগ কৰে। কিন্তু মানুহেও যেতিয়ালৈকে ইচ্ছা নকৰে তেতিয়ালৈকে কথা নক'ব পাৰে। কথা কোৱাৰ ইচ্ছা মনৰ কাম। কথা ক'বলৈ ইচ্ছা কৰিলেও ভিতৰৰ শ্বাস-বায়ুক বাহিৰলৈ ওলাবলৈ নিদিলে ধ্বনি উৎপন্ন নহয়। ধ্বনি উৎপন্ন নহলে ধ্বনি আৰু ধ্বনি-সংযোগৰ ফলত মনোভাৱ ব্যক্ত নহয়। সেই কাৰণে ভাষা সৃষ্টি হ'বলৈ আত্মা, বুদ্ধি, মন আৰু বায়ুৰ নিতান্ত আৱশ্যক। যাৰ এইকেইটাৰ ভিতৰত এটা বা অধিক উপাদানৰ অভাৱ, সি ভাষাৰ পৰা বঞ্চিত। এই চাৰিওটা উপাদানেৰে সমৃদ্ধ একমাত্ৰ জীৱ হৈছে মানুহ।[৪]

(খ) ভাষাৰ প্ৰয়োগ কোনো এখন সমাজত হয়। ভিন্ন সমাজত ভিন্ন ভাষাৰ প্ৰয়োগ চলে। ইংৰাজী ভাষা চলা সমাজখনত 'অসমীয়া ভাষা'ই ভাষাৰ কাৰ্য সম্পাদন কৰিব নোৱাৰে।

৩ Sapir, E. : *Language* 1949, pp. 3—4
৪ শৰ্মা, দেবেন্দ্ৰ নাথ : ভাষা-বিজ্ঞান কী ভূমিকা, ১৯৬১ পৃষ্ঠা ১৪

(গ) ভাষাৰ এটা প্ৰণালী আছে (§ ৩৪-৩৭); নহ'লে মানুহে তাক বুজি নাপাব।

(ঘ) ভাষাৰ আধাৰ ধ্বনি-প্ৰতীক। অৰ্থাৎ প্ৰত্যেক শব্দৰ ধ্বনিবোৰে কোনো বস্তু বা ভাৱৰ প্ৰতীকৰূপে কাম কৰে। প্+আ+ন্+ঈ এই চাৰিটা ধ্বনি মিলি পানীৰ প্ৰতিনিধিত্ব কৰিছে। ইহঁতৰ প্ৰয়োগৰ দ্বাৰা পানীৰ অৰ্থ ব্যক্ত কৰিব পাৰি আৰু আনে তাক বুজি পায়।

(ঙ) ধ্বনি-প্ৰতীকবোৰ কিন্তু যাদৃচ্ছিক। অৰ্থাৎ ধ্বনি আৰু অৰ্থৰ মাজত কোনো সহজাত সম্পৰ্ক নাই। এই সম্বন্ধ মানি লোৱা সম্বন্ধহে (§ ১.২)।

(চ) ধ্বনিবোৰ আকৌ ধ্বনি-যন্ত্ৰৰ সহায়েৰে উচ্চাৰিত হোৱাটো দৰকাৰ। অন্য উপায়েৰে উচ্চাৰিত ধ্বনিৰ দ্বাৰা ব্যক্ত ভাৱক ভাষাৰ ভিতৰত ধৰা নহয়। এই পিনৰ পৰা চালে ঘণ্টাৰ কোব, হাত-চাপৰি আদিক ভাষাৰ ভিতৰত পেলাব নোৱাৰি।

(ছ) ভাষাৰ ধ্বনি প্ৰতীকবোৰ ৰূঢ় অৰ্থাৎ কোনো এটা বিশেষ অৰ্থতহে সিহঁত ব্যৱহৃত হয়। অসমীয়া ভাষাত আগৰ পৰা 'গছ' শব্দটো চলি আহিছে। তাকে শুনি বৰ্তমানত ওপজা শিশুৱেও গছক গছ বুলিব। সি তাৰ নাম গছ কিয় হ'ল সেই প্ৰশ্ন নকৰে। "তৰ্কহীন প্ৰয়োগ-প্ৰৱাহেই ৰূঢ়ি।" কোনো এটা ভাষাৰ ধ্বনি-প্ৰতীকবোৰ মুখ্যতঃ ৰূঢ়হে হয়।

৩ ভাষা শব্দটো সংস্কৃত ভাষ্ ধাতুৰ পৰা সিদ্ধ। তাৰ অৰ্থ হৈছে 'ব্যক্ত বাণী'। ব্যক্তবাণীৰ অৰ্থ হ'ল স্পষ্ট আৰু পূৰ্ণ অভিব্যঞ্জনা। সি আকৌ উচ্চাৰিত বাচিক ভাষাতহে সম্ভৱ। কাৰণ তাত সূক্ষ্মতকৈও সূক্ষ্ম অৰ্থবোধক অনন্ত ধ্বনি-প্ৰতীক থাকে। গতিকে ভাষা শব্দৰ প্ৰয়োগ মানুহৰ ভাষাৰ ক্ষেত্ৰতহে প্ৰযোজ্য, ভাৱ-প্ৰকাশৰ আন মাধ্যমৰ ক্ষেত্ৰত নহয়। ৰাস্তাৰ ৰঙা লাইট, নাবিকৰ নিছান, টেলিগ্ৰামৰ টক্ টক্ শব্দ, পুলিছৰ হুইচেল আদিক ভাষাৰ ভিতৰত পেলাব নোৱাৰি। ভাষাৰ দুটা প্ৰধান কালৰ এটা ধ্বনন আৰু আনটো শ্ৰৱণ। ব্লুমফিল্ডে ইয়াক উদ্দীপনা আৰু প্ৰতিক্ৰিয়া বুলি অভিহিত কৰিছে। এটা সাধাৰণ ঘটনাৰ দ্বাৰা তেওঁ কথাটো বুজাইছে: জেক আৰু জিল এদিনাখন ফুৰিবলৈ গৈছিল। জিলৰ ভোক লাগিল। তাই গছত এটা আপেল দেখিলে। তেতিয়া তাই ধ্বনি-যন্ত্ৰৰ সহায়েৰে কিবা ধ্বনি উচ্চাৰণ কৰিলে। জেকে গছত উঠি আপেলটো

আনি দিলে। জিলৰ ভোক লগা, আপেলটো তাইৰ চকুত পৰা, জেক ওচৰত থকা, জিলৰ ধ্বনি উচ্চাৰণৰ আগতে হোৱা এই পৰিস্থিতিখিনিক উদ্দীপনা বুলিব পাৰি। জিলৰ দ্বাৰা ধ্বনি উচ্চাৰণৰ পাছত জেকৰ কাৰ্যৰ মূলত হ'ল জিলৰ ধ্বনিৰ প্ৰতিক্ৰিয়া। এইদৰে মানুহে সকলো ক্ষেত্ৰতে স্পষ্ট ধ্বনিৰ জৰিয়তে ইজনে সিজনৰ লগত সহযোগিতা কৰি দৈনন্দিন জীৱনৰ কাৰ্য চলায়। এই পদ্ধতিক ভাষা বোলা হয়। ইয়াতে এটা প্ৰশ্ন উদয় হ'ব পাৰে। স্বগতোক্তি ভাষাৰ ভিতৰত নে বাহিৰত? এপিনৰ পৰা চাবলৈ গ'লে স্বগতোক্তিত বক্তা আৰু শ্ৰোতাৰ নাইৱা ধ্বনন আৰু শ্ৰৱণৰ সহযোগিতা নহয় কাৰণে তাক ভাষাৰ অন্তৰ্গত নহয় বুলি ক'ব পাৰি। কিন্তু কোনো কোনোৱে ক'বলৈ বিচাৰে যে স্বগতোক্তিত কোনো ব্যক্তিৰ দুটা ৰূপ প্ৰকাশিত হয়, এপিনৰ পৰা তেওঁ বক্তা আৰু আন পিনে তেওঁ শ্ৰোতা। স্বগতোক্তিৰ জৰিয়তে কোনো ব্যক্তিয়ে তেওঁৰ ভাৱধাৰাক স্পষ্ট ৰূপ দিবলৈ যত্ন কৰে। এইদৰে ভাবিলে স্বগতোক্তিক ভাষাৰ ভিতৰত ধৰিব পাৰি। কিন্তু ধ্বনন আৰু শ্ৰৱণৰ সহায়েৰে ইজনে সিজনৰ মনোভাৱ ব্যক্ত কৰি সহযোগিতা কৰাকে সচৰাচৰ ভাষা আখ্যা দিয়া হয়।

৪ **উপভাষা:** কোনো ভৌগোলিক পৰিৱেষ্টনৰ কোনো জনসমষ্টিৰ কোনো এটা ভাষাৰ প্ৰতি লক্ষ্য কৰিলে এটা কথা দেখা যায় যে সেই পৰিৱেষ্টনৰ সকলো ঠাইতে ভাষাটো একে ৰূপৰ নহয়। বিশেষকৈ কোনো ভৌগোলিক পৰিৱেষ্টন যদি বিস্তৃত হয়, তেনেহ'লে তাৰ বেলেগ বেলেগ অঞ্চলত ভাষাটোৰ কিছুমান স্বকীয় ৰূপৰ সৃষ্টি হয়। অৰ্থাৎ এটা অঞ্চলৰ ভাষা আৰু আন এটা অঞ্চলৰ ভাষাৰ মাজত ধ্বনি, ধ্বনি-সংযোগ বা ৰূপ আৰু শব্দমালাৰ নানা পৰিৱৰ্তনে দেখা দিয়ে। ভাষাৰ এনে আঞ্চলিক ৰূপক উপভাষা বোলে। উপভাষা সৃষ্টিৰ মূল কাৰণ হৈছে মানুহৰ মাজত আহ-যাহ বা যোগাযোগৰ অভাৱ। নানা কাৰণত দুটা অঞ্চলৰ মানুহৰ মাজত যোগাযোগৰ অভাৱ ঘটিব পাৰে। কেতিয়াবা প্ৰাকৃতিক বস্তুৱেও এই ক্ষেত্ৰত সহায় কৰে; যেনে, ডাঙৰ নৈ, ডাঙৰ হাবি, ডাঙৰ পাহাৰ ইত্যাদি। কিন্তু প্ৰাকৃতিক বাধাতকৈ সামাজিক বাধাহে উপভাষা-সৃষ্টিৰ কাৰণে বেছি প্ৰভাৱশালী। কোনো ভৌগোলিক পৰিৱেষ্টনৰ বেলেগ বেলেগ অঞ্চল যদি বেলেগ বেলেগ শাসনৰ অধীন হয়, তেতিয়া-হ'লে এটা অঞ্চলৰ মানুহৰ আন অঞ্চলৰ মানুহৰ সৈতে যোগাযোগৰ অসুবিধা

হয়। যিবোৰ মানুহৰ মাজত পৰস্পৰে মিলা-মিচা, অহা-যোৱা, বিয়া বাক আদি আদান-প্ৰদানৰ সা-সুবিধা থাকে সেইবোৰ মানুহৰ ভাষাৰ আঞ্চলিক ভেদবোৰ ঘঁহনি খাই নাইকিয়া হ'বলৈ উপক্ৰম কৰে আৰু ভাষাই একেটা গঢ় ল'বলৈ সুবিধা পায়। একে শাসন আৰু একে ধৰ্মৰ ভিতৰুৱা লোকৰ মাজতো পৰস্পৰে সম্বন্ধ ৰখাৰ সুবিধা হয় আৰু এনে পৰিস্থিতিত ভাষাই এটা সাজ গ্ৰহণ কৰে।

৫ ভাষাৰ মাজত সদায় দুটা প্ৰবৃত্তিয়ে ওলোটা-উলটিভাৱে কাম কৰা দেখা যায়। এটা হৈছে ভাষাৰ খণ্ড খণ্ড বা আঞ্চলিক ৰূপৰ সৃষ্টি আৰু আনটো হৈছে অখণ্ড ৰূপৰ সৃষ্টি। ওপৰত উল্লেখ কৰা কাৰণবোৰৰ বশৱৰ্তী হৈ কোনো এটা ভাষাৰ খণ্ড ৰূপ কিছুমানৰ সৃষ্টি হয় সঁচা; কিন্তু আনহাতে ভাষাৰ অখণ্ডতা ৰক্ষা কৰিবলৈও কিছুমান কথাই সহায় কৰে। তাৰ ভিতৰত প্ৰথম হ'ল যাতায়াতৰ সা-সুবিধা। ডাঙৰ আলিবাট থাকিলে বেলেগ বেলেগ অঞ্চলৰ মানুহৰ মিলা-মিচা কৰাত অসুবিধা নহয়। নাও-জাহাজেৰে পাৰ হ'ব পৰা নৈ থাকিলেও মানুহৰ চলাচলত ব্যাঘাত নজন্মে। যুদ্ধয়ো ভাষাৰ সমৰূপতা লাভত অৰিহণা যোগায়; কিয়নো যুদ্ধৰ সময়ত বিশেষকৈ সেনা-বাহিনীত সকলো অঞ্চলৰ লোকৰ সমাৱেশ ঘটে। কোনো অঞ্চলত যদি বছৰেকত ডাঙৰ মেলা বা উৎসৱ আদি অনুষ্ঠিত হয়, তেতিয়াহ'লে ভিন্ন ভিন্ন অঞ্চলৰ লোকৰ সংমিশ্ৰণৰ সুবিধা হয়। ভাষাৰ আঞ্চলিক বিভিন্নতা হ্ৰাস কৰাৰ এটা ডাঙৰ উপায় হৈছে বিয়া-বাৰু। দৰা-কইনা ভিন্ন অঞ্চলৰ হ'লে ল'ৰা-ছোৱালীয়ে এটা সমিল-মিলৰ ভাষা ক'বলৈ শিকিব; কাৰণ মাক-বাপেকে সচৰাচৰ মাতৃভাষাকে ব্যৱহাৰ কৰিব। ল'ৰা-ছোৱালীবোৰ অৱশ্যে যিটো পৰিৱেশত ডাঙৰ হয় আৰু বিশেষকৈ লগৰীয়াবোৰে যিটো ভাষা কয় সেইটোৰ দ্বাৰাও প্ৰভাৱান্বিত হ'ব। কোনো ঠাইত কোনো ধাৰ্মিক অনুষ্ঠান, ধাৰ্মিক উৎসৱ, প্ৰসিদ্ধ মঠ-মন্দিৰ আদি থাকিলে আৰু সেইবোৰত বেলেগ বেলেগ অঞ্চলৰ লোকৰ সমাবোহ হ'লে ভাষাৰ সমৰূপতা গ্ৰহণত বৰঙণি যোগোৱা হয়। আনহাতে কোনো ঠাইৰ সাহিত্যিকে যেতিয়া কোনো অঞ্চলৰ ভাষাৰ মাধ্যমেৰে সাহিত্য ৰচনা কৰে, তেতিয়া আন অঞ্চলৰ লোকে সেই ৰূপটোক আদৰ্শ ৰূপ হিচাপে জ্ঞান কৰে আৰু তাৰ অনুকৰণ কৰিবলৈ লয়। এইদৰেও আঞ্চলিক ভেদবোৰ কমি যোৱাৰ উপক্ৰম কৰে। লেখকসকলৰ

উপৰি নাট্যকাৰ আৰু জনপ্ৰিয় গায়কসকলৰ ভাষাৰ অনুকৰণে ভাষাৰ সমৰূপতা-বৃদ্ধিত সহায় কৰে। ভাষাৰ সমৰূপতা-ৰক্ষাত বিশেষৰূপে সহায় কৰে কোনো ঠাইৰ কেন্দ্ৰস্থলত অৱস্থিত শাসনব্যৱস্থাই। কেন্দ্ৰীয় শিক্ষা-অনুষ্ঠান, স্কুল-কলেজ, বিশ্ববিদ্যালয় আদিয়েও যথেষ্ট সহায় আগবঢ়ায়, কিয়নো এইবোৰত বিভিন্ন অঞ্চলৰ উঠি অহা ল'ৰা-ছোৱালী, ডেকা-গাভৰুৱে একেলগে থাকি এটা সামূহিক জীৱন যাপন কৰে। শিক্ষা-দীক্ষাৰ যিমানেই প্ৰচাৰ হয়, মানুহৰ চলা-ফুৰাৰ সা-সুবিধা যিমানেই বাঢ়ে, সিমানেই ভাষাৰ আঞ্চলিক বিভিন্নতা হ্ৰাস পোৱাৰ সম্ভাৱনাও বাঢ়ে, কাৰণ মানুহে ভাষাৰ এনে এটা ৰূপ ব্যৱহাৰ কৰিবলৈ লয় যিটো নেকি প্ৰায় সকলো অঞ্চলৰ মানুহে সহজতে বুজিব পাৰে। ডাঙৰ চহৰ আদিৰ নিৰ্মাণে বিভিন্ন লোকক একেলগে থাকিবলগীয়া কৰি তোলাৰ ফলত ভাষাৰ সমৰূপতা বাঢ়ে। ৰেডিঅ', বাতৰি-কাকত আৰু আলোচনী আদিৰ বৰঙণিও এই ক্ষেত্ৰত মন কৰিবলগীয়া।

৬ ভাষাৰ খণ্ড ৰূপৰ সৃষ্টিত সহায়কাৰী পৰিস্থিতিতকৈ ভাষাৰ অখণ্ডতাৰ সৃষ্টিত সহায়কাৰী শক্তিৰ মাত্ৰা বেছি। গতিকে কোনোৱে ভাবিব পাৰে যে যিমানেই শিক্ষা-দীক্ষা, যাতায়াতৰ সা-সুবিধাৰ মাজেৰে সভ্যতাৰ অগ্ৰগতি হ'ব; সিমানেই কোনো ঠাইৰ ভাষাৰ আঞ্চলিক ভেদবোৰ নাইকিয়া হ'ব। কিন্তু ভাষা বিষয়ক কথাত ইমান সহজে মন্তব্য দিব নোৱাৰি। সভ্যতাৰ অগ্ৰগতিত ভাষাই সমৰূপতাৰ ফালে খোজ ল'ব লাগে। কিন্তু কোনো অঞ্চলৰ লোকে নিজৰ আঞ্চলিক ভাষাটোক লৈ গৌৰব অনুভৱ কৰিব পাৰে। সেই ভাষাৰ ঐতিহাসিক মূল্যও যথেষ্ট থাকিব পাৰে। তেতিয়াহ'লে সেই অঞ্চলৰ মানুহে নিজৰ উপভাষাটোৰ সংৰক্ষণ আৰু পৰিৱৰ্ধনৰ ব্যৱস্থা কৰিব। জগতত এনে ঘটনা অনেক ঠাইতে ঘটিছে।

৭ ভাষাৰ অখণ্ডতা ৰক্ষাৰ বাবে দায়ী উপাদানবোৰৰ সহযোগত উপভাষাৰ অৱস্থা শোচনীয় হৈ উঠে আৰু সি যেতিয়া একেবাৰে নিম্ন শ্ৰেণীৰ লোকৰ মাজতহে আবদ্ধ হয়গৈ তেতিয়া সি লাহে লাহে মৃত্যুৰ মুখত পৰে। এনেকুৱা অৱস্থাপ্ৰাপ্ত উপভাষাক 'পাটোই' (Patois) বোলে। কিন্তু যিটো উপভাষাই এনে অৱস্থা পোৱা নাই, য'ত মানুহবোৰে নিজৰ উপভাষাটোক হেয় বুলি নাভাবে আৰু তাৰ সম্প্ৰসাৰণৰ বাবে সচেতন হয় তাক 'পাৰ্লে' (Parler) বোলা হয়। বৈজ্ঞানিক দৃষ্টিভঙ্গীৰে চালে

উপভাষাৰ মৃত্যুটো দুখজনক। মান্যভাষাত নথকা বহুতো পুৰণি কথা যে উপভাষাত সংৰক্ষি' হয় সেইটো সঁচা। সেইবোৰৰ অনুসন্ধান, মান্য-ভাষা আৰু উপভাষাৰ মাজৰ পাৰ্থক্য আদিৰ আলোচনাৰ আলমত ভাষা-বিজ্ঞানীয়ে ভাষাটোৰ সামগ্ৰিক ৰূপটোৰ বিষয়ে নতুন তথ্য উদ্‌ঘাটন কৰিবলৈ সমৰ্থ হয়। "উপভাষাবোৰৰ বিস্তৃত অধ্যয়ন নোহোৱালৈকে কোনো এটা ভাষাৰ অনুসন্ধান সম্পূৰ্ণ নহয় বুলি আমি নিঃসংকোচে ক'ব পাৰোঁ।"[৫]

৮ উপভাষাৰ ভিতৰত কেতিয়াবা কোনো এটা উপভাষাই ৰাজনৈতিক, সামাজিক বা ধাৰ্মিক কাৰণবশতঃ প্ৰাধান্য লাভ কৰে। অৰ্থাৎ কোনো এসময়ত এডোখৰ ঠাইৰ কোনো এটা অঞ্চলত কিছুমান প্ৰভাৱশালী নেতা, সাহিত্যিক, সমাজ-সংস্কাৰক বা ধৰ্মপ্ৰচাৰকে জন্ম লাভ কৰি সেই অঞ্চলৰ উপভাষাৰ মাধ্যমেৰে নিজৰ মতামত দাঙি ধৰে বা গ্ৰন্থ-পাতি ৰচনা কৰে, নাইবা কোনো এক অঞ্চলত ৰাজধানী স্থাপন হয় আৰু গোটেইখন ঠাইৰ শাসন-পদ্ধতি সেই অঞ্চলৰ ভাষাৰ মাধ্যমেৰে চলে। সময়ত সেই উপভাষাটোৰ ওপৰত ভিত্তি কৰি আন কিতাপ-পত্ৰ ৰচনা কৰা হয়, বাতৰি-কাকত, আলোচনী আদি চলোৱা হয়, স্কুল-কলেজৰ জৰিয়তে আন অঞ্চলতো তাক শিকোৱা হয়, ৰেডিঅ'ত সেই ভাষাৰেই বাতৰি প্ৰচাৰ কৰা হয় আৰু ৰাজহুৱা সভা-সমিতি আদিতো ব্যৱহাৰ কৰা হয়। এইদৰে সাংস্কৃতিক কাৰণত প্ৰাধান্য পোৱা বা মৰ্যাদা বঢ়া উপভাষাটোক মান্যভাষা বা সংক্ষেপতে ভাষা নাম দিয়া হয়। গতিকে ভাষা মানে সাধাৰণ অৰ্থত কোনো এডোখৰ ঠাইৰ মৰ্যাদাপ্ৰাপ্ত উপভাষা এটাক বুজায়। "আন উপভাষা কোৱা লোকসকলৰ ওপৰত যিটো উপভাষা প্ৰসাৰিত হয় তাৰ নাম মান্যভাষা।[৬]

৮.১ এটা উপভাষাই মৰ্যাদা পোৱাৰ পিছত সেই উপভাষাটোত ব্যৱহাৰ হোৱা শব্দ, শব্দৰ প্ৰয়োগ, বাক্য বা বাক্যাংশ, জতুৱা ঠাচ, অৰ্থাৎ সেই উপভাষাটো মানুহবোৰে যেনে ধৰণে কয়, সেই ধৰণবোৰ মানি লোৱা হয় আৰু সেইবোৰ শুদ্ধ বা ভাল বুলি এটা ধাৰণা ওপজে। বৈজ্ঞানিক দৃষ্টিৰে চালে কিন্তু কোনো উপভাষাই শ্ৰেষ্ঠ, শুদ্ধ বা ভাল আৰু কোনো উপভাষাই নিম্ন, অশুদ্ধ বা বেয়া নহয়। সকলো উপভাষাৰ সমান

৫ Gray, L. H. *Foundations of Language* 1950, p.30
৬ Sturtevant : *Linguistic Change* 1962, p. 157

মূল্য। শুদ্ধ মানে সামাজিক কালৰ পৰা গ্ৰহণীয় বা সুযোগ পাই মৰ্যাদা বঢ়া কথাটোহে বুজায়; ইযাৰ বাহিৰে আন একো নুবুজায়।[৭]

৯ আনহাতে সময়ৰ পৰিবৰ্তনৰ লগে লগে কোনো ঠাই এডোখৰৰ সাংস্কৃতিক কেন্দ্ৰৰো সলনা-সলনি হয়। সেই কাৰণে এসময়ত যিটো উপভাষাই মান্যভাষাৰ ঠাই লয় সেই উপভাষাটো পুনৰ উপভাষাত পৰিণত হ'ব পাৰে। তেনেকৈ উপভাষা এটাও মান্যভাষাৰূপে স্বীকৃত হ'ব পাৰে। জগতৰ বিভিন্ন ঠাইত এনে ঘটনা ঘটি আহিছে। অসমীয়া ভাষাত ইযাৰ সুন্দৰ চানেকি পোৱা যায়। অসমীয়া ভাষাটো মগধীয় ৰূপৰ পৰা ৰূপান্তৰিত হৈ অসমৰ পশ্চিম পিনেৰে অসমত সোমায় আৰু অসমৰ নামনি-অঞ্চলতে স্বকীয়া অসমীযা ভাষাৰূপে গঢ় লয়। পিচত ভাষাতো ক্ৰমে উজনি-অঞ্চলত বিয়পি পৰে। ১২২৮ চনত আহোমসকলে অসমৰ পূব অঞ্চল অধিকাৰ কৰি শিৱসাগৰ জিলাত ৰাজধানী স্থাপন কৰে। লাহে লাহে তেওঁলোকৰ ৰাজ্য বাঢ়ি গৈ কামৰূপৰ সীমা পায়হি। গতিকে উজনি-অসমখন এক শাসনৰ অধীন হয় আৰু তাৰ ভাষাটোৱে এটা বিশেষ গঢ় লয়। নামনি-অসমখন হ'লে ১৬৮২ চনলৈকে ৰাজনৈতিক পিনৰ পৰা সম্পূৰ্ণ বেলেগভাৱে আছিল আৰু অতি প্ৰাচীন কালৰ পৰা এই অঞ্চল বিভিন্ন সময়ত বিভিন্ন ৰজাৰ অধীনত আছিল। ৰাজধানীও একে ঠাইত নাছিল। তদুপৰি বিদেশীসকলে বিশেষকৈ মুছলমানসকলে ১২০৫ চনৰ পৰা ১৬৮২ চনলৈকে বহুবাৰ আক্ৰমণ কৰিছিল। ১৬৮২ চনত নামনী অসমখন আহোম ৰাজ্যৰ ভিতৰুৱা হ'লেও বহুতো কাৰণত এটা শান্তিৰ বাতাৱৰণ সৃষ্টি হোৱাত বাধা পৰিছিল। দুয়ো অঞ্চলৰ ভিতৰত যাতায়াতৰ অসুবিধা, কোনো ডাঙৰ মেলা বা কোনো ডাঙৰ ধাৰ্মিক উৎসৱ-পৰ্ব আদিৰ অভাৱ, বিয়া-বাৰুৰ প্ৰচলন নথকা আদি কাৰণত উজনি আৰু নামনি-অঞ্চলৰ লোকসকলৰ মাজত মিলা-মিচাৰ সুবিধা হোৱা নাছিল। সেই হেতুকে নামনি-অঞ্চলৰ ভাষাটোৱে এটা স্বকীয়া সাঁচ ল'বলৈ সুচল পালে। অৰ্থাৎ অসমীয়া ভাষাটোৰ প্ৰধানকৈ দুটা আঞ্চলিক ৰূপ বা উপভাষা পোৱা গ'ল: এটা পূব অঞ্চলৰ বা উজনিৰ উপভাষা আৰু আনটো পশ্চিম অঞ্চল বা

---

৭ Hall: *Leave Your Language Alone* 1950, p. 6 and p. 13 and Gokak: *The Poetic Approach to Language*. 1952 pp. 119-20.

নামনিৰ উপভাষা। পশ্চিম অঞ্চলৰ উপভাষাক আৰু দুটা ভাগত ভগাব পাৰি। এটা কামৰূপৰ উপভাষা আৰু এটা গোৱালপাৰাৰ উপভাষা।

১০ বৰ্তমানৰ অসমীয়া মান্যভাষাটো পূব অঞ্চলৰ উপভাষা অৰ্থাৎ শিৱসাগৰ অঞ্চলত কোৱা উপভাষাটোৰ ওপৰত ভিত্তি কৰি গঢ়ি উঠা। এই উপভাষাটোৱে সোতৰ শতিকাৰ পৰা প্ৰাধান্য লাভ কৰিবলৈ উপক্ৰম কৰে। নামনি-অসমত কোচৰাজ্য ধ্বংস হোৱাত আহোম ৰজাসকলৰ তত্ত্বাৱধানত শিৱসাগৰ জিলা-অঞ্চল সাংস্কৃতিক কেন্দ্ৰত পৰিণত হয়। লগে লগে এই অঞ্চলৰ লোকসকলে সাহিত্য সেৱাৰো সুযোগ পায়। আহোম-সকলৰ ছশ বছৰীয়া ৰাজত্বৰ অন্ত পৰাত অসম দেশখন ইংৰাজৰ হাতলৈ যায় আৰু ১৮৩৬ চনত আমেৰিকাৰ বেপ্টিষ্ট মিছনেৰিসকলে আহি শিৱসাগৰ অঞ্চলকে নিজ কাৰ্যৰ কেন্দ্ৰস্থল হিচাপে লয়। তেওঁলোকে সেই অঞ্চলৰ উপভাষা শিকি তাত কিতাপ-পত্ৰ ৰচনা কৰিবলৈ আৰম্ভ কৰে। ১৮৪৬ চনত প্ৰথম মাহেকীয়া কাকত 'অৰুণোদয়' তেওঁলোকেই চলায়। তাৰ পিছত অসমীয়া ব্যাকৰণ আৰু অসমীয়া-ইংৰাজী অভিধান ছপা কৰে। মিছনেৰিসকলৰ প্ৰভাৱত স্থানীয় লেখকসকলৰ এটা দল গঢ়ি উঠে। ফলত অসমৰ পূৰ্ব-অঞ্চলৰ ভাষাত কিতাপ-পত্ৰ, আলোচনী আদিৰ সংখ্যা বাঢ়ি আহে। এনেকৈয়ে এই অঞ্চলৰ উপভাষাটোৱে আন অঞ্চলৰ উপভাষাৰ ওপৰত সাংস্কৃতিক আৰু সাহিত্যিক প্ৰাধান্য লাভ কৰে।

১০.১ সোতৰ শতিকাৰ আগৰ কালছোৱাত অসমৰ নামনি-অঞ্চলতে সাহিত্য-কলাৰ কেন্দ্ৰ গঢ়ি উঠিছিল। কবি আৰু লেখকসকলো এই অঞ্চলৰ পৰাই ওলাইছিল আৰু এই অঞ্চলৰ ভাষাৰো মৰ্যাদা বাঢ়িছিল। কমতাপুৰ, জয়ন্তাপুৰ আৰু কোচবিহাৰৰ ৰজাসকলৰ পৃষ্ঠপোষকতাত প্ৰাচীন অসমীয়া সাহিত্য এই অঞ্চলতে সৃষ্টি হৈছিল। প্ৰথম অসমীয়া কবি হেমসৰস্বতী, অপ্ৰমাদী কবি মাধৱ কন্দলী, মনসা-কবি মনকৰ, দুৰ্গাবৰ, নাৰায়ণদেৱ আনকি শঙ্কৰদেৱ, মাধৱদেৱ, অসমীয়া গদ্য সাহিত্যৰ জনক ভট্টদেৱ আদিৰ ৰচনাত নামনি-অঞ্চলত, বিশেষকৈ বৰ্তমান কামৰূপ জিলাত এতিয়াও কোৱা ভাষাৰ সুঁজৰ চানেকি পোৱা যায় (পৰি. ৬)। সাংস্কৃতিক প্ৰাধান্য পোৱা এই উপভাষাটো আকৌ উপভাষাৰূপেই দেখা দিছে। গতিকে ভাষা আৰু উপভাষাৰ সৃষ্টিৰ মূল কাৰণ হ'ল সাংস্কৃতিক কেন্দ্ৰৰ সালসলনি; কোনো ভাষাৰ নিজস্ব গুণ বা দোষ, শুদ্ধতা বা অশুদ্ধতা নহয়। "কোনো

ভাষাৰ গঠন, বিকাশ আৰু ভাঙনৰ গতিবিধি ভাষাৰ লগত সম্বন্ধ নথকা বাহিৰা ঐতিহাসিক কাৰণৰ দ্বাৰা, বিশেষকৈ সভ্যতাৰ গতিবিধিৰ দ্বাৰা নিৰূপিত হয়”।[৮]

১১ **স্থানীয় উপভাষা:** একোটা উপভাষাৰ আকৌ আঞ্চলিক ৰূপ থাকিব পাৰে। তাক স্থানীয় উপভাষা বুলিব পাৰি। ভাষা আৰু উপ-ভাষাৰ সৃষ্টিত যিবোৰ কথাই সহায় কৰে, উপভাষা আৰু স্থানীয় উপভাষাৰ সৃষ্টিতো সেইবোৰেই কাম কৰে: অৰ্থাৎ মানুহৰ পাৰস্পৰিক মিলা-মিচাৰ সুযোগৰ অভাৱ। একে ধৰণৰ ধ্বনি, শব্দ-গঠন-প্ৰণালী আৰু শব্দমালা ব্যৱহাৰ কৰা কোনো জনসমষ্টিক ভাষা-সম্প্ৰদায় বোলা হয়*। কোনো এখন দেশত যদি কোনো ভাষা-সম্প্ৰদায়ে বসতি কৰাৰ বেছি বছৰ অতি-ৰাহিত হোৱা নাই, তেনেহ'লে সেই ভাষা-সম্প্ৰদায়ৰ মাজত ভাষাৰ স্থানীয় বা আঞ্চলিক পাৰ্থক্য বেছি নহয়। আনহাতে শ শ বছৰ ধৰি কোনো সম্প্ৰদায়ে বাস কৰি থকা ঠাইত ভাষাৰ স্থানীয় পাৰ্থক্যবোৰ বেছি হয়।[৯] অসমীয়া ভাষাৰ কামৰূপী উপভাষাৰ এনে স্থানীয় ৰূপ কেইবাটাও আছে। অঞ্চল অনুসৰি এইবোৰক তিনিটা ভাগত ভগাব পাৰি। বৰপেটা আৰু ওচৰ-পাজৰৰ ঠাইবোৰক লৈ পশ্চিম অঞ্চল, নলবাৰী আৰু ওচৰ-পাজৰৰ ঠাইবোৰক লৈ মধ্য অঞ্চল আৰু ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰৰ ছয়গাওঁ-বকো অঞ্চল বা দক্ষিণ অঞ্চল। এই আঞ্চলিক ভেদবোৰ প্ৰধানতঃ ধ্বনিমূলক। কিন্তু মধ্য আৰু পশ্চিম অঞ্চলত ৰূপমূলক আৰু শব্দমূলক পাৰ্থক্যও দেখা যায়। তলত কেইটামান উদাহৰণ দিয়া হ'ল:

| | মধ্য অঞ্চল | | পশ্চিম অঞ্চল |
|---|---|---|---|
| (ক) | অ : আ : | ককাল | কাকাল |
| | | কপাল | কাপাল |
| | | জঁৰে | জাঁৰে, জাঙে |

---

৮ Vendryes, J. *Language, A Linguistic Introduction to History*, 1952, p. 279

* A group of people who use the same system of speech signals is a speech community—Bloomfield

৯ Bloomfield : *Language* 1950, p. 47

| মধ্য অঞ্চল | | পশ্চিম অঞ্চল |
|---|---|---|
| | বৰা | বাবা |
| | বতাহ | বাতাহ |
| অ : উ : | ভথ | ভুখ |
| | গৰ | গুৰ, গুৰি |
| আ : অ : | কঠাল | কঠল |
| | কলাহ | কলহ |
| | চতাল | চতল |
| | জকাৰ | জকৰ |
| | পাৰা | পাৰ |
| ও : উ : | কোক | কুক |
| | জোক | জুক |
| | পোত | পুত |
| (খ) | শাইল্‌খা | শাল্‌কা |
| | ভাউই্‌ৰা | ভাউৰা |
| | থাউই্‌ৰা | থাউৰা |
| (গ) খান : খেন : | ইখান | ইখেন |
| | দুখান | দুখেন |
| খোৰ : খৰ : | জোক-খোৰ | জোক-খৰ |
| ধোৰ : ডেল | মালা-ধোৰ | মালা-ডেল |
| (ঘ) | শাউহাক 'শাহুয়েক' | শাহেক |
| | ভায়াক 'ভায়েক' | ভাএক |
| (ঙ) হানা : আহুন : | দাদা-হানা | দাদা-আহুন |
| | সোখি-হানা | সোখি-আহুন |
| ঠেৰ : আঁহাৰ | মমা-ঠেৰ | মামা-আঁহাৰ |
| (চ) | তুহ্‌না | তুহুন |
| | এহ্‌না | আহুন |
| (ছ) | তুমি খ | তুমি খাউৰা |
| | তুমি শুনা | তুমি শুনা |
| | তুমি য | তুমি যাউৰা |

| মধ্য অঞ্চল | | পশ্চিম অঞ্চল |
|---|---|---|
| (জ) | তঁই খাইছাহ | তঁই খাইছা |
| | তঁই শুইন্‌ছাহ | তঁই শুন্‌ছা |
| | তুমি খাইছ | তুমি খাইছা |
| | তুমি শুইন্‌ছ | তুমি শুন্‌ছা |
| (ঞ) | অহাঁই | অহেঁ |
| | সহাঁই | সহেঁ |
| | এনাই | এনে |
| | কেনাই | কেনে |
| | এঙ্‌কে | এন্‌কে |
| | ইতা | এথেন |
| | কেইতা | কেথেন |
| (ট) | ভোজলুক | ভিজালুক |
| | পিপ্‌ৰা | পিপাৰ |
| | মেউক্‌ৰী | মেক্‌ৰী |
| | চৰা | চাৰ |
| | আক | এক |
| (ঠ) | কৰে, লহ্‌ৰা | পাইলা |
| | কাথ | আদ্‌ৰা |
| | কাকে | ফণি |
| | চাতি | গেচ |
| | তিল | ঘাথা |
| | ঢাক্‌না | ওৱাৰ |
| | পোত, পেক | ভকা |
| | সৰ্‌ঙা | পহ, পইহ |
| | উকা | ভকা, বস্তি |
| | উঘা | পঘে, ইত্যাদি |

| মধ্য অঞ্চল | | দক্ষিণ অঞ্চল |
|---|---|---|
| (ক) | ঢেঙা | ঢেবাঁ |
| | ৰাঙা | ৰাবাঁ |

| | **মধ্য অঞ্চল** | **দক্ষিণ অঞ্চল** |
|---|---|---|
| | ডাঙৰ | ডাঙাঁৰ |
| (খ) জ : ঝ : | জোক | ঝুক |
| | জাল | ঝাল |
| | জালা | ঝালা |
| (গ) ঠ : চ : | মমা-ঠে-ৰ, | মামা-চে-ৰ |
| | মামা-ঠে-ৰ | |
| (ঘ) | মাক | মিয়াক |
| | ভাক, ভায়াক | ভিয়াক |
| (ঙ) | সি খালাক | সি খাল |
| | সি কলাক | সি কল |
| (চ) | সোইফ্‌ৰাম | উইৰাম |
| | জুঙ্‌তি | ঝুণ্ডি, ইত্যাদি ।* |

১১.১ অসমৰ উজনি-অঞ্চলৰ উপভাষাটোৰো স্থানীয় ৰূপ কিছুমান আছে। সেইবোৰৰ বিস্তৃত অনুসন্ধান কৰিব লাগে। এই ক্ষেত্ৰত উদাহৰণ স্বৰূপে-বোৰ, -ভোৰ ; বহা, বহাঁ ; ঘোৰা, ঘোঁৰা ; ও->উ আদি ৰূপমূলক আৰু ধ্বনিমূলক পাৰ্থক্য কিছুমানলৈ আঙুলিয়াব পাৰি। শব্দমূলক পাৰ্থক্যও নিশ্চয় ওলাব।

১২ কোনো এটা ভাষাৰ ধ্বনি, ৰূপ-ৰচনা, বাক্য-ৰচনা আৰু অৰ্থ-ৰচনাৰ এটা প্ৰণালী থাকে। উপভাষা এটায়ো সেই সেই ক্ষেত্ৰত এটা প্ৰণালী অনুসৰণ কৰে। কোনো ভৌগোলিক পৰিবেষ্টনৰ ভিতৰত সেই হেতুকে ভাষা আৰু উপভাষাৰ মাজত এই আটাইবোৰ ক্ষেত্ৰতে পাৰ্থক্য পৰিলক্ষিত হ'ব পাৰে। সেই ভৌগোলিক পৰিবেষ্টনৰ ভিতৰত যদি উপভাষাৰ সীমা নিৰ্ধাৰিত কৰিবলগীয়া হয়, তেনেহ'লে সেই ভূমি-খণ্ডত ভাষাৰ প্ৰত্যেক উপাদানৰ পাৰ্থক্যবোৰ কিমান দূৰলৈ বিস্তৃত হৈ আছে তাক উলিয়াব লাগিব। সেইটো কৰিবলৈ কিছুমান কাল্পনিক ৰেখা অঙ্কন কৰি দুটা অঞ্চলৰ ভাষাৰ পাৰ্থক্য দেখুৱাব পাৰি। ভাষাৰ

*দ্ৰষ্টব্য : লেখকৰ *A Study on Kamrupi, a Dialect of Assamese,* Appendix iv.

যি কোনো উপাদানৰ বিস্তৃতি দৰ্শাই টনা কাল্পনিক ৰেখা শব্দৰেখা। এইটো এটা সামূহিক অৰ্থত ব্যৱহাৰ হোৱা পাৰিভাষিক শব্দ। দুটা অঞ্চলৰ শব্দৰ বিভিন্নতা দৰ্শোৱা কাল্পনিক ৰেখাকো শব্দৰেখা বুলিব। শব্দৰ নিচিনা ভিন্ন অঞ্চলৰ ধ্বনিৰ পাৰ্থক্যসূচক ৰেখা ধ্বনিৰেখা। ভিন্ন অঞ্চলৰ ৰূপ-ৰচনাৰ পাৰ্থক্যসূচক ৰেখা ৰূপৰেখা। ভিন্ন অঞ্চলৰ বাক্য-ৰচনাৰ পাৰ্থক্যসূচক ৰেখা বাক্যৰেখা। ভিন্ন অঞ্চলৰ সুৰৰ পাৰ্থক্যসূচক ৰেখা সুৰৰেখা। যি ঠাইৰ মাজেৰে বহুতো শব্দৰেখা অতিক্রম কৰে সেই ঠাইডোখৰেই হৈছে উপভাষাৰ সীমা। ভাষা আৰু উপভাষাৰ ক্ষেত্ৰত যেনেকৈ শব্দৰেখা টানিব পাৰি উপভাষা আৰু স্থানীয় উপভাষাৰ ক্ষেত্ৰতো একেদৰে শব্দৰেখা টানি স্থানীয় উপভাষাৰ সীমা নিৰ্ধাৰণ কৰিব পাৰি। ওপৰত কামৰূপী উপভাষাৰ তিনিটা স্থানীয় উপভাষাৰ কথা উল্লেখ কৰা হৈছে। তাৰ মধ্য আৰু দক্ষিণ অঞ্চলৰ মাজত ভ : উ, জ : ঝ এই দুটাৰ পাৰ্থক্যসূচক ৰেখা ধ্বনিৰেখা। মধ্য আৰু পশ্চিম অঞ্চলৰ মাজত অ : আ, ও : উ এই দুটা পাৰ্থক্যসূচক ৰেখা ধ্বনিৰেখা। হানা : আহুন, ঠৈৰ : আঁহাৰ এই দুটা পাৰ্থক্যসূচক ৰেখা ৰূপৰেখা। কৰে : পাইলা, চাতি : গেচ এই দুটা পাৰ্থক্যসূচক ৰেখা শব্দৰেখা। মাতৃভাষাৰ সৈতে উপভাষাৰ আৰু উপভাষাৰো বিভিন্ন ক্ষেত্ৰত পাৰ্থক্য নিৰূপণৰ উপৰি উপভাষাৰ গঠন-প্ৰণালী দেখুৱাই কৰা বৰ্ণনাত্মক, ঐতিহাসিক বা তুলনাত্মক আলোচনাৰ নাম **উপভাষা-বিজ্ঞান**।

১৩ **সামাজিক উপভাষা** : কোনো জন-সমাজৰ ভাষাক সামূহিকভাৱে লক্ষ্য কৰিলে এটা কথা দেখা যায় যে সেই সমাজৰ বিশেষকৈ যিসকল শিক্ষিত, চহৰবাসী, উচ্চ বা মধ্যবৃত্ত শ্ৰেণীৰ লোক, তেওঁলোকে ভাষাটোৰ যিটো ৰূপ ব্যৱহাৰ কৰে সেই ৰূপটোকে শিক্ষানুষ্ঠানৰ জৰিয়তে শিকোৱা হয়, ৰেডিঅ'ত ব্যৱহাৰ কৰা হয় আৰু সি এটা মৰ্যাদা বহন কৰে। ভাষাৰ এই ৰূপটোক উন্নত ভাষা বোলা হয়। একে জন-সমাজৰে আন ঠাইৰ লগত বিশেষভাৱে যোগাযোগ নথকা কোনো গাঁৱলীয়া অঞ্চলত কোৱা ভাষাৰ ৰূপ এটাও থাকিব পাৰে। পিছপৰা গাঁৱলীয়া অঞ্চলৰ এনে ভাষাক লোক-ভাষা বোলা হয়। সময়ৰ অগ্ৰগতিত ই লাহে লাহে বিলুপ্তিৰ পিনে আগ বাঢ়ে। এই দুই বিধ ৰূপৰ মধ্যবৰ্তী ৰূপ এটা আছে। ইয়াক জন-সমাজৰ সৰহ সংখ্যক লোকে ব্যৱহাৰ কৰে। ইয়াক

জনসাধাৰণৰ ভাষা বুলিব পাৰি। কোনো সমাজত বৰ্ণ-বৈষম্য অধিক হ'লে বিভিন্ন বৰ্ণৰ লোকৰ ভাষাত কিছুমান স্বকীয়া ৰূপ পোৱা যায়। ইয়াৰ নাম **বৰ্ণভাষা**।

১৪ **ব্যক্তিভাষা:** ভাষাৰ সংকীৰ্ণ ৰূপ হ'ল উপভাষা। উপভাষাৰ সংকীৰ্ণ ৰূপ স্থানীয় উপভাষা আৰু স্থানীয় উপভাষাৰ সংকীৰ্ণ ৰূপ ব্যক্তিভাষা। এইটোৱেই ভাষাৰ সংকীৰ্ণতম ৰূপ। ব্যক্তি অনুযায়ী ভাষাৰ অলপ তাৰতম্য ঘটে। শিক্ষা-দীক্ষা, পৰিয়াল, আন ঠাইলৈ আহ-যাহ আদি নানা কথাৰ দ্বাৰা কোনো ব্যক্তিৰ ভাষা নিৰূপিত হয়। শিক্ষা-দীক্ষা নোপোৱা মানুহ এজনৰ ভাষা অলপ শিক্ষা পোৱাজনতকৈ অলপ বেলেগ হয়। অৰ্থাৎ প্ৰথমজনে যিবোৰ শব্দ ব্যৱহাৰ কৰিব দ্বিতীয়জনে দুই চাৰিটা বেলেগ শব্দ প্ৰয়োগ কৰিব। সেইদৰে নিজৰ গাওঁ বা জিলাখনৰ বাহিৰলৈ নোযোৱা মানুহজনে যি ধৰণে কথা ক'ব বাহিৰত ফুৰা বা আন ঠাইত কিছুদিন থাকি অহা মানুহজনৰ ভাষা অলপ বেলেগ ধৰণৰ হ'ব। পুৰুষসকলতকৈ মহিলাসকলে যিহেতু আপেক্ষিকভাৱে কম চলা-ফুৰা কৰে, সেইবাবে এজন পুৰুষ আৰু এগৰাকী মহিলাৰ ভাষা অলপ বেলেগ যেন হয়। কোনো ঠাইৰ ভাষাৰ আচল ৰূপ পাবলৈ হ'লে মহিলাসকলৰ ভাষা নিৰীক্ষণ কৰাটো দৰ্কাৰ, কিয়নো তেওঁলোকে ভাষাৰ আচল ৰূপটো সংৰক্ষণ কৰে।

১৪.১ ব্যৱসায়, অৰ্থনৈতিক অৱস্থা আৰু ধৰ্ম অনুযায়ীও ভাষাৰ কিছু তাৰতম্য ঘটে। এজন সদাগৰ আৰু এজন শিক্ষক, এজন উকীল আৰু এজন ইঞ্জিনিয়াৰ, এজন ব্ৰাহ্মণ আৰু এজন মাছমৰীয়াৰ ব্যৱসায় ভিন্ন হোৱা হেতুকে ভাষাৰো কিছু ভিন্নতা পৰিলক্ষিত হয়। এজন ধনী মানুহ আৰু তেওঁৰ ঘৰৰ ল'ৰা-ছোৱালীৰ ভাষা এজন দুখীয়া মানুহ আৰু তেওঁৰ ল'ৰা-ছোৱালীৰ ভাষাৰ মাজত কিছু পাৰ্থক্য থাকিব, কাৰণ ধনী মানুহজনৰ ঘৰত যিবোৰ বস্তু আছে, সেই ঘৰত যি ধৰণে যিবোৰ কথা-বতৰা হয়, দুখীয়াজনৰ ঘৰত সেইবোৰ বস্তু নথকাত আৰু কথা-বতৰাও কিছু স্বকীয়া হোৱাত ভাষাৰ তাৰতম্য দৃষ্টিগোচৰ হয়। বেলেগ ধৰ্মৰ লোকৰ মাজতো ভাষাৰ কিছু ভিন্নতা ধৰা পৰিব। মতা আৰু তিৰোতাসকলৰ ভাষাৰ তাৰতম্যৰ বিষয়ে আগতে আলোচনা কৰা হৈছে। কোনো এক সময়ৰ কোনো এক ব্যক্তিৰ কথা-কোৱা ধৰণৰ সমগ্ৰ ৰূপটোৱে ব্যক্তিভাষা।

আন ধৰণে ক'বলৈ হ'লে কোনো এজন লোকৰ ভাষা-কোৱা স্বকীয়া প্ৰণালীটোৰ নাম ব্যক্তিভাষা।

১৪.২ সূক্ষ্ম দৃষ্টিৰে চালে ব্যক্তিভাষাকো সকলো সময়ত একে ৰূপত পোৱা নাযায়। এজন মানুহে এটা পৰিৱেশত যি ধৰণে কথা ক'ব আন এটা পৰিৱেশত ঠিক একে ধৰণে কথা নকয়। সাধাৰণভাৱে ঘৰত কথা-বতৰা পাতোঁতে এজন লোকে ভাষাৰ যিটো ৰূপ ব্যৱহাৰ কৰে সেই মানুহজনে কোনো এক ৰাজহুৱা অনুষ্ঠানত কথা ক'বলৈ হ'লে অন্য এক ধৰণে কথা ক'ব। নিজৰ বন্ধু-বান্ধৱসকলৰ মাজত কথা পাতোঁতে এজনে ব্যৱহাৰ কৰা ভাষা এটাৰ ৰূপ তেওঁতকৈ বয়সস্থ সন্মানিত এজনৰ লগত বা তেওঁতকৈ সৰু এজনৰ লগত কথা-বতৰা হওঁতে কৰা ৰূপৰ মাজত পাৰ্থক্য থাকিব। বিভিন্ন পৰিৱেশ আৰু পৰিস্থিতিত ব্যৱহাৰ কৰা **কোনো** ব্যক্তিৰ ভাষাৰ বিভিন্ন ৰূপক **শৈলী** আখ্যা দিয়া হয়। একে ভাৱকে ভাষাৰ ভিন ভিন গাঁথনিৰে প্ৰকাশ কৰাটোৰ নামো শৈলী। ইংৰাজীত he came too soon আৰু he arrived prematurely বুলি ক'লে একে মনোভাৱকে একে ভাষাৰ ভিন্ন ৰূপ-গাঁথনিৰে বুজোৱা হৈছে। সেইদৰে আমি ভৰি বা হাত বুলি নকৈ চৰণকমল, কৰকমল বুলি ক'লেও একে কথাই হ'ব।

১৫ **ভাষাৰ আন আন ৰূপঃ** ভাষাক আৰু কিছুমান ভাগত ভগাব পাৰি, যেনে, কথিত, লিখিত, মৃত, জীৱিত, মাতৃভাষা, দ্বিতীয় ভাষা, আঞ্চলিক ভাষা, ৰাজ্য ভাষা, ৰাষ্ট্ৰভাষা, স্বাভাৱিক ভাষা, কৃত্ৰিম ভাষা, অন্তৰ্ৰাষ্ট্ৰীয় ভাষা, মিশ্ৰিত ভাষা, গুপ্তভাষা, বৰ্গভাষা ইত্যাদি। ইয়াৰ প্ৰথম দুবিধৰ বিষয়ে সহজে অনুমান কৰিব পাৰি। আমি যি ধৰণে কথা কওঁ, লেখোঁতে তেনেদৰে নেলেখোঁ। লিখিত ভাষাত ৰহণ থাকে আৰু সি অলপ কৃত্ৰিম ধৰণৰ হয়। সচৰাচৰ ব্যৱহাৰ নকৰা শব্দ আদিও লিখিত ভাষাত সোমাই পৰে। কোনো ভৌগোলিক পৰিসীমাৰ এটা ভাষা যেতিয়া তাৰ বেছি ভাগ মানুহে ক'বলৈ এৰে তেতিয়া তাক মৃতভাষা বোলে আৰু যদি ভাষাটো বেছি ভাগ মানুহে কৈ থাকেঁ, তেনেহ'লে তাৰ নাম হয় জীৱিত ভাষা। জীৱিত ভাষাত সময়ৰ লগত হ'বলগীয়া পৰিৱৰ্তনবোৰ হৈ থাকে, মৃতভাষাত পৰিৱৰ্তনৰ কাৰণে অৱকাশ নাই। কিন্তু মৃতভাষা এটা একশ্ৰেণী লোকৰ মাজত বহু যুগলৈকে চলি থাকিব

পাৰে, বিশেষকৈ সি যেতিয়া ধাৰ্মিক বা সাংস্কৃতিক কাৰ্যৰ বাহন স্বৰূপে পৰিগণিত হয়। ভাৰতত সংস্কৃত এনে এটা ভাষা।

১৫.১ যিটো ভাষা মানুহে সৰুকালতে আয়ত্ত কৰে, যিটোৰ সহায়েৰে স্বাভাৱিকভাৱে মনৰ ভাৱ প্ৰকাশ পায় আৰু যোগাযোগ স্থাপন হয় সেইটোৱে মাতৃভাষা। মাতৃভাষাৰ জৰিয়তে মানুহে নিজৰ আৰু নিজে বাস কৰা জগতখনৰ বিষয়ে ভাবিবলৈ আৰু সেই ভাব প্ৰকাশ কৰিবলৈ শিকে। নিজকে প্ৰকাশ কৰিবলৈ শিকা ভাষাটো কোনো লোকৰ পিতৃ-মাতৃৰ ভাষা নহ'বও পাৰে। ভাষা জন্মগত বস্তু নহয়। ভাষা পৰিৱেশত আয়ত্ত কৰা বস্তহে (§ ৫০)। মাতৃভাষাৰ দ্বাৰা কোনো শিশুৱে প্ৰথমতে আয়ত্ত কৰা ভাষাকো নুবুজায়, কাৰণ বিশেষ পৰিস্থিতিত কোনো শিশুৱে প্ৰথমতে আয়ত্ত কৰা ভাষাটো সৰুকালতে এৰিবলগীয়াও হ'ব পাৰে। কোনো এখন ঠাইত বাস কৰা ভিন ভিন জাতিৰ ভিন ভিন মাতৃভাষা কোৱা লোকসকলৰ মাজত পাৰস্পৰিক যোগাযোগৰ বাবে যিটো ভাষা ব্যৱহাৰ কৰা হয় সেই ভাষাটোৰ নাম আঞ্চলিক ভাষা। নিজৰ মাতৃভাষাৰ উপৰি আয়ত্ত কৰা অন্য এটা ভাষাক দ্বিতীয় ভাষা বোলে। আয়ত্ত কৰা দ্বিতীয় ভাষাটো স্বাভাৱিকভাৱে আয়ত্ত কৰাও হ'ব পাৰে। কোনো এখন ঠাইত ভিন ভিন মাতৃভাষা কোৱা লোকে বসতি কৰিলে আৰু সেই ঠাইৰ মানুহৰ এটা উন্নত অৰ্থাৎ শিক্ষা-দীক্ষা, শাসন-ব্যৱস্থা আদিত ব্যৱহৃত ভাষা থাকিলে সেই ভাষাটো ঠাইডোখৰৰ প্ৰায় সকলো লোকে কম-বেছি পৰিমাণে বুজি পায় আৰু সমন্নত যোগাযোগ স্থাপনৰ দ্বাৰা ভাষাটো আয়ত্ত কৰি লয়। এনে ধৰণৰ ভাষাটোক স্বাভাৱিক দ্বিতীয় ভাষা বুলিব পাৰি। পৃথিৱীৰ আন আন ঠাইৰ সৈতে যোগাযোগ আৰু নানা জ্ঞান-বিজ্ঞানৰ চৰ্চাৰ বাবেও কোনো এঠাইৰ মানুহে নিজৰ মাতৃভাষাৰ উপৰি আন এটা ভাষা আয়ত্ত কৰিবলগীয়া হয়। এনে মৰ্যাদাসম্পন্ন আয়ত্ত কৰিবলগীয়া ভাষাটোও দ্বিতীয় ভাষাৰূপে পৰিগণিত হ'ব।

১৬ **ৰাজ্যভাষা:** কোনো এখন ৰাজ্যত এটাতকৈ অধিক ভাষা থাকিলে ৰাজ্যখনৰ সামূহিক কাৰ্যবোৰ চলাবলৈ এটা ভাষা বাছি ল'বলগীয়া হয়। বাছি লোৱা ভাষাটোক ৰাজ্যভাষা নাম দিয়া হয়। সচৰাচৰ যিটো ভাষা ৰাজ্যখনৰ বেছিভাগ মানুহে বিভিন্ন অঞ্চলত বুজি পায়, সেইটোকে

ৰাজ্যভাষাৰ মৰ্যাদা দিয়া উচিত। ভাষাটোৰ ঐতিহাসিক আৰু সাংস্কৃতিক মূল্যৰ প্ৰতিও দৃষ্টি ৰাখিব লাগে। উদাহৰণ হিছাপে অসমৰ বিভিন্ন অঞ্চলত অসমীয়াৰ বাহিৰে আন ভাষা কোৱা হয় যদিও অসমীয়া ভাষাটো অসমৰ প্ৰায় সকলো অঞ্চলৰ মানুহে বুজি পায়। ব্ৰহ্মপুত্ৰ উপত্যকাৰ উপৰিও উত্তৰ-পূব সীমান্ত অঞ্চল ( অৰুণাচল )আৰু নগালেণ্ডৰ পাৰস্পৰিক বিনিময়ৰ ভাষা অসমীয়া। অসমীয়া ভাষা প্ৰাচীন কালৰ পৰা কমতা, কোচ, বৰাহী, আহোম আদি ৰজাসকলৰ পৃষ্ঠপোষকতাত পৰিপুষ্ট। অসমৰ বুকুত থকা আন ভাষাসমূহৰ বিৱিধ দানেৰে সমৃদ্ধ হৈ ( পৰি '৫) এই ভাষাটো অসমৰ উমৈহতীয়া কাৰ্য-পৰিচালনাৰ একমাত্ৰ বাহনৰূপে চলি আহিছে। অসমীয়া ভাষাত সাহিত্য-সম্পদো অতি প্ৰাচীন কালৰ পৰা ৰক্ষিত হৈছে। এনে অৱস্থাত অসমৰ ৰাজ্য-ভাষা একমাত্ৰ অসমীয়া হোৱাত মতদ্বৈধ থাকিব নালাগে। ৰাজ্যভাষাৰ জৰিয়তে কোনো এখন ৰাজ্যৰ আৱেগিক ঐক্য স্থাপন হোৱাত সুবিধা জন্মে। ৰাজ্যভাষাৰ জৰিয়তে অকল যে ৰাজ্যখনৰ সামূহিক কাৰ্যবোৰহে পৰিচালনা কৰা হয় তেনে নহয়। কোনো এটা পৰ্যায়লৈকে শিক্ষাদানৰ মাধ্যমৰূপেও সি পৰিগণিত হয়। বৰ্তমান সময়ত বহুতে ইয়াৰ মাধ্যমেৰে সকলো পৰ্যায়ত শিক্ষা দান কৰিব লাগে বুলি মত আগ বঢ়াইছে। এখন ৰাজ্যৰ ভাষাৰ এটা সামূহিক মাধ্যম নথকাটো জাতীয় ঐক্য-সাধনত আৰু শাসন-ব্যৱস্থাৰ সুচাৰুৰূপে পৰিচালনাত এটা ডাঙৰ বাধা।

১৭ **ৰাষ্ট্ৰভাষা: ৰাজ্যভাষাৰ** নিচিনা কোনো এখন ৰাষ্ট্ৰৰ বিভিন্ন ৰাজ্যৰ মাজত যোগাযোগ আৰু সামূহিক কাৰ্যবোৰ পৰিচালনাৰ বাবে এটা ভাষাৰ প্ৰয়োজন আছে। ইয়াৰ দ্বাৰা ৰাষ্ট্ৰৰ সকলো অঞ্চলৰ লোকৰ মাজত আৱেগিক ঐক্য স্থাপন হ'ব বুলিও আশা কৰা হয়। এখন স্বাধীন দেশৰ এটা নিজৰ ৰাষ্ট্ৰভাষা থকাটো বহুতৰ মানত গৌৰৱৰ কথা। যেতিয়া ৰাষ্ট্ৰ এখনৰ ভিন ভিন ৰাজ্যত ৰাজ্যভাষাবোৰ চলি থাকে, তাৰ ভিতৰত ৰাষ্ট্ৰভাষা এটা বাছি লোৱাটো সহজ যেন বোধ হ'লেও ৰাষ্ট্ৰভাষা-নিৰ্ণয়ৰ সমস্যা কিছু জটিলতৰ। ৰাষ্ট্ৰভাষা স্বাভাৱিক নাইবা কৃত্ৰিমো হ'ব পাৰে। যিটো ভাষা স্বাভাৱিক ৰূপত বিকশিত নোহোৱাকৈ মানুহে নিজে সজাই লয় তাকে কৃত্ৰিম ভাষা বোলে। সামূহিক কাৰ্যবোৰ চলাবলৈ যি কোনো এটা ৰাজ্যভাষাক বাছি ল'লে ৰাষ্ট্ৰভাষাটো স্বাভাৱিক হ'ব। যদি কোনো

এখন ৰাজ্যৰ ৰাজ্যভাষাক সেই স্থান নিদি কোনো এটা ৰাজ্যভাষাৰ ওপৰত ভিত্তি কৰি প্ৰকৃততে ব্যৱহাৰ নোহোৱা এটা ভাষা সৃষ্টি কৰি চলোৱা হয়, তেতিয়া ৰাষ্ট্ৰভাষাটো কৃত্ৰিম হৈ পৰিব। ভাৰতত 'হিন্দুস্তানী' নাম দি এনে এটা কৃত্ৰিম ৰাষ্ট্ৰভাষা চলাবলৈ মহাত্মা গান্ধীয়ে মানস কৰিছিল: "মই আজিয়ে যত্ন কৰি দুয়োটা লিপি শিকা উচিত আৰু এনে এটা ভাষা কোৱা উচিত য'ত হিন্দী আৰু উৰ্দু দুয়োটা ভাষা মিহলি হৈছে।" মৃতভাষা এটাক ৰাষ্ট্ৰভাষা ৰূপে স্বীকাৰ কৰিবলৈও বহুতে আগ্ৰহ দেখুৱায়। অতি প্ৰাচীন কালৰ পৰা ভাৰতীয় জীৱন আৰু সাহিত্যৰ লগত ৰামায়ণ, মহাভাৰত আৰু পুৰাণবোৰ ওতপ্ৰোতভাৱে জড়িত হৈ ভাৰতীয় সাংস্কৃতিক ঐক্য ৰক্ষা কৰি আহিছে। এইবোৰৰ ভাষা হৈছে সংস্কৃত। এই ভাষাৰ জৰিয়তে আজিও অনেক ধাৰ্মিক আৰু সাংস্কৃতিক কাৰ্য সমাধান হয়। সংস্কৃতৰ গঠন-প্ৰণালী যথেষ্ট জটিল। সেই হেতুকে গঠন-প্ৰণালীটোক সহজভাৱে সজাই এই ভাষাটোকে বহুতে ভাৰতৰ ৰাষ্ট্ৰভাষাৰূপে স্বীকৃতি দিয়া মত পোষণ কৰে। মৃতভাষা এটাক এনে স্বীকৃতি দিলে ভাষাটোৰ পৰিৱৰ্তনৰ স্থল নাইকিয়া হ'ব আৰু তাক সহজ কৰিবলৈ লোৱা প্ৰচেষ্টাই ভাষটোক কৃত্ৰিম কৰি তুলিব।

১৮ ৰাজ্যভাষাৰ নিচিনা ৰাষ্ট্ৰভাষাৰ ক্ষেত্ৰতো অকল পাৰস্পৰিক যোগাযোগৰ কাৰণেই ৰাষ্ট্ৰভাষা এটা মানি লোৱা নহয়। উচ্চ শিক্ষাৰ মাধ্যম আদিৰ প্ৰশ্নও ইয়াৰ লগত সমগ্ৰত জড়িত হৈ পৰে। গতিকে ৰাষ্ট্ৰভাষাৰ সমস্যাটোৰ কোনো সহজসাধ্য সমাধান পোৱা নাযায়। এই সমস্যাটোক বিভিন্ন দিশৰ পৰা পৰীক্ষা কৰি চাব পাৰি। প্ৰথমতে কোনো ৰাষ্ট্ৰৰ এটা বা অধিক ৰাজ্যভাষাক ৰাষ্ট্ৰৰ সকলো কামৰ বাবে স্বীকৃতি দিব পাৰি। তেতিয়া স্থানীয় সংস্কৃতি ৰক্ষা হ'ব, প্ৰাথমিক স্তৰত শিক্ষাদানৰ সুবিধা হ'ব। সমাজত এটা বিশিষ্ট বৰ্গৰ সৃষ্টি নহ'ব। কিন্তু উচ্চ শিক্ষা, অৰ্থনৈতিক প্ৰগতি আদিৰ ক্ষেত্ৰত নানা অসুবিধা উপস্থিত হ'ব। ৰাজনৈতিক আৰু সাংস্কৃতিক ফালৰ পৰা ৰাষ্ট্ৰখন অন্তৰ্ৰাষ্ট্ৰীয় ক্ষেত্ৰৰ পৰা আঁতৰি থাকিবলগীয়াত পৰিব পাৰে। যি কোনো এটা ভাষাক ৰাষ্ট্ৰভাষাৰূপে স্বীকাৰ কৰিলে ৰাষ্ট্ৰীয় ঐক্য স্থাপন হ'ব বুলি ভাবিলেও কাৰ্যতঃ নহ'ব পাৰে, কাৰণ আন ভাষা কোৱা লোকে তাৰ বিৰোধিতা কৰিব। দুটাতকৈ অধিক ভাষাক একে স্থান দিলে অনৈক্যৰ ভাব বৃদ্ধি পোৱাৰ

সম্ভাৱনা আছে। যদি ৰাষ্ট্ৰখনৰ প্ৰায় সকলো ভাষা-ভাষী লোকৰ মাজত বুজি পোৱা আৰু অসম্পূৰ্ণ ৰূপে ক'ব পৰা ধৰণৰ ভাষা এটাক ৰাষ্ট্ৰভাষাৰ স্থান দিয়া হয়, তেতিয়া ৰাষ্ট্ৰীয় ঐক্য সাধনৰ পথ হয়তো মুকলি হ'ব; কিন্তু তেনে ভাষা সাংস্কৃতিক আৰু সাহিত্যিক ফালৰ পৰা মৰ্যাদাবিহীন হ'ব পাৰে। এনে পৰিস্থিতিত এটা বা অধিক স্থানীয় ভাষা আৰু এটা অন্তৰ্ৰাষ্ট্ৰীয় ভাষাক ৰাষ্ট্ৰভাষাৰূপে ল'ব পাৰি। এনে সিদ্ধান্তৰ দ্বাৰা স্থানীয় ভাষাৰ মাধ্যমেৰে প্ৰাথমিক শিক্ষা আৰু অন্তৰ্ৰাষ্ট্ৰীয় ভাষাৰ মাধ্যমেৰে উচ্চ শিক্ষাৰ প্ৰসাৰ বাঢ়িব; বহিৰ্জগতৰ সৈতে সম্পৰ্ক অটুত থাকিব, অৰ্থ-নৈতিক বিকাশত বাধা নহ'ব ইত্যাদি। কিন্তু এই পদ্ধতিৰে ৰাষ্ট্ৰখনত এটা বিশেষ শ্ৰেণীৰ লোকৰ সৃষ্টি হ'ব। সুবিধা পোৱাসকলে অন্তৰ্ৰাষ্ট্ৰীয় ভাষাৰ মাধ্যমেৰে শিক্ষা গ্ৰহণ কৰিবলৈ আগ্ৰাহান্বিত হ'ব, স্থানীয় ভাষাবোৰৰ বিকাশৰ সা-সুবিধাবোৰ দুৰ্বল হ'ব। তেতিয়া আন এটা উপায় অৱলম্বন কৰিব পৰা যায়। ৰাষ্ট্ৰখনৰ সকলো কামৰ বাবে এটা অন্তৰ্ৰাষ্ট্ৰীয় ভাষাৰ গ্ৰহণ। সেইটো হ'লে উপযুক্ত শিক্ষক আৰু শিক্ষা ব্যৱস্থাৰ যোগেৰে অতি কম সময়ৰ ভিতৰত দেশৰ উঠি অহা বহুভাষী যুৱক-যুৱতীক একে সূত্ৰেৰে সাঙুৰিব পৰা যায়। কিন্তু ইয়াৰ দ্বাৰা ডেকাডামক স্থানীয় সংস্কৃতিৰ পৰা আঁতৰাই অনা হ'ব আৰু জনসাধাৰণে তাক জাতীযতা আৰু আদৰ্শৱাদৰ পৰিপন্থী বুলি প্ৰতিবাদ কৰিব।

১৮.১ তেনেহ'লে ৰাষ্ট্ৰভাষাৰ সমস্যাটোৰ সমাধান ক'ত? ৰাষ্ট্ৰভাষাৰ সিদ্ধান্ত সাধাৰণতে ৰাজনৈতিক লোকসকলে লয়, ভাষাবিজ্ঞানীসকলে নলয়। ৰাজনৈতিক সিদ্ধান্তৰ সময়ত সলনি হয়, কাৰণ একে ৰাজনৈতিক দল সদায় ক্ষমতাত নাথাকে। এইবোৰ কাৰণত সৰ্বসাধৰণৰ মন যদি ভাঙি পৰে, তেতিয়া যি কোনো সিদ্ধান্ত সফল হোৱাৰ সুযোগ কমি যায়। এনে মুহূৰ্তত সুবিধা প্ৰদান কৰিলে ভাষাবিজ্ঞানীসকলে যথেষ্ট বৰঙণি আগ বঢ়াব পাৰে। ৰাষ্ট্ৰভাষাৰ যিকোনো সিদ্ধান্তই বহুতৰ কাৰণে দুটা ভাষাৰ জ্ঞানৰ আৱশ্যকতা গঢ়ি তুলিব। ভাষাবিজ্ঞানীসকলে বিভিন্ন অঞ্চলৰ ভাষাৰ অধ্যয়নৰ দ্বাৰা প্ৰত্যেক ভাষাৰ বৈশিষ্ট্য উদ্ধাৰ কৰি ৰাষ্ট্ৰ-ভাষাৰ বৈশিষ্ট্যৰ সৈতে তুলনাত্মকভাৱে আলোচনা যুগুত কৰিব। কোনটো ভাষা-ভাষী লোকৰ আন ভাষা এটা শিকাত কোনখিনিত অসুবিধা অনুভৱ হ'ব আদি কথা বুজাই দিব। এনেকৈ শৃঙ্খলাবদ্ধভাৱে আগ বাঢ়িলে

ভাষা-শিক্ষা সহজ হৈ উঠিব। এইবোৰৰ উপৰি এটা ভাষাক কেনেকৈ আধুনিক স্তৰলৈ আনিব পাৰি, অনুবাদ-পদ্ধতি কেনে ধৰণৰ হোৱা উচিত আদিৰ বিষয়েও ভাষাবিজ্ঞানীয়ে নির্দেশ দিব পাৰে। অৱশ্যে এইবোৰৰ কাৰণে প্ৰধানকৈ দৰ্কাৰ হ'ব উপযুক্ত শিক্ষকৰ। "স্থানীয় উপযুক্ত স্নাতক-সকলক শিক্ষক হিছাপে ৰাখিব নোৱাৰিলে কোনো ৰাষ্ট্ৰভাষাৰ আঁচনি সফল হ'ব নোৱাৰে।"[১০]

১৯ ভাৰতৰ ৰাষ্ট্ৰভাষাৰ ক্ষেত্ৰতো এইবোৰ সমস্যা আছে। সেই কাৰণে ইয়াৰ ৰাষ্ট্ৰভাষাই এতিয়াও নিৰ্দিষ্ট ৰূপ গ্ৰহণ কৰিব পৰা নাই। নানা লোকে নানা মত আগ বঢ়াই আছে। মহাত্মাৰ চেষ্টা বিফল হ'ল। সংস্কৃতক ৰাষ্ট্ৰভাষা কৰাৰ আশা অতি ক্ষীণ। হিন্দী ভাষাটো ভাৰতৰ বহু অঞ্চলত বুজি পায় আৰু অসম্পূৰ্ণ ৰূপ এটাত ক'বও পাৰে। সর্ব-সাধাৰণৰ ক্ষেত্ৰত হিন্দীৰ এই ৰূপটো পাৰস্পৰিক মাধ্যম। এই পিনৰ পৰা হিন্দীয়ে ভাৰতৰ ৰাষ্ট্ৰভাষা হ'ব লাগে। বৰ্তমান সময়ত ইয়াৰ সাহিত্যিক মৰ্যাদাও যথেষ্ট বাঢ়িছে। কিন্তু সকলো অঞ্চলৰ লোকে হিন্দীৰ প্ৰতি সমৰ্থন আগ বঢ়োৱা নাই; বহুতে হিন্দীক ৰাষ্ট্ৰভাষাৰূপে স্বীকৃতি দিয়াৰ লগতে ইংৰাজীকো চিৰ বিদায় দিয়াৰ কথা ভাবে। ইংৰাজীক একেবাৰে আঁত-ৰালে যে কিছুমান অসুবিধা উপস্থিত হ'ব তাক নুই কৰিব নোৱাৰি। সেইবাবে বহুতে আকৌ হিন্দীৰ লগত ইংৰাজীক ৰখাৰ পক্ষপাতী। কিছুমান আকৌ আন ধৰণে চিন্তা কৰা লোক আছে। তেওঁলোকে জগতৰ আন ৰাষ্ট্ৰ কিছুমানলৈ চাই ক'বলৈ বিচাৰে যে এখন ৰাষ্ট্ৰৰ কাৰণে এটাহে যে ৰাষ্ট্ৰভাষা হ'ব লাগিব তাৰ কোনো ধৰা-বন্ধা নিয়ম নাই। এটাতকৈ অধিক ভাষাৰ ব্যৱহাৰ ৰাষ্ট্ৰীয়তা গঠনৰ ক্ষেত্ৰত ডাঙৰ বাধা নহয়।[১১] ছুইজাৰলেণ্ডত জাৰ্মান, ফৰাচী, ইটালীয় আৰু ৰেটোৰোমানীয় এই চাৰিটা ভাষা চলে। আন আন ঠাইতো তেনে উদাহৰণ অনেক আছে। ভাৰতীয় সংবিধানত ৰাষ্ট্ৰীয় ভাষাৰূপে স্বীকৃত ভাষাবোৰৰ কিছুমানৰ লগতে কিছুমানৰ মিল দেখুৱাই অন্ততঃ ভাৰতৰ পূব, উত্তৰ আৰু

১০ Page, R. B. Le : *The National Language Question, 1964*

১১ Chatterji, S. K. : *Languages and Literatures of Modern India,* 1963, pp 6-7

দক্ষিণ অঞ্চলৰ তিনিটা ভাষাক ৰাষ্ট্ৰভাষাৰূপে স্বীকৃতি দিয়াৰ কথাও কোনোৱে ভাবিব পাৰে। তেতিয়াহ'লে ভাৰতীয় ঐক্য সাধনত যে কিবা বিশিষ্ট পদক্ষেপ লোৱা হ'ব ক'ব নোৱাৰি। ভাৰতীয় ৰাজনৈতিক আৰু সাংস্কৃতিক ঐক্য ৰক্ষাৰ কাৰণে ইংৰাজী আৰু সংস্কৃত ভাষাৰ মূল্যৰ প্ৰতি দৃষ্টি ৰখাটো বাঞ্ছনীয়। ৰাজনৈতিক পৰিবেশে ভাৰতৰ ৰাষ্ট্ৰভাষাৰ স্বীকৃতিত যি ভূমিকাই গ্ৰহণ নকৰক লাগে, ৰাষ্ট্ৰভাষা শিক্ষাৰ ক্ষেত্ৰত ভাষাবিজ্ঞানীসকলৰ সহযোগিতা নিবিচাৰিলে সি ফলপ্ৰদ হ'ব বুলি আশা কৰিব নোৱাৰি।

২০ **অন্তৰ্ৰাষ্ট্ৰীয় ভাষা :** বিভিন্ন ৰাষ্ট্ৰৰ মাজত যোগাযোগ-সৃষ্টিৰ বাবে ব্যৱহাৰ কৰা ভাষা অন্তৰ্ৰাষ্ট্ৰীয় ভাষা নামে পৰিচিত। অন্তৰ্ৰাষ্ট্ৰীয় ভাষাও স্বাভাৱিক নাইবা কৃত্ৰিম হ'ব পাৰে। বৰ্তমান অন্তৰ্ৰাষ্ট্ৰীয় ভাষাৰ ঠাই অধিকাৰ কৰি আছে স্বাভাৱিক ইংৰাজী ভাষাটোৱে। কিন্তু সময়ে সময়ে পণ্ডিতসকলে একোটা কৃত্ৰিম অন্তৰ্ৰাষ্ট্ৰীয় ভাষা চলাবলৈ যত্ন নকৰা নহয়। ১৬২৯ চনৰ পৰা এনে ধৰণৰ একসত্তৰ বাৰ প্ৰচেষ্টা চলোৱা হৈছে। তাৰ ভিতৰত ৱাৰ্ছৰ ডঃ ঝমেনহফ নামৰ পণ্ডিতে উলিওৱা 'এছপিৰেণ্টো' নামৰ ভাষাটো বেছি প্ৰসিদ্ধ। আন কেইটামান কৃত্ৰিম অন্তৰ্ৰাষ্ট্ৰীয় ভাষা হ'ল: (ইডো, গ্লোবো, নোৱিয়ল, ৱোলাপক আদি) অন্তৰ্ৰাষ্ট্ৰীয় কৃত্ৰিম ভাষাবোৰৰ গঠন-পদ্ধতি কেইবা ধৰণৰো হ'ব পাৰে। কোনো স্বাভাৱিক ভাষাৰ লগত কোনো ধৰণৰ সাদৃশ্য নাৰাখি কাল্পনিক-ভাৱে যাদৃচ্ছিক ধ্বনি, ৰূপ আৰু বাক্য সজাই একোটা গঠন-প্ৰণালী উলিযাই এটা কৃত্ৰিম ভাষাৰ সৃষ্টি কৰিব পাৰি। নাইবা কোনো স্বাভাৱিক ভাষাৰ ওপৰত ভিত্তি কৰি যাদৃচ্ছিক গঠন-প্ৰণালীৰে ভাষা এটা সজাব পাৰি। নাইবা দুয়োটাৰ সংমিশ্ৰণ ঘটাই এটা কৃত্ৰিম ভাষা কৰিব পাৰি। ইয়াৰ প্ৰথম আৰু তৃতীয় দুয়োবিধ ভাষা সম্পূৰ্ণ কৃত্ৰিম হোৱা কাৰণে বাস্তৱত ব্যৱহাৰৰ উপযোগী নহয়। দ্বিতীয় বিধৰ ভিত্তি স্বাভাৱিক ভাষা হোৱাত তাক স্বাভাৱিক ভাষাতকৈ কিছু সৰল আৰু সম্পূৰ্ণ কৰিব পৰা যায়। এছপিৰেণ্টো ভাষাটো এই শ্ৰেণীত পৰে। ডঃ ঝমেনহফ এজন ভাষাবিজ্ঞানী আছিল। তেওঁ ইউৰোপৰ সকলোবোৰ প্ৰধান ভাষা পঢ়িব, লেখিব আৰু ক'ব পাৰিছিল। তেওঁ গোটেই জীৱনটো এটা আদৰ্শৰ দ্বাৰা অনুপ্ৰাণিত হৈ বিশ্ব-ভাষাৰ সৃষ্টিত আত্মনিয়োগ কৰিছিল। তেওঁ জনা ভাষাবোৰৰ

বিশ্লেষণৰ দ্বাৰা ষোলটা প্ৰধান সূত্ৰ নিৰ্মাণ কৰিছিল। শব্দভাণ্ডাৰৰ ক্ষেত্ৰতো বহুতো ভাষাৰ শব্দৰ অনুশীলনৰ পৰা কিছুমান ধাতু উলিয়াই সেইবোৰৰ সৈতে প্ৰত্যয় আৰু বিভক্তি লগ লগাই ভাষাটোৰ শব্দ নিৰ্মাণ কৰা হৈছিল। তেওঁ প্ৰধানকৈ ভাৰত-ইউৰোপীয় ভাষাবোৰৰ ওপৰত ভিত্তি কৰিছিল। কিন্তু অশ্লিষ্ট নীতিহে মানিছিল। অকল ভাষাৰ পিনৰ পৰা চাবলৈ গ'লেও "এছপিৰেণ্টো এটা অতি উল্লেখযোগ্য আবিষ্কাৰ ! ই এটা মহান আত্মাৰ মহান কীৰ্তি।"[১২] তলত এছপিৰেণ্টো ভাষাৰ গঠন সম্পৰ্কীয় অলপ কথা দিয়া হ'ল।

২১ এছপিৰেণ্টো ভাষাটো ১৮৮৭ চনত আৱিষ্কৃত হয়। তেতিয়াৰ পৰা গোটেই পৃথিৱীত ইযাৰ প্ৰসাৰ ক্ৰমান্বয়ে বাঢ়ি আহিছে। জগতৰ বিভিন্ন ঠাইত এছপিৰেণ্টোৰ প্ৰচাৰৰ বাবে অনুষ্ঠান গঠন কৰা হৈছে। ইয়াত ৰচনা কৰা কাগজ-পত্ৰও উলিওৱা হৈছে। লিপি হৈছে অন্তৰ্ৰাষ্ট্ৰীয় ধ্বনি-সন্থাৰ ধ্বনিলিপিৰ অনুৰূপ। প্ৰতিটো শব্দ লেখা অনুযায়ী উচ্চাৰিত হয়। দ্বিত্ব ব্যঞ্জন নাইবা দ্বিস্বৰৰ ব্যৱহাৰ নাই। প্ৰত্যেক স্বৰধ্বনিৰে একোটা অক্ষৰ হয়। একেলগে দুই-তিনিটা স্বৰধ্বনি থাকিলেও এই নিয়ম প্ৰযোজ্য। এছপিৰেণ্টোৰ গঠনৰ বাবে উলিওৱা ষোলটা সূত্ৰৰ এটাৰো কোনো ব্যতিক্ৰম নাই আৰু আটাইবোৰ নিয়মিত। ভাষাটোত অনিৰ্দিষ্টতাবাচক প্ৰত্যয় নাই। নিৰ্দিষ্টতাবাচক প্ৰত্যয় হৈছে la. ই লিঙ্গ, বচন, কাৰক নিৰ্বিশেষে ব্যৱহাৰ হ'ব আৰু ৰূপৰ কোনো বিকাৰ নঘটে: যেনে, libro 'কিতাপ, এখন কিতাপ,' la libro 'কিতাপখন'; frato 'ভাই, এজন ভায়েক', la fratinoj 'ভনীয়েতকইত'। বিশেষ্যবোৰ—o কাৰান্ত হয়। বহুবচন বুজাবৰ কাৰণে—j প্ৰত্যয় লগ লাগে; যেনে, tablo 'মেজ', tabloj 'মেজবোৰ', la tabloj, 'মেজবোৰ' (নিৰ্দিষ্টতাবাচক)। কাৰক দুবিধ; কৰ্তাকাৰক আৰু কৰ্মকাৰক। কৰ্তাকাৰকৰ পাছত—n লগ লগাই কৰ্মকাৰক কৰা হয়। বিশেষণবোৰ হয়—a কাৰান্ত; যেনে, bona 'ভাল' bela 'ধুনীয়া ইত্যাদি।

২১.১ প্ৰধান সংখ্যাবাচক শব্দবোৰ হ'ল: unu, du, tri, kvar, kvin, ses, sep, ok nau, dek, cent (শ), mil (হেজাৰ)। ক্ৰিয়াবোৰৰ বচন আৰু পুৰুষ অনুযায়ী কোনো পৰিৱৰ্তন নহয়। বৰ্তমান কালত

১২ Taraporewala: *E. S. L.* 1951, p. 533

ধাতুৰ পাছত—as লগ লাগে ; অতীত কালত is আৰু ভৱিষ্যত কালত—os লগ লাগে ; যেনে estas 'হয়, আছে', estis 'আছিল', estos 'থাকিব'। ক্রিয়াবিশেষণবোৰ—e কাৰান্ত হয়, যেনে—repide 'খৰকৈ', persone 'ব্যক্তিগতভাৱে'। এছপিৰেণ্টোত পূৰ্ব-প্ৰত্যয় আৰু পৰ-প্ৰত্যয় কিছুমানৰ ব্যৱহাৰ আছে। সেইবোৰক সহজভাৱে প্ৰকৃতি বা ধাতুৰ আগে-পাছে যোগদি নানা অৰ্থ কৰিব পাৰি ; যেনে, doni 'দি', dis-doni 'বিলা', prezidanto 'প্ৰেছিডেণ্ট', eks-prezidanto 'ভূতপূৰ্ব প্ৰেছিডেণ্ট',—patro 'দেউতা', ge-patroj 'মা-দেউতাইঁত ; alta 'ওখ', mal-alta 'চাপৰ,' sendi 'পঠোৱা', re-send 'ওভোটাই পঠোৱা', libera 'মুক্ত', liber-ec-o 'মুক্তি', lerni 'শিক্', lern-ej-o 'স্কুল', monto 'পৰ্বত', mont-et-o 'পাহাৰ', koko 'মতা কুকুৰা', kok-in-o 'মাইকী কুকুৰা', saga 'জ্ঞানী', sag-ul-o 'ঋষি'।

২১.২ এছপিৰেণ্টোত ব্যৱহাৰ কৰা শব্দ কিছুমান এনে ধৰণৰ :

| | | | |
|---|---|---|---|
| besto | 'জন্তু' | laboro | 'কাম' |
| banko | 'বেঙ্ক' | morto | 'মৰণ' |
| ceko | 'চেক' | moskito | 'মহ' |
| domo | 'ঘৰ' | morti | 'মৰ্' |
| dometo | 'কুটীৰ' | malvera | 'মিছা' |
| en | 'ভিতৰত' | maljuna | 'পুৰণি' |
| frato | 'ভাই' | nova | 'নতুন' |
| fratino | 'ভনী' | ne | 'নহয়' |
| fero | 'লো' | nokto | 'ৰাতি' |
| fiso | 'মাছ' | nomo | 'নাম' |
| granda | 'ডাঙৰ, মহৎ' | nazo | 'নাক' |
| helpi | 'সহায় কৰ্' | ovo | 'কণী' |
| hundo | 'কুকুৰ' | okulo | 'চকু' |
| inko | 'ছিয়াহী, | oro | 'সোণ' |
| jes | 'হয়' | por | 'কাৰণে' |
| juna | 'ডেকা' | patro | 'দেউতা' |

kato 'মেকুৰী'
kapo 'মূৰ'
knabo 'ল'ৰা'
knabino 'ছোৱালী'
kial 'কিয়'
longa 'দীঘল'
larga 'বহল'
luno 'জোন'
lingvo 'ভাষা'
viro 'পুৰুষ'
virino 'মহিলা'

patrino 'মা'
polico 'পুলিছ'
plumo 'কলম'
suno 'বেলি'
serpento 'সাপ'
se 'যদি'
sur 'ওপৰত'
tempo 'সময়'
tago 'দিন'
vivo 'জীৱন'
vivi 'জীয়াই থাক্'
vera 'সঁচা', ইত্যাদি*

২১.৩ এতিয়া দেখা গ'ল যে এছপিৰেণ্টো ভাষাটো সৰল, যি কোনো ধৰণে তাক সজাব পাৰি আৰু নিয়মবোৰৰ কোনো ব্যতিক্ৰম নাই। ইমানবোৰ সুবিধা থাকিকেও তাৰ এটা প্ৰধান দোষ আছে। কোনো এটা ভাষাক মানুহে ব্যৱহাৰ কৰিবলগীয়া হ'লে সি জীৱিত আৰু বিকাশযোগ্য হ'ব লাগে। সময়ৰ লগত ভাষা এটাৰ বিকাশৰ সুবিধা নাথাকিলে মৃত ভাষাৰ নিচিনাই তাৰ অৱস্থা হয়। "ভাষা এটা মানৱীয় অনুষ্ঠান। মানৱৰ বিকাশৰ লগতে ইয়াৰো বিকাশ আৰু পৰিৱৰ্তন হ'ব। গতিকে যিকোনো কৃত্ৰিম ভাষাৰ বিফলতা অৱশ্যম্ভাৱী।[১৩] অন্তৰ্ৰাষ্ট্ৰীয় ভাষাৰ কাৰণে স্বাভাৱিক ভাষাৰহে আশ্ৰয় ল'ব লাগিব। তেতিয়াও আমি জগতৰ কোনটো ভাষাক অন্তৰ্ৰাষ্ট্ৰীয় ভাষাৰ স্থান দিম, এই প্ৰশ্নটো বাকী থাকিব। ইয়াৰ উত্তৰ এনেদৰে দিব পাৰি: যিটো ভাষাৰ গঠন-প্ৰণালী সৰল, যিটো ভাষাৰ বিস্তৃতি বিশাল, যিটো ভাষা বাণিজ্যিক আৰু ৰাজনৈতিক শক্তিৰে শক্তিমান সেইটোৱে অন্তৰ্ৰাষ্ট্ৰীয় ভাষাৰ স্থান

---

* এছপিৰেণ্টোৰ আৰু বহল আলোচনাৰ বাবে দ্ৰষ্টব্য:
Pei, M.A.: *The World's Chief Languages*, 1961
Appendix *A*

১৩ *Taraporewala. E. S. L. P. 533.*

অধিকাৰ কৰিবৰ যোগ্য। ইংৰাজী ভাষাত প্ৰায় আটাইকেইটা গুণ আছে। বৰ্তমান ইংৰাজীয়ে অন্তৰ্ৰাষ্ট্ৰীয় ভাষাৰ স্থান অধিকাৰ কৰিছে।

২২ **মিশ্ৰিত ভাষা:** ব্যৱহাৰিক আৱশ্যকতাৰ খাতিৰত কোনো কোনো ঠাইত এক প্ৰকাৰ কৃত্ৰিম ভাষাৰ উদ্ভৱ হয়। দুটা বা অধিক ভাষা-সম্প্ৰদায়ৰ লোক কোনো ঠাইত অস্থায়ীভাৱে থাকিবলগীয়া হ'লে ভিন ভিন ভাষাৰ সমিলমিলত পাৰস্পৰিক কাৰ্য্য চলাবলৈ এক প্ৰকাৰ নতুন ভাষাৰ সৃষ্টি হয়। ডাঙৰ ডাঙৰ বন্দৰত বিভিন্ন ভাষা-ভাষী নাৱিকবোৰৰ মাজত নাইবা কোনো ঠাইত মিলিত বেপাৰীবোৰৰ মাজত এনে ভাষা একোটাই গঢ় লয়। ভিন ভিন ভাষা-কোৱা ভ্ৰমণকাৰী আৰু পৰিচালক নাইবা প্ৰভু আৰু ভৃত্যৰ মাজত মিশ্ৰিত ভাষাৰ উদ্ভৱ হ'ব পাৰে। সচৰাচৰ মিশ্ৰিত ভাষাৰ সৃষ্টিত কেতিয়াবা এটা ভাষাৰ শব্দ-ভাণ্ডাৰৰ ওপৰত নিৰ্ভৰ কৰি গঠন-প্ৰণালী আন আন ভাষাৰ পৰা লোৱা হয় নাইবা এটা ভাষাৰ গঠন-প্ৰণালীৰ ওপৰত নিৰ্ভৰ কৰি শব্দ-ভাণ্ডাৰ আন আন ভাষাৰ পৰা লোৱা হয়। এনেকুৱা ভাষাৰ কেৱল দৈনন্দিন জীৱনৰ সাধাৰণ কাৰ্য চলাবৰ বাবেহে সৃষ্টি হয়। মিশ্ৰিত ভাষাৰ ভিতৰত মিশ্ৰিত ইংৰাজী বিশেষভাৱে উল্লেখযোগ্য।

ইয়াৰ শব্দ-ভাণ্ডাৰ ইংৰাজী ভাষাৰ, কিন্তু ধ্বনিতত্ত্ব আৰু ৰূপ-ৰচনা চীনা ভাষাৰ। "চীন দেশত ইয়াৰ প্ৰচলন বেছি। জাপান আৰু কালি-ফৰ্নিয়াতো অপ্ৰচলিত নহয়। অষ্টাদশ শতাব্দীৰ মাজ ভাগৰ আগতে এই ভাষাৰ সূত্ৰপাত হৈছিল।"[১৪] ভূমধ্য সাগৰৰ বন্দৰবোৰত ফৰাচী, স্পেনীয়, ইটালীয়, গ্ৰীক, আৰবী আদিৰ ভাষাৰ সংমিশ্ৰণত ছবিৰ্ (Sabir) নামৰ আন এটা মিশ্ৰিত ভাষাৰ প্ৰচলন আছে। প্ৰশান্ত মহাসাগৰৰ পশ্চিম অঞ্চলৰ দ্বীপপুঞ্জবোৰত ইংৰাজী ভাষাৰ ভগ্ন ৰূপৰ পৰা বীচ-লা-মাৰ (Beach la Mai) নামৰ আন এটা ভাষাৰ প্ৰচলন আছে। "এই ভাষাৰ শব্দ সংখ্যা যৎসামান্য। সিও সকলোবোৰ ইংৰাজী। অলপ স্পেনীয় আৰু পৰ্তুগীজ শব্দ আছে। শব্দৰ ৰূপ-ভেদ নাই। কৰ্তা, কৰ্ম, এক বচন, বহু বচন, পুংলিঙ্গ, স্ত্ৰীলিংগ সকলো একাকাৰ; যেনে, মই—me, আমি—me two fella, me three fella, মোৰ দেউতা—papa belong me. সি খাইছে—he kaikai সি আটাইখিনি খাইছে—he kaikai

১৪ সেন, সুকুমাৰ; ভাষাৰ ইতিবৃত্ত, ১৯৬৮, পৃষ্ঠা ১০

all finish"[১৫] ইত্যাদি। আমেৰিকা যুক্তৰাষ্ট্ৰৰ প্ৰশান্ত মহাসাগৰৰ উত্তৰ-পশ্চিম উপকূলত চিনুক (Chinook) নামৰ আন এটা ভাষা আছিল। সি আমেৰিকাৰ আদিম ভাষা আৰু ইংৰাজীৰ সংমিশ্ৰণত গঢ়ি উঠা। ভাষাটো এতিয়া নিঃচিহ্ন হৈছে। মিশ্ৰিত ভাষাত মন কৰিবলগীয়া কথা হ'ল এয়ে যে ভাষাটোৰ গঠন-প্ৰণালী আৰু শব্দকোশ যথেষ্টৰূপে সংক্ষিপ্ত আৰু সৰলীকৃত হয়। কোনো মিশ্ৰিত ভাষা বিভিন্ন ভাষা-কোৱা লোকৰ মাজত বেপাৰ-বাণিজ্য সংক্ৰান্ত বিষয়ত সাধাৰণভাৱে ব্যৱহৃত হ'ব পাৰে। তেতিয়া তাক সাৰ্বজনীন ভাষা বোলে।*

২৩ বিশেষ পৰিস্থিতিত মিশ্ৰিত ভাষা এটা ব্যৱসায়ী লোক বা নাৱিক-সকলৰ মাজত অকল পাৰস্পৰিক মাধ্যম হৈ নাথাকে। স্বাভাৱিক ভাষা-ৰূপেও তাৰ ব্যৱহাৰ হ'ব পাৰে। ইজনে সিজনৰ ভাষা পৰস্পৰে বুজি নোপোৱা লোক কিছুমানে স্থায়ীভাৱে যেতিয়া যোগাযোগ ৰাখিবলগীয়া হয়, তেতিয়া এনে ভাষাই ৰূপ লয়। এনেকুৱা ভাষাক ক্ৰেওলীয় ভাষা বোলে। আফ্ৰিকাৰ দাসবোৰৰ মাজত প্ৰচলিত ইংৰাজী ভাষাৰ ওপৰত ভিত্তি কৰা টকি-টকি বা নিনগ্ৰে টোঙ্গো (Taki-Taki or Ningre Tongo) আৰু জু টোঙ্গো (Jew Tongo) এনে দুটা ভাষা। "মৰিশাস ক্ৰেওল" মৰিশাসৰ ভাষা। ই ফৰাচীৰ পৰা উৎপন্ন। ১৭১৫ চনত মৰিশাস দ্বীপ ফৰাচীসকলে অধিকাৰ কৰে আৰু মাদাগাস্কাৰৰ পৰা প্ৰচুৰ নিগ্ৰো দাস আমদানি কৰে। সেই নিগ্ৰোবোৰৰ লগত যোগাযোগৰ উপলক্ষত ক্ৰেওলৰ উৎপত্তি। ১৮১০ চনত দ্বীপটো ইংৰাজৰ হাতলৈ যায়। ইংৰাজসকলে ভাৰতবৰ্ষ আৰু আন ঠাইৰ পৰা প্ৰচুৰ পৰিমাণৰ বনুৱা তালৈ লৈ যায়। কিন্তু ফৰাচী ক্ৰেওল ভাষা অপৰিৱৰ্তিত হৈ থাকে। এই ক্ৰেওলৰ শব্দ প্ৰায় আটাইবোৰে ফৰাচী কিন্তু সকলো শব্দৰ বাণান ফৰাচী ভাষাত প্ৰচলিত বাণানৰ নিচিনা নহয়। ব্যাকৰণ যথা সম্ভৱ সৰল। শব্দৰ একবচন আৰু বহুবচনৰ পাৰ্থক্য নাই। কাৰক-বিভক্তি নাই। বহুত সময়ত আন পদ আৰু ক্ৰিয়াৰ মাজতো ভিন্নতা ৰক্ষিত নহয়।

১৫ সেন, সুকুমাৰ: ভাষাৰ ইতিবৃত্ত, ১৯৬৮, পৃষ্ঠা ১০

* *A jargon may pass into general commercial use between persons of various nationality, We then call it a lingua franca.—Bloomfield*

*উদাহৰণঃ* মোৰ ঘৰ—mo lakaze, মই খাইছিলোঁ mo to monze, মই খাম—mo va manze[১৬] ইত্যাদি। মিশ্রিতভাষা এটাক এটা নতুন পুৰুষে সৰুৰে পৰা শিকি ডাঙৰতো মাতৃভাষাৰ নিচিনা যেতিয়া ব্যৱহাৰ কৰে, তেতিয়া সি ক্রেওলীয় ভাষাত পৰিণত হয়।

২৪ এই সম্পৰ্কত বিশেষভাৱে উল্লেখযোগ্য ভাষা হৈছে **জিপছী** বা **যাযাবৰী**। জিপছী ভাষাটো মূলতঃ ভাৰতীয় আৰ্য-ভাষা। ই ভাৰতৰ উত্তৰ-পশ্চিম অঞ্চলৰ ভাষা আছিল, জিপছী ভাষা ভাৰতৰ বাহিৰতহে চলে। ই প্ৰধানকৈ দুভাগত বিভক্ত, ইউৰোপীয় আৰু আৰ্মেনীয়। খৃষ্টীয় প্ৰায় ৫ম শতিকাত ভাৰতৰ পৰা জিপছীসকল ওলাইছিল। তেওঁলোক দৰ্দিস্থানৰ মাজেৰে ঈৰান আৰু আৰ্মেনিয়াত প্ৰৱেশ কৰিছিল। আন এটা দল ইউৰোপলৈ গৈ হাঙ্গেৰি, ৰুছদেশ, পোলেণ্ড আৰু জাৰ্মানি পায়। কিছুমান ফ্রান্স আৰু ইংলণ্ডলৈ যায়। "তেওঁলোকৰ আদিম বাসস্থান পাঞ্জাব যেন অনুমান হয়। তেওঁলোকৰ উপভাষাবোৰত দৰ্দীয় ভাষাৰ প্ৰভাৱ স্পষ্ট। তাৰ পৰা তেওঁলোক দৰ্দিস্থানত বহুকাল জুৰি বসতি কৰিছিল বুলি প্ৰমাণিত হয়।"[১৭] অঘোৰী জিপছীসকল য'লৈকে গৈছে ত'লৈকে আৰ্য-ভাষা লৈ গৈছে আৰু পৃথিৱীৰ বেলেগ বেলেগ ঠাইৰ ভাষাৰ সংমিশ্রণ ঘটাই নিজৰ ভাষাক সজাই লৈছে। ভাৰতীয় আৰ্য-ভাষা আৰু ইংৰাজীৰ সংমিশ্রণত ইংৰাজী জিপছীয়ে কেনে ৰূপ লৈছে তলৰ উদাহৰণৰ পৰা বুজা যাব:

Dui Romany chals were bit cheni
Pawdle the bori p¯nī,
Plato for koring
Lasho for Choring
The putsi of a borī rānī.

(সাগৰৰ সিপাৰলৈ দুটা জিপছী ল'ৰা পঠোৱা হৈছিল। প্লেটো গৈছিল লুটপাত কৰিবলৈ আৰু লাছো গৈছিল এগৰাকী মহিলাৰ ধন চুৰ কৰিবলৈ।)

২৫ **গুপ্তভাষা:** একে ভাষা-সম্প্ৰদায়ৰ লোকৰ মাজত ইজনে সিজনৰ মনৰ ভাব বুজাবৰ কাৰণে ভাষাৰ জন্ম। কোনো কোনো পৰিস্থিতিত

১৬ সেন, সুকুমাৰ: ভাষাৰ ইতিবৃত্ত, পৃষ্ঠা ১১
১৭ Taraporewala : *E.S.L*, pp. 240-41

এজনৰ মনোভাৱ যাতে আন এজনে বুজি নাপায় তাৰ কাৰণেও এক প্ৰকাৰ ভাষাৰ উদ্ভৱ হয়। ইয়াৰ নাম গুপ্তভাষা। ইও এক প্ৰকাৰ কৃত্ৰিম ভাষা। গ্ৰাহকসকলে কোনো বস্তুৰ দাম সম্পৰ্কে যাতে একো বুজিব নোৱাৰে, সেই উদ্দেশ্যে বেচোঁতাসকলে এনে ভাষা ব্যৱহাৰ কৰে। ৰাজনৈতিক বিদ্ৰোহী দলৰ লোকৰ মাজত গুপ্তভাষাৰ প্ৰচলন দৰ্কাৰী হৈ উঠে। নহ'লে তেওঁলোক আনৰ হাতত সহজতে ধৰা পৰাৰ সম্ভাৱনা থাকে। সৈনিক আৰু গুপ্তচৰ-সকলৰ মাজত গুপ্তভাষাৰ প্ৰচলন আৰু আৱশ্যকতা আছে। শিবিৰৰ পৰা কোনো সৈন্য বাহিৰলৈ গ'লে আৰু বাহিৰৰ পৰা ভিতৰ সোমালে কিছুমান সাংকেতিক শব্দ ব্যৱহাৰ কৰা হয় আৰু সেইবোৰ প্ৰায় সদায় নতুন নতুন ধৰণৰ হয়। এইবোৰতকৈও চোৰ-ডকাইত আদি অপৰাধী দলৰ মাজত গুপ্তভাষাৰ বিশেষৰূপে প্ৰচলন আছে। গুপ্তভাষাক কেইবা প্ৰকাৰে সজোৱা হয়: (ক) এটা শব্দৰ অক্ষৰ ওলোটাই ব্যৱহাৰ কৰি, যেনে, পানী > নীপা, ভাত > তভা, ৰোটী > টীৰো ইত্যাদি। (খ) কোনো এটা শব্দক সাধাৰণ অৰ্থত ব্যৱহাৰ নকৰি এটা বিশেষ অৰ্থত ব্যৱহাৰ কৰি, যেনে, চুৰ কৰিবলৈ যোৱাক ভাৰতৰ কোনো অঞ্চলত 'বাৰাত' যোৱা বোলে। উত্তৰ প্ৰদেশৰ চোৰ-ডকাইতবোৰৰ গুপ্তভাষা এটাত এনেকুৱা অনেক শব্দৰ ব্যৱহাৰ আছে। সেইবোৰে সিহঁতে নিজে দিয়া অৰ্থহে ব্যক্ত কৰে; যেনে, অমৰ কৰো (মাৰি পেলা), পূজা কৰো (কোবা), পৰসাদ দো (বিষ দে) বাসদেৱ (লাঠিৰে মাৰ)।[১৮] (গ) উপকৰা অক্ষৰ যোগ দি; যেনে, মৰমৈঁ থৰমানা থৰমা কৰমৰ অৰমাউঁ গৰমা-মৈঁ থানা খাকৰ আউঁগা। (ঘ) কেতিয়াবা কোনো কোনো অক্ষৰৰ দ্বিৰুক্তি কৰি সহজে বুজিব নোৱৰাকৈ বাক্য সজোৱা হয়। বঙ্গদেশৰ অপৰাধ-জগতৰ ভাষাৰ গঠন-পদ্ধতিৰ আলোচনা প্ৰসঙ্গত ডঃ ভক্তিপ্ৰসাদ মল্লিকে মূল শব্দৰ নানা ধৰণৰ বিকৃতিৰ উল্লেখ কৰিছে। সেই-বোৰৰ ভিতৰত কেইটামান এনেকুৱা: (ক) স্বৰধ্বনিৰ লোপ: আগুন > গুন (খ) ইচ্ছাকৃতভাৱে স্বৰধ্বনিৰ পৰিবৰ্তন: অন্ধকাৰ, অন্ধাৰ > ইন্ধাৰ (গ) স্বৰসঙ্গতি: ঘড়ি > ঘিড়ি (ঘ) আদিব্যঞ্জন লোপ: কালি > আলি, সাদা > আদা (ঙ) ব্যঞ্জনধ্বনিৰ পৰিবৰ্তন: কফ > কক, সোনা > কোনা (চ) ব্যঞ্জন-ধ্বনিৰ যুক্তকৰণ: খুলা > খুল্‌লা (ছ) অক্ষৰ-বিপৰ্যয়: চাকৰ > কৰচা,

---

১৮ তিৱাৰী, ভোলানাথ: ভাষা-বিজ্ঞান, পৃষ্ঠা ৬৯

থানা>নাথা (জ) মিশ্রণ ঃ উপৰ + কামৰা>উমৰা (ঝ) ধ্বনি-বিপৰ্যয় ঃ মুখ> খুম (ঞ) যাদৃচ্ছিক অৰ্থৰ আৰোপ ঃ জুঁই 'বান্ধৱী', বাঁধাকোপী 'পাঞ্জাবী', বেণি 'মহিলা', বিল্‌লি 'ছোৱালী', আম্‌সি 'বেমাৰী ছোৱালী', হুস্‌হুস্‌ 'পুলিছ', আঙুল 'ভৰি', চোখ 'মূৰ', কাঁপা 'জ্বৰ' ইত্যাদি। বোম্বাইৰ পাৰছীসকলৰ মাজত এক প্ৰকাৰৰ গুপ্তভাষাৰ প্ৰচলন আছে। "তেওঁলোকৰ মাহটোৰ ত্ৰিশ দিনৰ প্ৰত্যেক দিনৰ একোটা নাম আছে আৰু সেই নামবোৰ একৰ পৰা ত্ৰিশলৈ সংখ্যা বুজাবলৈ ব্যৱহাৰ কৰা হয়।"[১৯]

২৬ গ্ৰিয়াৰ্ছনে যাযাবৰী গুপ্তভাষাৰ বিষয়ে কৰা আলোচনা-প্ৰসঙ্গত উত্তৰ ভাৰতৰ পাঞ্জাব আৰু আন আন অঞ্চলৰ চোৰ-ডকাইত আৰু আন নিম্ন স্তৰৰ ব্যৱসায় কৰা লোক কিছুমানৰ মাজত প্ৰচলিত গুপ্তভাষাৰ উল্লেখ কৰিছে। সেইবোৰৰ গঠন-প্ৰণালীত কোনো কোনো ঠাইত বিদেশী গুপ্ত-ভাষাৰ গঠন-প্ৰণালীৰ সৈতে সাদৃশ্য আছে বুলি কোৱা হৈছে, যেনে, (অ) বিদেশী ভাষাৰ শব্দৰ ব্যৱহাৰ। লণ্ডনৰ চোৰ এটাই তাৰ ঘৈণীয়েকক 'Donah' বুলি কয়। এই শব্দটো বিদেশী ভাষাৰ পৰা অনা 'Donna শব্দ। (আ) আখৰবোৰ ওলোটায়ো নতুন শব্দ গঢ়া হয়; যেনে, লণ্ডনৰ চোৰ এটাই পুলিছক Slop বোলে। এই শব্দটো police শব্দৰ আখৰবোৰ ওলোটাই (icelop) কৰা হৈছে। ভাৰতৰ চোৰ এটাই তাৰ শত্ৰু পুলিছৰ জামাদাৰক 'মজাদাৰ' বোলে। (ই) কেতিয়াবা এটা আখৰ সলনি কৰিও এনে শব্দ সৃষ্টি কৰিব পাৰি, যেনে, জাৰ্মান গুপ্তভাষাত hitze>witze। তেনেকৈ (ভাৰতৰ) ছাঁছী এজনে ভোক লগা বুজাবলৈ 'ভূখা'ৰ ঠাইত ঝূখা বুলি কয়। ছাঁছীবোৰ পাঞ্জাবৰ অপৰাধী দলৰ লোক। ইইঁতৰ গুপ্তভাষাত কেতিয়াবা কোনো শব্দৰ আগ আৰু পাছত প্ৰত্যয় লগায়ো নতুন শব্দ সজোৱা দেখা যায়; যেনে, পাঞ্জাবী, দো>ধোৰ (দুই), পাঞ্জাবী অকখি>কুক্কি (চকু)। নাইবা আৰম্ভণিৰ আখৰ সলাই নতুন শব্দ গঢ়া হয়; যেনে, লোকনা, দেখনা>নোখ্‌না। গ্ৰিয়াৰ্ছনে বাৰটা যাযাবৰী গুপ্ত-ভাষাৰ উল্লেখ কৰিছে। তাৰ ভিতৰত কুছাই (Qusai) নামৰ ভাষাটোত সংখ্যা বুজোৱা শব্দবোৰৰ কাৰণে আৰবী শব্দ ব্যৱহাৰ কৰা হয় বুলি কোৱা হৈছে।[২০]

---

১৯ Taraporewala : *E. S L.* p. 267 ·
২০ Grierson. *L. S. I.*, vol.1,.part I, pp. 188-91

২৭ অসমীয়া ভাষাৰ মাজতো কেতিয়াবা কোনো কথা প্ৰকাশ্যে নকৈ সৰ্বসাধাৰণে বুজিব নোৱৰাকৈ কোৱাৰ প্ৰচেষ্টা দেখা যায়। ল'ৰাবোৰৰ মাজত কেতিয়াবা শব্দৰ আখৰৰ ক্ৰম ওলোটাই গোপনীয়তা বুজাবলৈ যত্ন কৰা হয়; যেনে, ইম কৰঘ মযা—মই ঘৰক (ঘৰলৈ) যাম। কোনো কোনো ভাষাত আন সম্প্ৰদায়ৰ লোকক বুজাবলৈ ভাষাৰ এক বিশেষ প্ৰয়োগৰ দ্বাৰা গুপ্ততা ৰক্ষা কৰা দেখা যায়; যেনে, দেউৰী-চুতীয়া ভাষাত ব্ৰাহ্মণ-সকলক চিতুঁ-গেঁই-আ বুলি কোৱা হয়। ইয়াৰ অৰ্থ হ'ল: চিতুঁ (ৰছী), গেঁই-আ 'লওঁতা'—লগুণ লোৱা জন—ব্ৰাহ্মণ। কিন্তু অসমীয়া ভাষাৰ বিশিষ্ট গুপ্তভাষা হৈছে মঙ্গলদৈ মহকুমাৰ ব্যাসপাৰা গাঁৱৰ ব্যাস—ওজাসকলৰ মাজত প্ৰচলিত আচৰিত ধৰণৰ 'ঠাৰ' বা গুপ্তভাষাটোহে।

২৭.১ ব্যাসপাৰাৰ ব্যাসসকল জ্যোতিষ-চৰ্চা কৰা লোক। কিছুমানে কয় যে তেওঁলোক এই বিদ্যাত পাৰ্গত আছিল আৰু আন মানুহেও তেওঁলোকক সময়ে সময়ে নিমন্ত্ৰণ কৰি লৈ গৈছিল। আন ঠাইলৈ যাওঁতে তেওঁলোক অকলে নগৈ দুই-তিনিজন একেলগে গৈছিল আৰু নতুন ঠাইত নিজৰ ভিতৰতে কথা-বতৰা হ'বৰ কাৰণে এবিধ 'ঠাৰ' বা গুপ্তভাষাৰ সৃষ্টি কৰি লৈছিল। সেই ঠাৰ সেই কাৰণে তেওঁলোকৰ মাজতে সীমাবদ্ধ হৈ আছে। কিছুমানে আকৌ কয় যে ব্যাসসকল দৰঙ্গী ৰজাৰ গায়ক আৰু নৃত্যবিদ পণ্ডিত আছিল। জ্যোতিষটো তেওঁলোকৰ নিজৰ বস্তু নহয়। অতীজতে তেওঁলোক পাঞ্জাবৰ পৰা আহিছিল। ইয়াত তেওঁলোকে স্বকীয় পৰিৱেশে এটা ৰক্ষা কৰিবলৈ হয়তো এনে ঠাৰ এটাৰ সৃষ্টি কৰিছিল। "দৰঙ্গী ৰজাৰ ৰাজ সভাত ব্যাস উপাধিধাৰী কেইগৰাকীমান সঙ্গীত বিদ্যাত পাৰ্গত পণ্ডিতে সঙ্গীত চৰ্চা কৰিছিল। সেই পণ্ডিতসকলৰ বংশধৰ-সকল আজিও মঙ্গলদৈৰ ব্যাসপাৰা গাঁৱত নিগাজীকৈ বাস কৰি আছে। ব্যাসসকলৰ সঙ্গীতাচাৰ্যজনক ব্যাসৰ ওজা বোলে। ব্যাসৰ ওজাসকলে এতিয়াও দৰঙ্গী ৰজাৰ বংশধৰসকলৰ ঘৰত শ্ৰীশ্ৰীদুৰ্গোৎসৱ পূজা আৰু অন্যান্য পূজাৰ সময়ত শ্ৰীশ্ৰীদুৰ্গাপূজা উদ্বোধন কৰাৰ জাগৰ গীত (দেৱী-স্তুতিসূচক সংগীত) আৰু মালচি গায়। ব্যাস এটা উপাধি। শব্দ বিস্তাৰকো ব্যাস বোলে। ব্যাস শব্দৰ অৰ্থ পুৰাণ-পাঠক ব্ৰাহ্মণ। এনে উপাধিযুক্ত যিসকল পণ্ডিতে সংগীত, নৃত্য, কথকতা আদি কলাৰ চৰ্চা কৰি পাৰ্গতালি লাভ কৰিছিল, তেওঁলোকক ব্যাসকলাই বুলিছিল। ব্যাসসকল অতীজৰ

পৰা শাক্তমতাৱলম্বী আছিল। ব্যাসৰ ওজাসকলে অতীজত বৈদিক ছয় ৰাগ আৰু ছয়ত্ৰিশ ৰাগিনী সম্পূৰ্ণ জানিছিল।"[২১]

২৮ ব্যাসসকলৰ মাজত গুপ্তভাষা এটাৰ প্ৰচলনৰ কাৰণ কি বুজা নাযায়। ভাষাটোৰ গঠন-পদ্ধতিৰ কেইটামান কথা হ'লে স্পষ্ট। সেইবোৰৰ কিছুমান আন গুপ্তভাষাৰ গঠন-পদ্ধতিৰ অনুৰূপ। তলত তাৰ আলোচনা দাঙি ধৰা হ'ল :

(ক) প্ৰচলিত শব্দৰ ধ্বনি বিপৰ্যয় ঘটাই, যেনে, মাটি>টামি, ভ'ৰি> ৰোভি, পানী>নাপী, ভাত>তাভ, কল>লক, লিকিৰা>কিলিৰা, থাকিল> কাথিল, মিঠে>ঠিমে, গ'ৰু>ৰোগু, মেকুৰী>কেমুৰী, বেলি>লেবি, চোলা>লোচা, চাৰিটা>ৰাচিটা, সং. গচ্ছ>* গচ>চগ+ইল>চোগিল (গ'ল), মিছা>ছিমা, কথা>থকা, কোমল>মোকল, দুপৰীয়া>পুদৰীয়া।

(খ) অক্ষৰৰ বিপৰ্যয় ঘটাই নাইবা ধ্বনি আৰু অক্ষৰ দুযোটাৰে বিপৰ্যয় ঘটাই, যেনে, ৰাতি>তিৰা, চাউল*>চালু>লুচা ইত্যাদি।

(গ) শব্দৰ আগত নতুন ধ্বনি বহুৱাই, যেনে, আনা>হানা।

(ঘ) ধ্বনি বিপৰ্যয়ৰ উপৰি নতুন ধ্বনি সংযোগ কৰি; যেনে, পইচা> চইপা+ৰ>চইপাৰ, আঠ>ঠা+হ>ঠাহ+টা>ঠাহটা, খা>আখ, ব+ আখ>বাখ, বাখ+ইলা>বাখিলা (খালে), দি>ইদ্, ব+ইদ>বিদ (দি)।

(ঙ) এটা ধ্বনিৰ ঠাইত এটা যাদৃচ্ছিক নতুন ধ্বনি বহুৱাই, যেনে, কাপোৰ>দাপোৰ, পাচ-টা>থাচ্টা, সাত-টা>থাত্টা, অসুৰ>মচুৰ।

(চ) অক্ষৰ বিপৰ্যয় আৰু বিষমীভৱনৰ দ্বাৰা; যেনে, তিনিটা>নিকিটা।

(ছ) আদ্য ধ্বনি লুপ্ত কৰি, যেনে, ষষ্ঠ>*অষ্ঠ+টা>অষ্ঠটা (ছটা)।

(জ) এটা শব্দৰ আৰম্ভণি আৰু মাজত যাদৃচ্ছিক নতুন ধ্বনি যোগ দি, যেনে, এটা>* থ-এ-হ-টা>থেহ্টা।

(ঝ) কোনো সম্প্ৰদায়ক বুজোৱা শব্দৰ প্ৰথম নাইবা শেষৰ ধ্বনিৰ লগত নতুন ধ্বনি সংযোগ কৰি, যেনে, বকাৰ=বামুণ, কজাৰ=গণক।

(ঞ) ধ্বনি বিপৰ্যয় আৰু এটাৰ সলনি আন ধ্বনি ব্যৱহাৰ কৰি; যেনে, টেঙৰ>* টেগৰ>গেটৰ। কেতিয়াবা এনে পদ্ধতিৰ পাছত শেষৰ ধ্বনি লুপ্ত কৰিও নতুন শব্দ সৃষ্টি কৰা হয়; যেনে, মঙহ>* মগহ>গম।

(ট) শব্দৰ আগত নতুন অক্ষৰ বহুৱাই; যেনে, কি—জীয়া (ছোৱালী)।

২১ শৰ্মা, দীনেশ্বৰ : মঙ্গলদৈৰ বুৰঞ্জী, ১৯৬১, পৃষ্ঠা : ০৭—১৮

(ঠ) শব্দৰ প্ৰতিটো অক্ষৰৰ পুনৰুক্তি কৰি পুনৰুক্ত অক্ষৰৰ ব্যঞ্জনধ্বনিটো 'জ' বা 'চ' কৰি; যেনে, কি কৰিছা এই শব্দ দুটাক কিজি কজ ৰিজি ছাজা নাইৰা কিচি কচ ৰিচি ছাচা এনে ধৰণেও বুজোৱা হয়।

(ড) শব্দত ব্যৱহাৰ হোৱা স্বৰধ্বনিবোৰ বুজাবলৈও কিছুমান সাঙ্কেতিক শব্দ ব্যৱহাৰ কৰা হয়, যেনে, কণা = আকাৰ, মিঠে = ইকাৰ, হাতী = ঈকাৰ, টুপী = উকাৰ, ভূত = ঊকাৰ, ঘেৰ = একাৰ, বাটে = ঐকাৰ, ঘোৰ = ওকাৰ, টকৌ = ঔকাৰ, চং = ং, অধঃপাত = ঃ, মূলে মূলে = স্বৰবৰ্ণ নাই। এনে পদ্ধতিৰে তামোল শব্দটো বুজাবলৈ এনেদৰে কোৱা হয়: তত কণা, মত ঘোৰ, ল মূলে মূলে।*

(ঢ) কিছুমান একেবাৰে নতুন শব্দ ব্যৱহাৰ কৰি। এই শব্দবোৰৰ আঁতি-গুৰি বিচাৰি পোৱা কঠিন; যেনে: চামিলা = মাছ; বান = মানুহ, মতা মানুহ, তই ;ধুলা = বুঢা; ধুলি = বুঢী; ততৰা = সি, তেওঁ, হোমো = মই, হোমি—হাত = আমি, ধোজি = মাইকী, লিকোক = টকা; দোলেইটা = দুই; ঝিলু = নাথ সম্প্ৰদায়ৰ লোক, লেচাৰ = কছাৰীলোক, অৰ্বা = বেছি; সাথ = ভাল, বে—সাথ = বেয়া।

২৯ এনেকৈ সৃষ্ট শব্দবোৰৰ পাছত আৱশ্যকতা অনুসৰি অসমীয়া শব্দ-বিভক্তি, ক্ৰিয়া-বিভক্তি আদি লগ লগোৱা হয়; যেনে, চগ + ইল > চোগিল = গ'ল, গুল + ইল > গুলিল = মৰিল, জাগা > জাগ + ত > জাগত = ঠাইত, থাক > কাথ + ইল > কাথিল = থাকিল, মাটি > টামি + তে > টামিতে = মাটিতে, বিদ + চু > বিদচু = দিছোঁ। বাক্য-গঠন এনেদৰে কৰা হয়; যেনে, বকাৰ চোগিল = বামুণ গ'ল; টামিতে কাথ = মাটিতে থাক, তাভ গালে = ভাত লাগে ইত্যাদি। ব্যাসসকলৰ গুপ্তভাষাটো যথেষ্ট বুদ্ধি খটুৱাই সৃষ্টি কৰা হৈছে। ই এটা উল্লেখযোগ্য গুপ্তভাষা।

৩০ **বৰ্গভাষা:** সৰ্বসাধাৰণে বুজি নোপোৱাকৈ অকল কেইজনমানৰ দল এটাৰ মাজত বুজিব পৰাকৈ এক প্ৰকাৰ ভাষাৰ সৃষ্টি কৰা হয়। বিশেষ এক শ্ৰেণী লোকৰ মাজত সীমাবদ্ধ হোৱা কাৰণে ইয়াক বৰ্গভাষা বোলা হয়। সচৰাচৰ স্কুলীয়া ল'ৰাবোৰৰ কিছুমানে যেতিয়া ছাত্ৰাবাসত একে লগে বহুদিন থাকে নাইবা শান্তিৰ সময়ত যেতিয়া সৈন্যবোৰ একে শিবিৰত

---

* দ্ৰ. শ্ৰীনবেন্দ্ৰদেৱ শাস্ত্ৰীয়ে লেখা মঙ্গলদৈত প্ৰচলিত সাঙ্কেতিক ভাষা 'ঠাৰ'। দৰঙ্গ-স্মৃতি, স্মৃতিগ্ৰন্থ, ১৯৭৪ চন।

থাকে, তেতিয়া সিহঁতৰ মাজত বুদ্ধি-প্ৰয়োগৰ দ্বাৰা এক প্ৰকাৰ ভাষা সৃষ্টি কৰা হয়। এই ভাষা সৃষ্টিৰ উদ্দেশ্য হৈছে "বুদ্ধিৰ শ্ৰেষ্ঠতা প্ৰদৰ্শন কৰা"। প্ৰচলিত ভাৱ-প্ৰকাশিকা শক্তিৰ পৰা আঁতৰি এটা নতুন সৃষ্টিৰ অভিলাষ ইয়াৰ লগত মিহলি হৈ থাকে। "বৰ্গভাষা ভাষা সম্পৰ্কীয় বিলাস। ই এক প্ৰকাৰ খেল, আন সকলো খেলৰ নিচিনা ই ডেকাসকলৰহে বস্তু। ই সদায় হাস্য ৰস-মিশ্ৰিত আৰু ব্যঙ্গাত্মকো।"[22] বৰ্গভাষাৰ স্থায়িত্ব বৰ বেছি নহয়, কাৰণ সময়ৰ পৰিৱৰ্তনৰ লগে লগে নতুন শব্দ-সৃষ্টিৰ আৱশ্যকতাই দেখা দিয়ে, নহ'লে নতুনত্ব প্ৰদৰ্শন নহয়। এটা বিশেষ দলৰ মাজত কিছুদিন এটা বৰ্গভাষা চলে আৰু সেই দলটো ভাঙি যোৱাৰ লগে লগে সেই বৰ্গভাষাটোও নাইকিয়া হয়। কিন্তু তাৰ মাজত দুই একোটা শব্দই স্বাভাৱিক ভাষাৰ মাজত সোমাই পুৰণি শব্দ কিছুমানৰ ঠাই অধিকাৰ কৰে, ফলত কিছুমান শব্দৰ মৃত্যু ঘটে। উদাহৰণ স্বৰূপে ফৰাচী tete 'মূৰ' শব্দটো লেটিন testa 'কলহ' শব্দৰ পৰা সৃষ্ট আৰু সিয়ে পূৰ্ব প্ৰচলিত chef শব্দটোক আঁতৰাই পেলাইছে।

৩১ বৰ্গভাষাৰ গঠনত প্ৰধানকৈ দুটা উপায় অৱলম্বন কৰা হয়। (ক) আন ভাষাৰ শব্দ ব্যৱহাৰ কৰি ঃ ইংৰাজীত হিন্দী ভাষাৰ চীজ শব্দটো এটা ব্যঙ্গ অৰ্থত ব্যৱহাৰ কৰা হৈছে; যেনে, he is a big cheese (খ) কোনো শব্দৰ যাদৃচ্ছিকভাৱে অৰ্থ আৰোপ নাইবা ব্যঙ্গ অৰ্থত প্ৰয়োগ। অসমীয়াত যিজনৰ টকা-পইছা নাই তেওঁকো যেতিয়া সদাগৰ আৰু কোনো ক্ষমতা নথকাজনক গৱৰ্ণৰ বোলা হয়, তেতিয়া তাত ব্যঙ্গ অৰ্থই নিহিত থাকে। অসমীয়াত ব্যৱহাৰ হোৱা আন কেইটামান বৰ্গভাষাৰ শব্দ হৈছে, চাৰিশ বিশ, নট (knot), স্ক্ৰু (Screw) আদি। আমেৰিকাৰ সৈন্য-বাহিনীৰ মাজত প্ৰচলিত বৰ্গভাষা এটাত প্ৰচলিত শব্দৰ যাদৃচ্ছিক অৰ্থ আৰোপ কৰা দেখা যায়; যেনে, kite আকাশী জাহাজ, egg বোমা, fish টৰপেডো বোমা।[23]

৩২ বৰ্গভাষাৰ সৃষ্টিত শৰীৰৰ অঙ্গ-প্ৰত্যঙ্গবোৰৰ পৰা বিশেষ সহায়

---

২২ *Jespersen Otto. Mankind, Nation and the Individual. pp.* 150-53

২৩ *Pei, M.A,: The World's Chief Languages, Appendix C : Military Slang*

পোৱা হয়। ইংৰাজীত এনে অনেক শব্দৰ সৃষ্টি হৈছে ; যেনে, মুৰটো হ'ল nut, নাক হ'ল beak, peak, snuff-box, trumpet, ভৰি হ'ল creepers, চুলি হ'ল wool ইত্যাদি। অসমীয়া সাহিত্যত ব্যঙ্গৰচসকলৰ লেখনীত এনেকুৱা বহুতো শব্দ পোৱা যায়। হেমচন্দ্ৰ বৰুৱাই কোৱাভাতুৰীত লেখিছে : ডাঙ্গৰীয়াই তাতে হবিক ভৰদি 'অমৰা গুটি' দুটি ছালেৰে ঢাকিলে। ইয়াত অমৰা গুটিৰ অৰ্থ হ'ল চকু দুটা। বেজবৰুৱাই 'বদন গৃহৰ জঁাপ-দুৱাৰ' বুলি মুখখন আৰু ওঁঠ দুটাক বুজাইছে। স্বাভাৱিক শব্দ একোটাক চুটী ৰূপত ব্যৱহাৰ কৰিও কিছুমান বৰ্গভাষাৰ শব্দ সজোৱা হয়, যেনে, ইং. lab<laboratory, gym< gymnasium, maths<mathematics, bus<omnibus, photo <photograph. কেতিয়াবা সংক্ষিপ্ত ৰূপৰ পাছত প্ৰত্যয় যোগ দিয়া হয় ; যেনে, foot ball > footer, freshman > fresher. ইত্যাদি।

১৩ **ভাষাৰ সীমা-নিৰ্ধাৰণ :** ভাষা বুলিলে কোনো ভৌগোলিক পৰিবেষ্টনৰ সকলো অঞ্চলতে সামূহিক কাৰ্যৰ পৰিচালনাৰ বাবে ব্যৱহাৰ কৰা মান্যভাষা এটাক বুজিব লাগে। ইয়াতে আন এটা কথাৰ উত্থাপনৰ আৱশ্যকতাই দেখা দিয়েহি। ওচৰা-উচৰিকৈ থকা দুটা ভাষাৰ ভিতৰত সেই ভাষা দুটা স্বতন্ত্ৰ ভাষা নে সিহঁতৰ এটা আনটোৰ উপভাষা এনে প্ৰশ্ন আৰু সমস্যাৰো কেতিয়াবা সম্মুখীন হ'বলগীয়া হয়। সচৰাচৰ একে ভাষা-কোৱা লোকসকলে পৰস্পৰে পৰস্পৰৰ কথা বুজি পায় আৰু দুটা বেলেগ ভাষা-কোৱা লোকে পৰস্পৰৰ কথা বুজি নাপায় বুলি ভবা হয়। ইয়াক এনে ধৰণেও ক'ব পাৰি যে যদি দুজন মানুহে পৰস্পৰক বুজি পায় তেনেহ'লে তেওঁলোকে এটা ভাষাই কয় আৰু যদি ইজনে সিজনক বুজি নাপায় তেনেহ'লে তেওঁলোকে দুটা স্বকীয়া ভাষা কয়। এই কথাটো যিমান সহজ যেন লাগে আচলতে সিমান সহজ নহয়। পাৰস্পৰিক বোধগম্যতা এটা আপেক্ষিক কথাহে। ই কেইবাটাও কথাৰ ওপৰত নিৰ্ভৰশীল। প্ৰথমতে ই নিৰ্ভৰ কৰে বিষয়বস্তুৰ ওপৰত। দুজন লোকে কোনো এটা বিষয়ৰ ক্ষেত্ৰত ইজনে সিজনক একেবাৰে বুজিব নোৱাৰিব পাৰে আৰু কোনো এটা বিষয়ত হয়তো কিছু কথা বুজিবও পাৰে। ইপিনে মানুহজনৰ বুদ্ধি-বৃত্তি আৰু তেওঁৰ পৰিবেশ অনুযায়ী বোধগম্যতা নিৰ্ভৰ কৰিব। যিজন মানুহৰ বেছি মানুহৰ লগত সম্পৰ্ক ঘটিছে তেওঁৰ আন মানুহৰ লগত

কম সম্পৰ্ক ঘটা লোকতকৈ ওচৰচুবুৰীয়া ভাষা এটাৰ বোধগম্যতা বেছি হ'ব।

৩৩.১ দুটা ভাষা পৃথক হয় নে নহয় জানিবলৈ হ'লে আন এটা উপায়েৰেও যত্ন কৰিব পাৰি। দুয়োটা ভাষাৰ মাজত একে ধৰণৰ মিল কিছুমান চাব পাৰি। সেই মিল দৈনন্দিন ব্যৱহাৰ কৰা বয়-বস্তু, সদায় দেখি থকা জীৱ-জন্তু, অঙ্গ-প্ৰত্যঙ্গ, সম্বন্ধবাচক শব্দ, সংখ্যাবাচক শব্দ, সচৰাচৰ ব্যৱহাৰ কৰা ধাতু আদিৰ ক্ষেত্ৰত হ'ব পাৰে। কোনো এটা ভাষাৰ এনে ধৰণৰ শব্দবোৰক **মৌলিক শব্দভাণ্ডাৰ** বোলে। দুটা ভাষাৰ মাজত মৌলিক শব্দভাণ্ডাৰৰ মিল থাকিলে ভাষা দুটাক এটা ভাষা বুলি ক'ব পাৰি। কিন্তু এনে শব্দভাণ্ডাৰৰ শতকৰা কিমানৰ মিল হ'লে ভাষা দুটা একে হ'ব কোৱা টান। শব্দভাণ্ডাৰৰ উপৰি ভাষাৰ গঠনৰ মিলৰ দৃষ্টিৰেও দুটা ভাষাক চাব পাৰি। কিন্তু ভাষাৰ গঠনৰ অমিল এটা ভাষা আৰু তাৰ উপভাষাৰ মাজতো পৰিলক্ষিত হয়। গতিকে ভাষাৰ গঠন-প্ৰণালীৰ মিলৰ দ্বাৰাও দুটা ভাষা পৃথক নে একে বুজাটো সহজ নহয়। এই ক্ষেত্ৰত আন এটা পৰীক্ষাৰ থল আছে। সেইটো হৈছে উপভাষাৰ সীমা নিৰ্ধাৰণ কৰাৰ কাৰণে ব্যৱহাৰ কৰা শব্দৰেখাৰ গতি-পথ। যিখিনি ঠাইৰে ভাষা দুটাৰ বৈশিষ্ট্যসূচক বেছি ভাগ শব্দৰেখাই গতি কৰে, সেইটোৱে ভাষা দুটাৰ সীমা।

৩৩.২ ওপৰত উল্লেখ কৰা পদ্ধতিবোৰৰ জৰিয়তে দুটা ভাষাৰ সীমাৰেখা নিৰ্ণয় কৰিবলৈ চেষ্টা কৰিলেও সেইবোৰে নিখুঁতভাৱে সিদ্ধান্ত এটালৈ অহাত সহায় নকৰে। সেইবাবে আন এটা উপায়ৰহে আশ্ৰয় ল'বলগীয়া হয়। উপভাষা সম্পৰ্কীয় পাৰ্থক্য থাকিলেও কোনো এটা ভাষা সেই ভাষা-কোৱা ঠাইৰ সকলো অঞ্চলতে একে ধৰণে লেখা হ'ব। গতিকে যিখিনি ঠাইলৈকে কোনো এটা ভাষা একে ধৰণে লেখা হয় সেই ঠাইখিনিয়ে ভাষা এটাৰ সীমা।

৩৪ **ভাষা-বিজ্ঞান:** প্ৰণালীবদ্ধভাৱে অধ্যয়ন কৰি পোৱা যি কোনো জ্ঞান বা জ্ঞানৰ শাখাক বিজ্ঞানৰ শাৰীত পেলাব পাৰি। বিজ্ঞানত কল্পনাৰ সহায় লৈ নাইবা ভাৱপ্ৰৱণতাৰে কোনো কথা প্ৰমাণ কৰিবলৈ যোৱা নহয়। বাহিৰত দেখা অসংলগ্ন আৰু বিশৃঙ্খল যেন বোধ হোৱা কোনো বস্তু, কাৰ্য, দৃশ্য নাইবা ঘটনাৰ বিশ্লেষণৰ দ্বাৰা, তথ্য-পাতিৰে প্ৰমাণিত হোৱা প্ৰণালীবদ্ধ আলোচনাক বিজ্ঞান আখ্যা দিয়া হয়। কোনো এখন ঠাইৰ কোনো এটা

ভাষাক ওপৰে ওপৰে চালে তাত কোনো শৃঙ্খলা নাই যেন লাগে, কিন্তু কিছুমান পদ্ধতিৰ সহায়ত বিশ্লেষণ কৰি চালে সেই ভাষাটোত এটা প্ৰণালী ধৰা পৰে। প্ৰত্যেক ভাষাৰ একোটা প্ৰণালী আছে। এই প্ৰণালীক তিনিটা ৰূপত পোৱা যায়ঃ ধ্বনিৰ ক্ষেত্ৰত, ধ্বনি-সংযোগ বা আকৃতি বা ৰূপৰ ক্ষেত্ৰত আৰু অৰ্থৰ ক্ষেত্ৰত।[২৪] কোনো এটা ভাষাত কিছুমান ধ্বনিহে* ব্যৱহাৰ হয়। কিছুমান ধ্বনিৰ কিছুমান ধ্বনিৰ লগতহে সংযোগ ঘটিব পাৰে। সেইদৰে বাক্যবিন্যাসৰ ক্ষেত্ৰটো প্ৰত্যেক ভাষাৰ বাক্যগঠনৰ স্বকীয়া প্ৰণালী থাকে।

৩৫ প্ৰথমতে যদি ধ্বনিৰ কথা চোৱা যায়, তেনেহ'লে দেখা যাব যে সকলো ভাষাত সমান ধ্বনি নাথাকে। কোনো এটা ভাষাত যদি আঠোটা স্বৰধ্বনি আছে কোনো এটাত নটাও থাকিব পাৰে। কোনো এটা ভাষাত স্বৰধ্বনিৰ হ্ৰস্ব-দীৰ্ঘ ৰূপ থাকে, কোনো এটা ভাষাত নাই। অসমীয়া ভাষাত আঠোটা স্বৰধ্বনি আছে। ইংৰাজীত আছে ন টা; অসমীয়াত হ্ৰস্ব আৰু দীৰ্ঘ স্বৰধ্বনিৰ মাজত পাৰ্থক্য নাই; সংস্কৃতত হ'লে আছে। অসমীয়াত দন্ত্য আৰু মূৰ্ধন্য ব্যঞ্জনধ্বনি নাই। অসমীয়া মানুহে নাম আৰু প্ৰণাম এই দুটা শব্দ একে ধৰণে উচ্চাৰণ কৰে। হিন্দীত হ'লে প্ৰথমটোত দন্ত্য আৰু দ্বিতীয়টোত মূৰ্ধন্য ধ্বনি উচ্চাৰিত হয়। ধ্বনিৰ কোনো এটা ৰূপ এটা ভাষাৰ বৈশিষ্ট্য হ'ব পাৰে, কিন্তু আন এটা ভাষাত সেই বৈশিষ্ট্য নাথাকিব পাৰে। ভাৰতীয় আৰ্য-ভাষাৰ মহাপ্ৰাণ ধ্বনি এটা বিশিষ্ট ব্যঞ্জনধ্বনি ইংৰাজীত ধ্বনিৰ মহাপ্ৰাণত্ব বিশিষ্ট ৰূপ নহয়।

৩৬ ধ্বনিৰ নিচিনা প্ৰত্যেক ভাষাৰ ধ্বনি-সংযোগৰ প্ৰথাও স্বকীয়া স্বকীয়া। কোনো ভাষাত একোটা ধ্বনিৰ একো অৰ্থ নাথাকে। কোনো ভাষাত একোটা ধ্বনিৰ একোটা অৰ্থ থাকিব পাৰে, যেনে, অসমীয়াত 'ই' এটা ধ্বনি আৰু এটা অৰ্থযুক্ত ধ্বনি বা শব্দ। এটা বা তাতকৈ অধিক ধ্বনিৰ সংযোগৰ দ্বাৰা সকলো ভাষাত একোটা অৰ্থ প্ৰকাশিত হয়। যেতিয়া কোনো ধ্বনি বা ধ্বনি-সংযোগে স্বাধীনভাৱে কোনো অৰ্থ প্ৰকাশ কৰে তাক মুক্ত ৰূপ আৰু কোনো ধ্বনি বা ধ্বনি-সংযোগে স্বাধীনভাৱে অৰ্থ প্ৰকাশ নকৰি আন স্বাধীন ৰূপৰ লগত যোগ হৈ অৰ্থ প্ৰকাশ কৰিলে তাক যুক্তৰূপ বুলিব

---

২৪ Hall, A. *Leave Your Language Alone*, 1950 Part II

* ইয়াত ধ্বনি শব্দই বিশিষ্টধ্বনি বুজাইছে।

পাৰি। অসমীয়াত ঘৰ এটা স্বাধীন ৰূপ। ঘৰ-টো, ঘৰবোৰ আদিৰ টো আৰু বোৰ হ'ল যুক্তৰূপ। কোনো ধ্বনি-সংযোগ এঠাইত এটা ৰূপত পৰিণত হ'লেও যি কোনো ঠাইতে একে ধ্বনি-সংযোগটো এটা ৰূপ নহ'বও পাৰে ; যেনে ইংৰাজীত man এটা ৰূপ। কিন্তু woman শব্দটোক wo- আৰু man এনেদৰে দুটা ৰূপত ভাগ কৰিব নোৱাৰি। তেনেকৈ unfaithful শব্দটোত un- এটা ৰূপ faithful এটা ৰূপ। কিন্তু underত un- টো ৰূপ নহয়।

৩৬.১ যুক্তৰূপক এটা সামান্য শব্দেৰে বুজাবলৈ হ'লে প্ৰত্যয় বুলি ক'ব পাৰি। যুক্তৰূপ এটা মুক্তৰূপৰ পাছত লগ লাগিব পাৰে। তেতিয়া তাক পৰপ্ৰত্যয় বা সচৰাচৰ প্ৰত্যয় শব্দৰ দ্বাৰাও বুজোৱা হয়। মুক্তৰূপৰ আগত লগ লগা প্ৰত্যয়ৰ নাম পূৰ্বপ্ৰত্যয়। মুক্তৰূপ আৰু যুক্তৰূপৰ মাজত নাইবা মুক্তৰূপৰ মাজত লগ লগা প্ৰত্যয়ৰ নাম মধ্যপ্ৰত্যয। উদাহৰণস্বৰূপে বেগ-আই>বেগাই শব্দটোৰ বেগ অংশ মুক্তৰূপ বা শব্দমূল আৰু-আই হ'ল পৰপ্ৰত্যয়। বে-ছৰকাৰ-ঈ শব্দটোৰ বে-পূৰ্বপ্ৰত্যয় আৰু-ঈ পৰপ্ৰত্যয়। কিতাপ-খনৰ খন পৰপ্ৰত্যয়। কিন্তু কিতাপ-কেই-খনৰ -কেই মধ্যপ্ৰত্যয়। মধ্যপ্ৰত্যয়ৰ বহুল ব্যৱহাৰ হোৱা ভাষা হৈছে আৰবী ভাষা। এই ভাষাত তিনিটা ব্যঞ্জনযুক্ত শব্দমূলৰ মাজত কিছুমান স্বৰধ্বনি সুমুৱাই দি ভিন্ন অৰ্থ কৰা হয় ; যেনে, ক-ত-ব, কিতাব, কুতুব, কাতিব ইত্যাদি ( § ৬৩ )। প্ৰত্যয়বোৰক বিভক্তিমূলক আৰু ব্যুৎপত্তিমূলক এই দুটা ভাগতো ভগোৱা হয়। ল'ৰা, ল'ৰা-বোৰ . খা, খা-লোঁ ; বেগ, বেগ-আই এই উদাহৰণবোৰৰ -বোৰ আৰু -লোঁ বিভক্তিমূলক প্ৰত্যয় আৰু -আই ব্যুৎপত্তিমূলক প্ৰত্যয়। যিবোৰ প্ৰত্যয়ৰ সংযোগৰ ফলত শব্দবোৰৰ এটা শ্ৰেণীৰ পৰা আন এটা শ্ৰেণীলৈ পৰিবৰ্তন হয় সেইবোৰকে সচৰাচৰ ব্যুৎপত্তিমূলক প্ৰত্যয় বোলা হয়। কিন্তু এই নিয়মটো সকলোতে প্ৰযোজ্য নহয়। ধান-অনি>ধাননি এই শব্দটোৰ অনি প্ৰত্যয় ব্যুৎপত্তিমূলক যদিও ধান আৰু ধাননি দুয়োটা শব্দই বিশেষ্য শব্দ। তেনেদৰে ইংৰাজী possible আৰু im-possible শব্দ দুটাও একে শ্ৰেণীৰ। সংস্কৃতত প্ৰত্যয়বোৰক আৰু কিছুমান সুকীয়া ভাগত বিভক্ত কৰা হৈছে ( § ৬৪ )।

৩৬.২ যিবোৰ মুক্ত আৰু যুক্তৰূপ লগ লাগি হোৱা ৰূপৰ পাছত কোনো এটা বাক্যত স্বাভাৱিক বিৰাম ঘটে তাঁক শব্দ বোলে। মই ঘৰলৈ

যাওঁ এই বাক্যটোত মই, ঘৰলৈ আৰু যাওঁ এই তিনিটা শব্দ আছে। ৰূপবোৰ সংযুক্ত হৈ একোটা সম্পূর্ণ মনোভাৱ প্রকাশ পালে হয় একোটা বাক্য। বাক্যত ব্যৱহাৰ হোৱা সময়ত ৰূপবোৰৰ বিশিষ্ট ক্রম আৰু সেইবোৰৰ পাছত যোগ হোৱা আন ৰূপ ( বিভক্তি, প্রত্যয় ) অনুসৰি সিহঁতৰ কিছুমান শ্রেণী বিভাগ কৰা হয়। সচৰাচৰ সেইবোৰক বিশেষ্য, বিশেষণ আদি শব্দেৰে বুজোৱা হয। কিন্তু এটা কথা মন কৰিবলগীয়া যে সকলো ভাষাত বিশেষ্য, বিশেষণ আদি একে নহয় ; যেনে, অসমীয়াত যিবোৰ ৰূপৰ পাছত শব্দ-বিভক্তি যোগ হয় আৰু লিঙ্গ আৰু বচনত যিবোৰৰ পৰিৱৰ্তন ঘটে, সেইবোৰ বিশেষ্য। আন এটা ভাষাত তেনে নহ'বও পাৰে। এইদৰে কোনো এটা ভাষাৰ ৰূপবোৰৰ গঠন-প্রণালী সেই ভাষাৰ ৰূপতত্ত্ব। ৰূপবোৰ নির্ধাৰিত হোৱাৰ পাছত সেইবোৰৰ বৃহৎ সংযোগৰ দ্বাৰাহে গতি কৰিব পাৰি। সিয়ে হ'ল ভাষা এটাৰ বাক্য-বিন্যাস বা বাক্য-ৰচনা। বাক্য-ৰচনাত বিভিন্ন ৰূপৰ ক্রম আৰু সিহঁতৰ পাৰম্পৰিক সম্পর্কৰ বিষয়ে মন কৰা হয়। বাক্য-ৰচনাৰ প্রণালী সকলো ভাষাৰ একে নহয়, যেনে, অসমীয়াত ৰাম এটা ভাল ল'ৰা। কিন্তু হিন্দীত ৰাম এক অচ্ছা লড়কা হ্যায়। অসমীয়াত সীতা এজনী ভাল ছোৱালী। কিন্তু হিন্দীত সীতা এক অচ্ছী লড়কী হ্যায়। জগতৰ ভাষাবোৰক ৰূপ-ৰচনা আৰু বাক্য-ৰচনাৰ ভিন্নতা অনুযায়ী কেইবাটাও ভাগত ভগোৱা হৈছে ( দ্রষ্টব্য : ভাষাৰ আকৃতিমূলক বর্গীকৰণ )।

৩৭ অর্থৰ ক্ষেত্রতো প্রত্যেক ভাষাৰ ৰূপবোৰৰ অর্থ একে নহয়। প্রকৃতপক্ষে কোনো ভাষাৰ ৰূপবোৰৰ সৈতে যুক্ত অর্থ যাদৃচ্ছিকহে। কোনো ধ্বনি বা ধ্বনি-সংযোগৰ একো নিহিত অর্থ নাথাকে। সেই কাৰণে একোটা বস্তু বুজাবলৈ বেলেগ বেলেগ ভাষাত বেলেগ বেলেগ ধ্বনি বা ধ্বনি-সংযোগ ঘটিছে, যেনে, অস. গছ, হি. পেড়. ইং. ট্রি। একে ভাষাৰ ভিতৰতো উপভাষাবোৰত তেনেদৰে একোটা বস্তুক বুজাবলৈ ভিন্ন ৰূপ ব্যৱহাৰ কৰা হয় ; যেনে, মা. অ. মিচা মাছ, কাম. নিচ্‌লা মাছ। প্রত্যেক ভাষাৰ ৰূপবোৰৰ অর্থৰ পৰিধিও একে নহয়। অসমীয়াত হাত আৰু দীঘল ৰূপ দুটাৰ স্বকীয় অর্থ আছে। কিন্তু তেওঁ এজন হাত দীঘল লোক বুলি ক'লে মানুহজনৰ হাত দুখন দীঘল নুবুজায়। তাকে ইংৰাজীত He is a man of long hands কৰিলে একো অর্থ নহয়। ইংৰাজীত আকৌ এটা ৰূপেই বেলেগ বেলেগ ৰূপৰ সংযোগত নানা অর্থ প্রকাশ কৰিব ; যেনে,

to get (obtain) some money, I got (became) sick, he got (arrived) home, he got (received) a prize, I have got to (must) go home, do you get (understand) me ?[২৫] সেইদৰে ৰূপবোৰৰ কেন্দ্ৰীয় অৰ্থ আৰু ব্যঞ্জিত অৰ্থ ( § ১৮০ ) থাকে। প্ৰত্যেক ভাষাত সিহঁতৰ ব্যৱহাৰ স্বকীয়া।

৩৮ ভাষাৰ বিভিন্ন ক্ষেত্ৰৰ এই প্ৰণালীবোৰৰ অধ্যয়নৰ বাবে ভাষা-বিজ্ঞানক ধ্বনি-বিজ্ঞান, বিশিষ্টধ্বনি-বিজ্ঞান, ৰূপগ্ৰাম-বিজ্ঞান, বাক্য-বিন্যাস-বিজ্ঞান, অৰ্থ-বিজ্ঞান আদি কেইবাটাও ভাগত ভগোৱা হৈছে। ভাষা-বিজ্ঞানৰ এই কেইটা প্ৰধান অঙ্গ। কোনো এটা ভাষাত ব্যৱহাৰ হোৱা ধ্বনিৰ প্ৰণালীবদ্ধ আলোচনা হৈছে ধ্বনিতত্ত্ব। কোনো এটা ভাষাত ব্যৱহাৰ হোৱা ধ্বনিবোৰৰ আটাইবোৰ ধ্বনি একে মৰ্যাদাসম্পন্ন নহয়, কিছুমান ধ্বনি কোনো এক বিশেষ পৰিৱেশতহে ব্যৱহাৰ হয়। কিন্তু কিছুমান ধ্বনি আছে সেইবোৰক একে পৰিৱেশত এটাৰ ঠাইত আন এটা বহুৱাই দিলে ৰূপ দুটাৰ ভিন্ন অৰ্থ হয় গৈ। কোনো এটা ভাষাৰ এনে ধৰণৰ ধ্বনিবোৰক বিশিষ্টধ্বনি বোলে। বিশিষ্টধ্বনিবোৰৰ ভিতৰত বিশেষকৈ স্বৰ আৰু ব্যঞ্জনধ্বনিবোৰক খণ্ডীয় বা বিভাজ্য বিশিষ্টধ্বনি আৰু স্বৰৰ দৈৰ্ঘ্য, স্বৰৰ অনুনাসিকতা, বলাঘাত আৰু সুৰক অখণ্ডনীয় বা অবিভাজ্য বিশিষ্টধ্বনি বোলে। বিশিষ্টধ্বনি-নিৰ্বাচনৰ প্ৰণালীৰ অধ্যয়নে হ'ল বিশিষ্টধ্বনি-বিজ্ঞান। বিশিষ্টধ্বনি-বিজ্ঞানৰ সহায়েৰে কথিত ৰূপত চলি থকা কোনো এটা ভাষাৰ লিপি নিৰ্ধাৰণ কৰিব পাৰি (পৰি· ৯)। সকলো ভাষাৰ ধ্বনি অৰ্থাৎ মানুহে উচ্চাৰণ কৰিব পৰা যি কোনো ধ্বনি সম্পৰ্কে কৰা আলোচনা ধ্বনি-বিজ্ঞানৰ-অন্তৰ্গত। ইয়াত ধ্বনিযন্ত্ৰ, ধ্বনিযন্ত্ৰৰ সহায়েৰে উচ্চাৰণ কৰা ধ্বনিৰাজি, সিহঁতৰ উৎপত্তি, প্ৰকাৰ আদিৰ সূক্ষ্মাতিসূক্ষ্ম-আলোচনা থাকে। এটা বা অধিক ধ্বনিৰ সংযোগত কিদৰে একোটা অৰ্থ প্ৰকাশিত হৈ একোটা ৰূপৰ সৃষ্টি হয়, ৰূপ-গঠনত প্ৰকৃতি, প্ৰত্যয় আদিৰ কি স্থান, সংজ্ঞা, ক্ৰিয়া, ক্ৰিয়াবিশেষণ, অব্যয় আদিৰ বিভাজন কি ৰূপে কৰিব পাৰি ; লিঙ্গ, বচন, পুৰুষ, কাল আদি তত্ত্ব কি ? এই আটাইবোৰৰ আলোচনা ৰূপগ্ৰাম-বিজ্ঞানত থাকে। কেতিয়াবা কোনো প্ৰকৃতি বা ধাতুৰ পাছত প্ৰত্যয় বা বিভক্তি আদি যোগ হ'লে পূৰ্বৰ প্ৰকৃতি আৰু ধাতুৰ ধ্বনিবোৰৰ সালসলনি

২৫ Hall, A. *Leave Your Language Alone*, p. 121

ঘটে ; যেনে, অস. ধাৰ-উৱা>ধ'ৰুৱা, বাঘ+নী>বাঘিনী, চোৰ+নী চুৰুনী। ভাষাৰ এনে ৰূপ-পৰিৱৰ্তনৰ আলোচনাক তির্যক ৰূপগ্ৰাম-বিজ্ঞান বোলা হয়। ৰূপ-গঠনৰ পাছত বিভিন্ন ৰূপৰ সংযোগ, সিহঁতৰ ক্রম, বাক্যৰ বিবিধ প্রকাৰ আদিৰ আলোচনা বাক্য-বিন্যাস-বিজ্ঞানৰ ভিতৰত পৰে।

ৰূপৰ ৰূপৰ লগত সংযোগ, সিহঁতৰ ক্রম আৰু ৰূপৰ ৰূপৰ মাজত সম্পর্ক এই আটাইখিনি লগ লাগিহে একোটা বাক্য হয়। এটা বাক্যত ব্যৱহাৰ হোৱা ৰূপবোৰৰ বেছি ভাগ ভাষাতে একোটা ক্রম থাকে অর্থাৎ এক শ্রেণী ৰূপৰ পাছত আন এক শ্রেণী ৰূপহে থাকিব পাৰে। উদাহৰণ স্বৰূপে সি বৰ ভাল ল'ৰা এই বাক্যটোত প্রথমতে আছে সর্বনাম, তাৰ পাছত ক্রিয়া-বিশেষণ, তাৰ পাছত বিশেষণ আৰু অৱশেষত বিশেষ্য শব্দ এটা। ইয়াক সি ভাল বৰ ল'ৰা বা সি ল'ৰা ভাল বৰ এনেকৈ ব্যৱহাৰ কৰিলে একো অর্থ প্রকাশিত নহ'ব। বাক্যত ৰূপবোৰৰ ক্রমৰ উপৰিও আন এটা আৱশ্যকীয় কথা হৈছে কিছুমান ৰূপৰ কিছুমান ৰূপৰ সৈতে থকা ঘনিষ্ঠ সম্পর্ক। সেই সম্পর্কৰ বিষয়ে নাজানিলে বাক্যটোৰ দ্বাৰা বুজাব খোজা অর্থখিনি স্পষ্ট হৈ নুঠে। এটা ভাষাৰ পৰা আন এটা ভাষালৈ কোনো কথা অনুবাদ কৰাৰ সময়তো বাক্যত ব্যৱহাৰ হোৱা শব্দবোৰৰ কোনটোৰ সৈতে কোনটোৰ সম্পর্ক ঘনিষ্ঠ জনাটো নিতান্ত দৰ্কাৰ। কোনো এটা বাক্যত ব্যৱহাৰ হোৱা শব্দবোৰক যদি বাক্যটোৰ অঙ্গ বুলি কওঁ, সেই বাক্যটোত ব্যৱহাৰ হোৱা যিটো শব্দৰ যিটো শব্দৰ লগত সম্পর্ক ঘনিষ্ঠ সিহঁতক **নিকটস্থ অঙ্গ** বুলিব লাগিব। উদাহৰণ স্বৰূপে এই বাক্যটোলৈ চাব পাৰি : ল'ৰাহঁত শুই থকা শিয়ালে হাঁহ ধৰিব নোৱাৰে। ইয়াত থকা শব্দবোৰক ঘনিষ্ঠ সম্পর্ক অনুযায়ী এনে ধৰণে সজাব পাৰি :




তলত দিয়া ইংৰাজী বাক্যটোৰ নিকটস্থ অঙ্গ হিচাপে বিভাজন কৰিলে এনে ধৰণৰ হ'ব গৈ :

The old man who lives there has gone to his son's nouse



৩৯.১ এটা বাক্যত ব্যৱহাৰ হোৱা ৰূপ, শ্ৰেণী অনুযায়ী ৰূপ আৰু শব্দবোৰৰ ক্ৰমৰ উল্লেখ আৰু সিহঁতৰ নিকটস্থ অঙ্গ-নিৰ্দেশৰ দ্বাৰা বাক্যটোৰ গঠন-পদ্ধতি আৰু অৰ্থৰ স্পষ্টতা ফুটাই তুলিব পাৰি। বাক্যৰ এনে বিৱৰণক **তলীয় গঠন** বোলে। বাক্য-বিন্যাস-প্ৰণালী তলীয় গঠনৰ দ্বাৰাই আৰম্ভ কৰা হয়।

৪০ কোনো এটা ভাষাৰ শব্দবোৰৰ অৰ্থ সদায় একে ধৰণে নাথাকে। অৰ্থ সম্পৰ্কীয় পৰিৱৰ্তন কিয় আৰু কেনেকৈ হয়, নতুন শব্দৰ সৃষ্টি, পুৰণি শব্দ কিছুমানৰ লোপ আদিৰ বিষয়ে আলোচনা থাকে অৰ্থ-বিজ্ঞানত। শব্দমালাৰ ইতিহাস, বিকাশ আৰু বৰ্ধনৰ আলোচনাক ব্যুৎপত্তি-শাস্ত্ৰ বোলে। কোশ-ৰচনাত কোনো এটা ভাষাত হ'ব পৰা অৰ্থযুক্ত আটাইবোৰ ধ্বনি-সংযোগৰ তালিকা থাকিব লাগে। তাত অকল যে নিজভাৱে অৰ্থযুক্ত ধ্বনি-সংযোগ আৰু তাৰ অৰ্থই থাকিব সেইটো নহয়, পূৰ্ণৰূপে অকলে অৰ্থ নথকা ধ্বনি-সংযোগবোৰৰো অৰ্থসহ তালিকা থাকিব। সচৰাচৰ একোখন অভিধানত নিজাভাৱে অৰ্থ থকা ধ্বনি-সংযোগ বা শব্দবোৰৰ অৰ্থহে থাকে। উদাহৰণ স্বৰূপে ফুলনি শব্দটো অসমীয়া অভিধানত থাকিব। কিন্তু ফুলনি-খনৰ খন অংশৰ উল্লেখ নাথাকে। আদৰ্শ অভিধানত এইবোৰৰ উপৰি বলাঘাত, সুৰাঘাত, শব্দমালাৰ শ্ৰেণী বিভাগ ; যেনে, বিশেষ্য, বিশেষণ, সৰ্বনাম আদিৰ উল্লেখো থাকিব লাগে। ভাষা-অধ্যয়নৰ প্ৰণালী এইবোৰেই। এইবোৰৰ দ্বাৰা কৰা ভাষাৰ প্ৰণালীবদ্ধ আলোচনাই হৈছে ভাষা-বিজ্ঞান। ভাষা-বিজ্ঞানে কোনো এটা ভাষাৰ ভিতৰুৱা গঠন-প্ৰণালী বুজাত সহায় কৰে। আন বিজ্ঞানৰ নিচিনা ইয়াতো স্বকীয়া পদ্ধতি অনুসৰণ কৰা হয়। ইয়াৰো স্বকীয়া পৰিভাষা আছে।

৪১ **ভাষা-বিজ্ঞানৰ শাখা :** প্ৰণালীবদ্ধ অধ্যয়নৰ পিনৰ পৰা ভাষা-বিজ্ঞানক প্ৰধানকৈ দুটা ভাগত ভগাব পাৰি ; বৰ্ণনাত্মক আৰু ঐতিহাসিক। এই দুটাৰ উপৰি আৰু এটা ভাগ আছে। তাঁক তুলনাত্মক ভাষা-বিজ্ঞান

বোলে। কোনো ভাষাৰ কোনো এক সময়ৰ প্ৰণালীবদ্ধ অধ্যয়নক বৰ্ণনাত্মক ভাষা-বিজ্ঞান বোলে। ইয়াত ভাষাটোৰ আগৰ ৰূপ নাইবা ভৱিষ্যতৰ দিক নিৰ্ণয় আদিৰ বিষয়ে কোনো আলোচনা নাথাকে ; বৰ্ণনাত্মক ভাষা-বিজ্ঞানীৰ ভাষা এটাৰ বিকাশটো দেখুৱা নাইবা ভাষাটোৰ আন ভাষাৰ সৈতে তুলনা কৰাও উদ্দেশ্য নহয়। কোনো এটা ভাষাৰ গঠন-প্ৰণালীটো দেখুৱাটোৱে তেওঁৰ উদ্দেশ্য। কোনো ভাষাৰ কথিত ৰূপৰ পৰাই এই গঠন-প্ৰণালী তৈয়াৰ কৰা হয়। ইয়াত আনকি অৰ্থ-বিজ্ঞানৰ বিচাৰৰ পৰাও বিৰত থকা হয়। ইয়াৰ বিপৰীতে ঐতিহাসিক ভাষা-বিজ্ঞানে কোনো ভাষাৰ বিভিন্ন সময়ত হোৱা পৰিবৰ্তনৰ বিষয়ে আলোচনা কৰে আৰু ভাষা এটাৰ প্ৰাৰম্ভিক স্তৰৰ নিদৰ্শন নোপোৱা অৱস্থাত তাৰ পুনৰ নিৰ্মাণো কৰি লয়। কোনো ভাষাৰ প্ৰাচীন ৰূপৰ পৰা অৰ্বাচীন ৰূপৰ বিকাশ কেনেদৰে হ'ল তাক দেখুৱাটো এই শাখাটোৰ উদ্দেশ্য। ভাষাৰ ঐতিহাসিক অধ্যয়নৰ লগত বৰ্ণনাত্মক অধ্যয়নো সোমাই পৰে ; কাৰণ ভাষাটোৰ বিকাশ দেখুৱাওঁতে ভাষাটোৰ বিভিন্ন স্তৰৰ অৱস্থিতিটো দেখুৱাবলগীয়া হয়। অৰ্থাৎ বৰ্ণনাত্মক ভাষা-বিজ্ঞান ঐতিহাসিক ভাষা-বিজ্ঞানৰ ভেটি স্বৰূপ। দুটা বা তাতকৈ অধিক ভাষাৰ গঠন-প্ৰণালীৰ তুলনা দাঙি ধৰি কৰা আলোচনাক তুলনাত্মক ভাষা-বিজ্ঞান বোলে, ইয়াৰ কাৰণে প্ৰথমতে বিভিন্ন ভাষাৰ বৰ্ণনাত্মক ৰূপ পাব লাগিব। আন কথাত ক'বলৈ হ'লে বৰ্ণনাত্মক ভাষা-বিজ্ঞানৰ ওপৰত নিৰ্ভৰ কৰিহে ঐতিহাসিক আৰু তুলনাত্মক ভাষা-বিজ্ঞানে আগ বাঢ়িব পাৰে। তুলনাত্মক ভাষা-বিজ্ঞানৰ জৰিয়তে বিভিন্ন ভাষাৰ পূৰ্বৰূপ নিৰূপণৰ দ্বাৰা ভাষাৰ পাৰিবাৰিক সম্পৰ্ক স্থাপন কৰিব পাৰি। ওঠৰ শতিকাত সংস্কৃত, গ্ৰীক আৰু লেটিনৰ তুলনাত্মক আলোচনাৰ দ্বাৰা তিনিওটা ভাষা একে পৰিয়ালৰ বুলি সিদ্ধ হ'ল আৰু লাহে লাহে ভাৰত-ইউৰোপীয় ভাষা-পৰিয়াল সুগঠিত হৈ উঠিল। বৰ্ণনাত্মক ভাষা-বিজ্ঞানৰ সলনি কোনো কোনেৱে গঠনমূলক ভাষা-বিজ্ঞান শব্দটোও ব্যৱহাৰ কৰে। গঠনমূলক ভাষা-বিজ্ঞানৰো উদ্দেশ্য হৈছে কোনো এটা ভাষাৰ গঠন-প্ৰণালীটো দেখুৱা। ইয়াক বৰ্ণনাত্মক ভাষা-বিজ্ঞানৰ এটা বিশিষ্ট শাখা বুলিবও পাৰি। এই শাখাটোৱে ভাষা এটাৰ সামূহিক ৰূপ বা পদ্ধতিৰ পৰিপ্ৰেক্ষাত আলোচনা কৰে। ভাষা-বিজ্ঞানীয়ে কোনো এটা ভাষাৰ গঠন-পদ্ধতিৰ প্ৰণালীবদ্ধ আলোচনা কৰে আৰু সেইবোৰৰ সহায়েৰে যেতিয়া কোনো ভাষা শিকোৱা

হয় তেনে পদ্ধতিৰ নাম প্ৰায়োগিক ভাষা-বিজ্ঞান। এনে ব্যৱস্থাৰ দ্বাৰা ভাষা এটা সহজতে আয়ত্ত কৰিব পৰা হয়।

৪২। কোনো এটা ভাষাৰ ভাষাবৈজ্ঞানিক বৰ্ণনাই সেই ভাষাটোৰ ব্যাকৰণ। এই ব্যাকৰণ কেইবা প্ৰকাৰৰো হ'ব পাৰে। কোনো এটা ভাষাৰ কোনো এক সময়ৰ গঠন-পদ্ধতিৰ ( সচৰাচৰ কথিত ভাষাৰ ) তন্ন তন্ন বিচাৰৰ বিৱৰণক সেই ভাষাটোৰ বৰ্ণনাত্মক ব্যাকৰণ বোলে। কোনো এটা ভাষাই প্ৰাচীন কালৰ পৰা বিভিন্ন স্তৰৰ মাজেৰে বিকশিত হৈ কেনেকৈ বৰ্তমানৰ ৰূপটো পালেহি তাৰ বিৱৰণ হ'ল ভাষাটোৰ ঐতিহাসিক ব্যাকৰণ। কোনো এটা ভাষাৰ মূল উৎস আৰু তাৰ পৰিৱৰ্তিত আন আন ৰূপৰ সৈতে থকা সম্বন্ধৰ বিচাৰযুক্ত বিৱৰণ হ'ল ভাষাটোৰ তুলনাত্মক ব্যাকৰণ। উদাহৰণ স্বৰূপে অসমীয়া ভাষাৰ মূল উৎস সংস্কৃত আৰু তাৰ পৰিৱৰ্তিত ৰূপ পালি-প্ৰাকৃত আৰু তাৰো পৰিৱৰ্তিত আধুনিক ভাৰতীয় আৰ্য-ভাষা হিন্দী, বঙলা, মাৰাঠী আদি ভাষাৰ সৈতে সম্বন্ধৰ বিচাৰ কৰি ৰচনা কৰা ব্যাকৰণখন হ'ব অসমীয়াৰ তুলনাত্মক ব্যাকৰণ। কোনো দুটা ভাষাৰ প্ৰথমতে বৰ্ণনাত্মক ব্যাকৰণ ৰচনা কৰি পিছত ভাষা দুটাৰ মাজত থকা বিপৰীত বৈশিষ্ট্যবোৰৰ বিৱৰণসূচক ব্যাকৰণখনৰ নাম বিৰোধী ব্যাকৰণ। এনে ব্যাকৰণৰ দ্বাৰা এটা দ্বিতীয় ভাষা বা বিদেশী ভাষা শিকোঁৱত সুবিধা হয়।"

৪৩। কোনো এটা ভাষাৰ কথিত ৰূপৰ পৰা ভাষাটোৰ গঠন-পদ্ধতিটো উলিয়াই বৰ্ণনা কৰা বৰ্ণনাত্মক ভাষা-বিজ্ঞানৰ প্ৰধান কাম। কোনো এটা ভাষাৰ লিখিত সাহিত্য থাকিবও পাৰে। লিখিত ভাষাৰ গঠন-পদ্ধতিও কথিত ভাষাৰ ওপৰত ভিত্তি কৰিহে হয়। গতিকে ভাষা এটাৰ গঠন-পদ্ধতি-নিৰ্ণয়ত ভাষাটোৰ কথিত ৰূপৰ বিশ্লেষণ অপৰিহাৰ্য হৈ উঠে। এটা ভাষাৰ কথিত ৰূপৰ পৰা ভাষাটোৰ গঠন-পদ্ধতি নিৰ্ণয় কৰিবলৈ হ'লে প্ৰথমতে ধ্বনি-বিজ্ঞান, বিশিষ্টধ্বনি-বিজ্ঞান, ৰূপ-বিজ্ঞান, বাক্যবিন্যাস-বিজ্ঞান আদিৰ ভাল জ্ঞান থকা এজন ভাষা-বিজ্ঞানীৰ আৱশ্যক। তাৰ পাছত আৱশ্যক হৈছে যিটো কথিত ভাষাৰ বিৱৰণ পাবলৈ বিচৰা হয় সেই ভাষাটোৰ বিষয়ে জনা, সেই ভাষাটো সদায় কৈ থকা এজন লোক। তেওঁক সূচক বুলি কোৱা হয়। ভাষা-বিজ্ঞানীয়ে তেওঁ বিশ্লেষণ কৰিব খোজা ভাষাটো কোৱা ঠাইলৈ গৈ এজন সূচকক বাছি ল'ব পাৰে নাইবা ভাষাটো

কোৱা ঠাইৰ সূচক এজন ভাষা-বিজ্ঞানীয়ে তেওঁৰ ঠাইলৈ নিও ভাষাটোৰ বিষয়ে অনুসন্ধান কৰিব পাৰে। এই ক্ষেত্ৰত প্ৰথমৰ ব্যৱস্থাটোৱে বেছি উপযুক্ত। সূচকজন বাছি লওঁতেও আন কিছুমান কথাৰ ওপৰত লক্ষ্য ৰাখিব লাগিব। সাধাৰণতে সূচকজন সোতৰ-ওঠৰ বছৰ বয়সৰ হ'লে ভাল। কোনো কোনোৱে পঁয়ত্ৰিছ বছৰৰ ওচৰৰ বয়সৰ হ'লে বেছি ভাল বুলি কয়। বয়সৰ কথাৰ উপৰিও সূচকজন বুধিয়ক আৰু গম্ভীৰ প্ৰকৃতিৰ হ'ব লাগে। তেওঁ নিজৰ ঠাই এৰি আন ঠাইত বেছি ঘূৰি ফুৰা লোক হ'ব নালাগে। পঢ়া-লেখা-জনা সূচক পালে একো বেয়া নহয়। স্ত্ৰী আৰু পুৰুষৰ ভিতৰত পুৰুষ সূচক বেছি ভাল। কিন্তু কোনো এটা ভাষাৰ আছল ৰূপ স্ত্ৰীসকলেহে সংৰক্ষণ কৰে বাবে সুবিধা অনুযায়ী পুৰুষ-স্ত্ৰী দুজনৰ পৰা ভাষাটোৰ সামগ্ৰী ল'ব পাৰি। তেনেদৰে প্ৰথমতে এজন সূচকৰ পৰা লোৱা কথাবোৰক আন দুই-তিনিজন সূচকৰ সৈতে পুনৰ পৰীক্ষা কৰি চোৱাটোও ভাল। ইপিনে সূচকজন এজন স্বাভাৱিক লোক হ'ব লাগে। তেওঁ ভাষাটোৰ ধ্বনি-উচ্চাৰণৰ বাবে দৰ্কাৰ হোৱা শাৰীৰিক অঙ্গ-প্ৰত্যঙ্গবোৰৰ কোনো ক্ষেত্ৰত ত্ৰুটি নথকা হ'ব লাগে। সূচকৰ বিভিন্ন গুণৰ আৱশ্যকতাৰ দৰে ভাষা-বিজ্ঞানীজনো কিছুমান গুণৰ অধিকাৰী হোৱা দৰ্কাৰ। তেওঁ অতি সোনকালে অপৰিচিতজনক পৰিচিত আৰু পৰিচিতজনক বন্ধুৰ নিচিনা কৰি ল'ব পৰা বিধৰ লোক হ'ব লাগে। যিটো ভাষাৰ বিশ্লেষণ কৰিবলৈ তেওঁ গৈছে সেই ভাষা-কোৱা লোকসকলৰ ভূগোল, ইতিহাস, সংস্কৃতি, সভ্যতা আদিৰ সমুচিত জ্ঞান থকা হ'ব লাগে। তেওঁ সূচকজনৰ মনোভাৱ বুজি কাম কৰিব পৰা হ'ব লাগিব। কোনো কথা সুধিলে সূচকৰ মনত বিৰক্তিৰ ভাৱ যাতে উদয় নহয় তালৈ তেওঁ লক্ষ্য ৰাখিব লাগিব। সূচকৰ পৰা ভাষাটোৰ বিষয়ে সামগ্ৰী গোটাওঁতে তেওঁ ধ্বনি-লিপিহে ব্যৱহাৰ কৰিব লাগিব।

৮৩.১ এতিয়া প্ৰশ্ন হ'ল ভাষা-বিজ্ঞানীজনে সূচকৰ পৰা ভাষাটোৰ বিষয়ে সামগ্ৰী গোটায় কেনেকৈ? ভাষা-বিজ্ঞানীয়ে মূলতঃ সূচকজনক কথা সুধি সুধি ভাষাটোত ব্যৱহাৰ হোৱা ৰূপবোৰ ল'ব লাগে। ৰূপবোৰ লওঁতে তেওঁ প্ৰথম অৱস্থাত মূৰ্ত বস্তুবোৰ ল'ব। পিছতহে অমূৰ্ত ভাৱ-প্ৰকাশক কথাবোৰলৈ যাব। তাকে কৰিবলৈ তেওঁ এখন সুদীৰ্ঘ প্ৰশ্নাৱলী যুগুত কৰি ল'ব। তাত মৌলিক শব্দভাণ্ডাৰে বিশেষ স্থান পাব। মৌলিক শব্দভাণ্ডাৰৰ ভিতৰত

পৰিব ; (ক) শৰীৰৰ অঙ্গ-প্ৰত্যঙ্গ বুজোৱা শব্দ (খ) সম্বন্ধ বুজোৱা শব্দ (গ) ঘৰুৱা শব্দ ; যেনে, কানি-কাপোৰ, খোৱা-লোৱা, বয়-বস্তু আদিৰ নাম, জীৱ-জন্তুৰ নাম ; ফল-ফুলৰ নাম ; নৈ-নলা বুজোৱা শব্দ, পঢ়া-লেখাৰ সামগ্ৰী আদি (ঘ) সৰ্বনাম শব্দ (ঙ) বিশেষণ শব্দ ইত্যাদি। এনে ধৰণৰ শব্দবোৰ লোৱাৰ পাছত ৰূপবোৰৰ সংযোগ আৰু বাক্য-বিন্যাস সম্পৰ্কীয় কথাবোৰ উলিয়াবৰ কাৰণে সৰু সৰু বাক্য, বাক্যাংশ আদিৰ প্ৰশ্ন কৰিব লাগিব। অৱশেষত ভাষা-বিজ্ঞানীয়ে সেই ভায়াটোত ৰচিত মৌখিক গীত-পদ, সাধু-কথা, প্ৰৱাদ-বচন আদিৰ পৰাও সামগ্ৰী গোটাব পাৰিব। এনেদৰে বিশিষ্ট পদ্ধতি অনুসৰণ কৰি কোনো কথিত ভাষাৰ পৰা ভাষাটোৰ গঠন-পদ্ধতি-নিৰ্ণয়ৰ ব্যৱস্থাক ক্ষেত্ৰ-পদ্ধতি বোলে।

৪৪ ভাষা-বিজ্ঞানৰ বহুতো শাখা-প্ৰশাখাৰ সৃষ্টি হৈছে। সেইবোৰৰ ভিতৰত ভাষা-ভূগোল, তুলনাত্মক পদ্ধতি, সমাজ-ভাষা-বিজ্ঞান, ভাষা-কালক্ৰম-বিজ্ঞান, ভূ-ভাষা-বিজ্ঞান আদিৰ নাম উল্লেখ কৰিব পাৰি। প্ৰথমতে ভাষা-ভূগোলৰ কথাই চোৱা যাওক। কোনো এঠাইৰ ভাষা এটাক সেই ভাষা-কোৱা সকলো লোকৰ মাজত একে ৰূপত পোৱা নাযায়। ব্যক্তি অনুসৰি, ব্যৱসায় অনুসৰি, সামাজিক স্থিতি অনুযায়ী, পুৰুষ-স্ত্ৰী অনুযায়ী আনকি অঞ্চল অনুযায়ীও ভাষাৰ তাৰতম্য যে আছে সেই কথা আগত অলোচনা কৰা হৈছে। ভাষাৰ তাৰতম্য বুলিলে ভাষাৰ সকলো ক্ষেত্ৰতে যেনে, ধ্বনি, ৰূপ-গঠন, শব্দমালা, শব্দৰ অৰ্থ আদিত তাৰতম্যৰ কথা বুজিব লাগিব। কোনো এঠাইৰ ভাষাত থকা যি কোনো পাৰ্থক্যৰ অৱস্থিতি আৰু প্ৰকাৰ, সিহঁতৰ বিস্তাৰ আদিৰ অধ্যয়ন ভাষা-ভূগোলৰ অন্তৰ্গত। ভাষা-ভূগোলক ক্ষেত্ৰীয় ভাষা-বিজ্ঞান বুলিও কোৱা হয়। কোনো এঠাইৰ ভাষাৰ পাৰ্থক্যবোৰ স্থানীয় অনুসন্ধানৰ জৰিয়তে স্পষ্টভাৱে দেখুৱাব পাৰি। সেইবোৰৰ ভিতৰত উল্লেখযোগ্য কিছুমানক সেই ঠাইৰ মানচিত্ৰ আঁকি সেই মানচিত্ৰত নিৰ্দেশ কৰিও দেখুৱা হয়। এনে ধৰণৰ মানচিত্ৰক ভাষাগত মানচিত্ৰ বোলে। কোনো এঠাইৰ ভাষাৰ পাৰ্থক্যসূচক আলোচনাৰ বাবে অনুসন্ধানকাৰীয়ে প্ৰথমতে ঠাইডোখৰৰ ভাষাৰ মুখ্য আঞ্চলিক বা আন ধৰণৰ পাৰ্থক্যৰ বিষয়ে সাধাৰণভাৱে পৰিচয় লৈ পাৰ্থক্যবোৰ উলিয়াবৰ কাৰণে এখন প্ৰশ্ন-তালিকা যুগুত কৰিব লাগিব। পিছত বিভিন্ন অঞ্চললৈ গৈ উপযুক্ত সূচকৰ পৰা সেইবোৰ সংগ্ৰহ

কৰিব। সুবিধা অনুসৰি বিভিন্ন পীঢ়ীৰ সূচকৰ পৰা প্ৰশ্ন-তালিকাখন পূৰণ কৰিব পাৰিলে ভাল। কোনো অঞ্চলত যদি বেলেগ বেলেগ স্তৰৰ ভাষাৰ পাৰ্থক্য থকাৰ গম পোৱা যায় তেতিয়াহ'লে তাত দুটাতকৈ অধিক সূচকৰ পৰাও তথ্য গ্ৰহণ কৰিব পাৰি। যেতিয়া কোনো এঠাইৰ ভাষাৰ কোনো এটা আঞ্চলিক ৰূপৰ বিভিন্ন পাৰ্থক্যৰ অৱস্থিতি, প্ৰকাৰ আৰু বিস্তৃতিৰ অধ্যয়ন কৰা হয় তেতিয়া তাক উপভাষা-ভূগোল আৰু সমগ্ৰ ভাষাটোৰ তেনে অধ্যয়নক ভাষা-ভূগোল বুলিব। কেতিয়াবা কোনো এটা বা অধিক শব্দৰ কোনো এক ভাষা-কোৱা ঠাইৰ বিভিন্ন অঞ্চলত ভিন্ন অৰ্থত আৰু ভিন্ন উচ্চাৰণত ব্যৱহাৰ হোৱা দেখা যায়। শব্দৰ এনে অৱস্থিতি আৰু বিস্তৃতিৰ অধ্যয়নক শব্দ-ভূগোল নাম দিয়া হৈছে। কোনো এটা ভাষাৰ ভৌগোলিক অধ্যয়নৰ পৰা আন এটা কথা স্পষ্ট হৈ উঠে। ভাষা এটাৰ বিদ্যমান শব্দ, ধ্বনি বা ৰূপ-গঠনৰ প্ৰতি লক্ষ্য কৰিলে দেখা যায় যে কোনো এক অঞ্চলত সেই শব্দ, ধ্বনি বা ৰূপ-গঠনৰ পদ্ধতি সকলো ঠাইতে একে। সেই অঞ্চলটো অতিক্ৰম কৰিলে প্ৰথমৰ অঞ্চলৰ শব্দ বা ধ্বনি বা ৰূপ-গঠন-পদ্ধতিৰ লগত আন বিদ্যমান শব্দ বা ধ্বনি বা ৰূপ-গঠনৰ পদ্ধতিও মিশ্ৰিত হৈ থকা দেখা যায়। এয়ে হ'ল দ্বিতীয় অঞ্চল। অনুসন্ধান কৰি গ'লে আকৌ এনে অঞ্চলো পোৱা যায় য'ত দ্বিতীয় অঞ্চলত প্ৰথম অঞ্চলৰ শব্দ, ধ্বনি বা ৰূপ-গঠন-পদ্ধতিৰ প্ৰতিদ্বন্দ্বী হিচাপে থকা শব্দ, ধ্বনি বা ৰূপ-গঠন-পদ্ধতিবোৰহে সংৰক্ষিত হৈছে। এয়া তৃতীয় অঞ্চল। প্ৰথম অঞ্চলক কেন্দ্ৰী ক্ষেত্ৰ, দ্বিতীয় অঞ্চলক ক্ৰম-ভুক্ত ক্ষেত্ৰ আৰু তৃতীয় অঞ্চলক পাৰ্শ্বৱৰ্তী বা অৱশিষ্ট ক্ষেত্ৰ বোলে। ইয়াৰ দ্বাৰা এইটো প্ৰমাণিত হয় যে ভাষাৰ কোনো এটা অঙ্গ (যি ধ্বনি, ৰূপ-ৰচনা, শব্দ বা শব্দৰ অৰ্থ যিয়েই নহওক লাগে) কোনো এক অঞ্চলৰ পৰা আন অঞ্চললৈ গতি কৰে। আনভাৱে ক'বলৈ হ'লে এটা অঞ্চলৰ ভাষা আন এটা অঞ্চলত বিয়পি পৰে। এটা অঞ্চলৰ ভাষা আন এটা অঞ্চলত বিয়পাৰ প্ৰধান কাৰণ হ'ল মূল অঞ্চলটোৰ ভাষাৰ মৰ্যাদা। ভাষা-ভূগোলৰ সহায়ত কোনো ভাষা, উপভাষা বা মান্যভাষাৰ গতিপথ নিৰ্ণয় কৰিব পাৰি। কোনো এটা ভাষাৰ ধ্বনি, ৰূপ বা শব্দবোৰৰ ইতিহাসৰ বৰ্ণনাতো ই সহায় কৰে। তদুপৰি কোনো এটা ভাষাৰ বৰ্তমানৰ সমগ্ৰ ৰূপ এটাও ই দাঙি ধৰে।

৪৫ দুটা বা অধিক ভাষাৰ মাজত ধ্বনি, ৰূপ-ৰচনা, বাক্য-গঠন-পদ্ধতি, শব্দভাণ্ডাৰ আদি বিভিন্ন দিশত সাদৃশ্য দেখা গ'লে সেই সেই ভাষাবোৰক সম্বন্ধিত ভাষা বুলি ধাৰণা কৰিব পাৰি। সম্বন্ধিত ভাষাৰ নিৰ্ণয়ত আন কিছুমান কথাও লক্ষ্য কৰিব লাগিব। (দ্ৰ. পাৰিৱাৰিক বৰ্গীকৰণ)। সম্পৰ্ক থকা যেন বোধ হোৱা ভাষাবোৰৰ যদি প্ৰাচীন ৰূপৰ নিদৰ্শন পোৱা যায় তেনেহ'লে তাৰ সহায়ত আৰু ভাষাবোৰৰ মাজৰ ভিন্নতাৰ পদ্ধতিৰ সহায়ত সেই ভাষাবোৰৰ পূৰ্বৰূপ একোটা নিৰ্ধাৰণ কৰিব পাৰি। এইদৰে গৈ গৈ এটা মাত্ৰ আদি মূল ভাষাৰ ওচৰ চাপিব পাৰি। কোনো দুটা ভাষা যদি এটা মূল ভাষাৰ পৰিণতি স্বৰূপে হোৱা বুলি জনা যায় তেনেহ'লে মূলভাষাটোক মূল-ভাষা বা পিতৃ-ভাষা বোলে। মূল-ভাষাৰ পৰিণতি স্বৰূপে হোৱা ভাষাবোৰক দুহিতৃ-ভাষা আৰু পৰিণত ভাষাবোৰ পৰস্পৰে ভগিনী-ভাষা। পিতৃ-ভাষা আৰু দুহিতৃ-ভাষাবোৰ লগ লাগি একোটা ভাষা-পৰিয়ালত পৰিণত হয়। ভাষাবোৰৰ এনে সম্বন্ধক জন্মগত সম্বন্ধ বোলে। ভগিনী-ভাষাবোৰৰ তুলনাৰ দ্বাৰা মূল-ভাষাৰ পুনৰনিৰ্মাণ-কৌশলৰ নাম তুলনাত্মক-পদ্ধতি। পুনৰনিৰ্মাণ ভাষাৰ সকলো অঙ্গৰ ক্ষেত্ৰত হ'ব পাৰে। ধ্বনিগত পুনৰনিৰ্মাণৰ ক্ষেত্ৰত সম্বন্ধিত ভাষাবোৰৰ ধ্বনি আৰু অৰ্থৰ সামঞ্জস্য থকা শব্দ কিছুমান লোৱা হয়। সেইবোৰৰ এটা ভাষাত য'ত য'ত 'ক' ধ্বনি আছে আন এটা ভাষাতো সেই সেই ঠাইত যদি 'ক' ধ্বনিকে পোৱা যায় তেনেহ'লে মূল-ভাষাটোতো 'ক' ধ্বনিয়ে আছিল বুলি ধৰিব লাগিব। যদি একে সম্বন্ধৰ আন ভাষাতো 'ক' ধ্বনিয়ে পোৱা যায়, তেতিয়াহ'লে মূল-ভাষাত 'ক' ধ্বনিয়ে আছিল বুলি নিশ্চয়কৈ ক'ব পৰা যায়। উদাহৰণ স্বৰূপে সংস্কৃত নৱ, লেটিন নোৱেম, গোথিক নিউন, ইংৰাজী নাইন আদি শব্দৰ আধাৰত মূল ভাৰত-ইউৰোপীয় ভাষাত 'ন' ধ্বনিৰ অৱস্থিতিৰ অনুমান কৰা হৈছে আৰু আন আন শব্দৰ ধ্বনিৰ পৰিবৰ্তনৰ ধাৰাৰ অধ্যয়নৰ দ্বাৰা এই আটাইবোৰ শব্দৰ মূল * newn ৰূপে পুনৰনিৰ্মাণ কৰা হৈছে। কেতিয়াবা একেটা ধ্বনিকে কিছুমান ভাষাত এটা আৰু দুই এটা ভাষাত আন এটা ৰূপত পালে সেই আটাইবোৰ ভাষাৰ ধ্বনিবোৰৰ পৰিৱৰ্তনৰ ধাৰা অনুযায়ী মূল-ভাষাৰ ধ্বনিৰ পুনৰনিৰ্মাণ কৰিব লাগিব। উদাহৰণ স্বৰূপে লেটিন ছেপ্টেম, গোথিক ছিবুন, সংস্কৃত সপ্ত, গ্ৰীক হপ্ট আদিৰ আধাৰত * ছেপ্টম শব্দৰ পুনৰনিৰ্মাণ কৰা হৈছে।

ভিন্ন ভাষাৰ তুলনাত্মক অধ্যয়নৰ দ্বাৰা কৰা পুনৰনির্মাণক বাহ্য পুনৰনির্মাণৰূপে জনা যায়। একেটা ভাষাতে তুলনাত্মক পদ্ধতিৰ সহায়ত প্ৰাচীন ধ্বনি বা ৰূপৰ নির্মাণৰ নাম আভ্যন্তৰ পুনৰনির্মাণ। উদাহৰণ স্বৰূপে সংস্কৃত জীৱন্ত শব্দৰ পৰা কামৰূপী উপভাষাত হোৱা জীয়াত, পীয়ত শব্দৰ সাদৃশ্যত *মৰত শব্দৰ সৃষ্টি আৰু তাৰ পৰা মান্যভাষাত হোৱা মৰতী শব্দৰ কথাই ক'ব পাৰি। পুনৰনির্মিত ধ্বনি বা ৰূপ বা শব্দৰ সাধাৰণত তাৰকা চিহ্ন * দিয়া হয়। তুলনাত্মক পদ্ধতিয়ে দুটা বা অধিক ভাষাৰ মাজৰ সম্বন্ধ দেখুৱাত আমাক সহায় কৰে।

৭৬ তুলনাত্মক পদ্ধতি আৰু পুনৰনির্মাণৰ কৌশলৰ পৰা ভাষাৰ যে সময়ত পৰিৱৰ্তন ঘটে সেই কথাটো স্পষ্টকৈ বুজিব পাৰি। ভাষাৰ অকল পৰিৱৰ্তনেই নহয়, সময়ত ভাষা এটাৰ শব্দ কিছুমানো লোপ পায়। শব্দ লোপ পোৱাৰ এটা কাৰণ হ'ল সাংস্কৃতিক পৰিৱৰ্তন। অৱশ্যে আন কাৰণো আছে (§ ১৯০)। কোনো এটা ভাষাৰ সময়ত শব্দমালাৰ বিশেষকৈ মৌলিক শব্দবোৰ কেনে গতিত লোপ পায় সেই বিষয়ে গৱেষণাৰ ফলত দেখা গৈছে যে এহেজাৰ বছৰত ভাষা এটাৰ মৌলিক শব্দমালাৰ শতকৰা উনৈছটা শব্দ লোপ পায়। যদি কোনো দুটা ভাষাৰ এটা আনটোৰ পৰা পৃথক হোৱাৰ এহেজাৰ বছৰ হৈছে তেনেহ'লে সেই ভাষা দুটাৰ একে হৈ থকা অৱস্থাত পোৱা মৌলিক শব্দমালাৰ ভিতৰত প্ৰত্যেকে শতকৰা উনৈছটা শব্দ হেৰুৱাব আৰু প্ৰত্যেকটো ভাষাই প্ৰথমৰ শব্দভাণ্ডাৰৰ শতকৰা একাশীটাহে সংৰক্ষণ কৰিব। আন এক ধৰণেও দুটা ভাষাৰ পৃথকীকৰণৰ সময় নির্ধাৰণ কৰিব পাৰি। দুটা ভাষাৰ মৌলিক শব্দমালাৰ ভিতৰত শতকৰা ৬৬টা সজাতীয় শব্দ হ'লে ভাষা দুটা ভিন্ন হোৱাৰ এহেজাৰ বছৰ হৈছে বুলি ধৰিব লাগে আৰু যদি শতকৰা ৪৪টা শব্দহে সজাতীয় শব্দ তেতিয়াহ'লে ভাষা দুটা ভিন্ন হোৱাৰ দুহেজাৰ বছৰ হোৱা বুলি ধৰিব পাৰি। (জন্মগতভাৱে সম্বন্ধ থকা শব্দবোৰৰ প্ৰত্যেককে সজাতীয় শব্দ বুলি কোৱা হয়। উদাহৰণ স্বৰূপে একেটা মূল-ভাষাৰ পৰা ওলোৱা ভাষা চাৰিটাৰ যদি প্ৰত্যেকতে গছ বুজোৱা শব্দ-কেইটা পুস্, বুগা পুকা আৰু পুক্ হয় তেতিয়া সিহঁতক সজাতীয় শব্দ বুলি জনা যাব)। ভাষাৰ শব্দমালাৰ লোপৰ ওপৰত নির্ভৰ কৰি ভাষাৰ পৃথকীকৰণৰ পদ্ধতিৰ নাম **ভাষা-কালক্ৰম-বিজ্ঞান।** ভাষা-বিজ্ঞানৰ এই শাখাটো বৰ্তমান চালুকীয়া অৱস্থাতে আছে।

তথাপি ইয়াৰ সহায়ত দুটা ভাষাৰ মাজত সম্বন্ধ কিমানখিনি বুজাত সুবিধা হয়।

৪৭ ভূ-ভাষা-বিজ্ঞানত ভাষাৰ ব্যৱহাৰিক মূল্যৰ ওপৰত গুৰুত্ব দিয়া হয়। ইয়াক ভাষা-বিজ্ঞানৰ বৌদ্ধিক দিশৰ ব্যৱহাৰিক ফাল বুলিও ক'ব পাৰি। পদাৰ্থ-বিজ্ঞানৰ সূত্ৰবোৰৰ ব্যৱহাৰিক ফালটোৱে যিদৰে বল-বিজ্ঞানৰ সৃষ্টি কৰিছে ভাষা-বিজ্ঞানৰ সূত্ৰবোৰৰ প্ৰয়োগৰ দিশটোৱে তেনেকৈ ভূ-ভাষা-বিজ্ঞানৰ জন্ম দিছে। কোনো ভৌগোলিক পৰিৱেষ্টনৰ স্থানীয় ভাষা, ঔপনিৱেশিক ভাষা, প্ৰথমটোৰ ওপৰত দ্বিতীয়টোৰ প্ৰভাব. কোনো ঠাইৰ মুখ্য ভাষা আৰু গৌণ ভাষা, দ্বিভাষিতা বা বহুভাষিতা. কোনো এটা ভাষাৰ সলনি আন এটাৰ প্ৰয়োগ, ভগনীয়াসকলৰ ভাষা, স্থানীয় ভাষাৰ সৈতে তাৰ সম্পৰ্ক, মিশ্ৰভাষা, ভাষাৰ সামাজিক আৰু সাংস্কৃতিক স্বীকৃতি, সাহিত্যিক ভাষা, ৰাজভাষা, ৰাষ্ট্ৰভাষা, উপভাষা, বৰ্গভাষা আদি সকলো ভাষাৰ ব্যৱহাৰিক ফালক লৈ ভূ-ভাষা-বিজ্ঞানে কাম কৰে।

৪৮ **ভাষা-তত্ত্ব আৰু ভাষা-বিজ্ঞান :** যিজনে ভাষাক প্ৰণালীবদ্ধভাৱে অধ্যয়ন কৰি আলোচনা কৰে তেওঁক ভাষা-বিজ্ঞানী বোলা হয়। এই-খিনিতে ভাষা-তাত্ত্বিক শব্দটোৰ সৈতে ভাষা-বিজ্ঞানীৰ নাইবা ভাষাতত্ত্বৰ সৈতে ভাষা-বিজ্ঞানৰ সম্বন্ধখিনি বিচাৰ কৰিবলগীয়া। ভাষাতাত্ত্বিকে সাধাৰণতে কোনো পুথি বা শিলালিপিৰ বিৱিধ পাঠান্তৰ আলোচনা কৰি এটা শুদ্ধ আৰু পূৰ্ণ ৰূপ নিৰ্ণয় কৰে।[২৬] তাকে কৰিবলৈ তেওঁ অৱশ্যে ভাষাৰ মাজেৰে যাবলগীয়া হয়। তদুপৰি তেওঁ কোনো এটা ভাষাৰ বিষয়ে আলোচনা কৰাতকৈ সাংস্কৃতিক তাৎপৰ্য আৰু সাংস্কৃতিক পটভূমিক লৈ বেছি ব্যস্ত থাকে।[২৭] ভাষাতাত্ত্বিকে ভাষাৰ লিখিত ৰূপৰ অধ্যয়ন কৰে। ভাষা-বিজ্ঞানীয়ে হ'লে লিখিত ৰূপ বা সাহিত্য থকা ভাষাক যি ধৰণে অধ্যয়ন কৰে, সাহিত্য নথকা ভাষাকো একে ধৰণে অধ্যয়ন কৰে। ভাষাতাত্ত্বিকে ভাষাক কোনো দেশৰ সাংস্কৃতিক অঙ্গ হিচাপে চায়; কিন্তু ভাষা-বিজ্ঞানীয়ে তাক নৈসৰ্গিক বস্তু হিচাপে গ্ৰহণ কৰে।[২৮] কোনো এটা ভাষাৰ গঠন-

২৬ Sturtevant E. H. *An Introduction to Linguistic Science*, p. 7

২৭ Bloomfield. *Language*, p. 22

২৮ Jespersen, Otto. *Language*, p. 65

প্ৰণালীটো দেখুৱাই ভাষাটোৰ বৈশিষ্ট্যখিনি দৃষ্টিগোচৰ কৰোৱাত বাহিৰে ভাষা-বিজ্ঞানীৰ আন উদ্দেশ্য নাথাকে। ভাষা-বিজ্ঞানীক বহুভাষীৰ লগতো সাঙুৰিব নালাগে। বহুভাষীয়ে কেইবাটাও ভাষা ক'ব পাৰে। কিন্তু তেওঁ কোনো ভাষাৰে গঠন-প্ৰণালী সম্পৰ্কে আলোচনা নকৰে। কেইবাটাও ভাষা জানিলে ভাষা-বিজ্ঞানী হ'ব নোৱাৰি। কোনো ভাষাৰ গঠন-পদ্ধতিৰ প্ৰণালীবদ্ধ আলোচনা দাঙি ধৰোজনহে ভাষা-বিজ্ঞানী।

৪৯ **জাতি, ভাষা আৰু সংস্কৃতি :** জগতৰ মানুহবোৰক নৃতাত্বিক-সকলে শাৰীৰিক গঠন, যেনে, চকু, নাক, লাওখোলা, চুলি, উচ্চতা আদিৰ বিভিন্নতা অনুযায়ী কিছুমান জাতিত বিভক্ত কৰিছে। এইবোৰৰ একে সাদৃশ্য থকা জনসমুদায় একোটাক জাতি বোলে। তাৰ উপৰি যেতিয়া কোনো জনসমুদায়ে নিজকে একে উৎসৰ পৰা উদ্ভূত বুলি ভাবি একে তেজৰ সংমিশ্ৰণ থকা বুলি স্বীকাৰ কৰে, তেতিয়াও সেই জনসমুদায়ক একোটা জাতিৰ আখ্যা দিয়া হয়। এসময়ত একে উৎস আৰু একে ৰক্ত-সম্পৰ্ক ৰক্ষিত হ'লেও জগতৰ মানুহৰ মাজত ইমান সংমিশ্ৰণ ঘটিছে যে কোনো জনসমুদায়কে বিশুদ্ধ জাতি বুলি অভিহিত কৰাটো টান। উদাহৰণ স্বৰূপে ফৰাচী জাতি বুলি ক'লেও তাৰ মাজত বহুতো জাতিৰ সংমিশ্ৰণ ঘটিছে। তথাপি বহুতে একোটা জাতিৰ বুলি গৌৰৱ অনুভৱ কৰে। তাৰ লগত তেওঁলোকে কোৱা ভাষাটোকো আনতকৈ উচ্চ বুলি বিবেচনা কৰে। কোনো কোনোৱে ক'বলৈ বিচাৰে যে অমুক ভাষাত অমুক জাতিৰ আত্মা পৰিস্ফুট হৈছে। শ্লিষ্ট ভাষা-কোৱা লোকসকল অশ্লিষ্ট ভাষা-কোৱা লোকসকলতকৈ উচ্চ থাপৰ আৰু ভাৰত-ইউৰোপীয় ভাষা-পৰিয়ালৰ ভাষাবোৰেই মানুহৰ সকলো মনোভাৱ প্ৰকাশৰ যোগ্য আনবোৰ নহয় এনে ধৰণৰ ভাৱ জাতিৰ শ্ৰেষ্ঠতাৰ মনোভাৱৰ পৰাই জন্ম।

৫০ দৰাছলতে কোনো লোকৰ শাৰীৰিক গঠনৰ লগত তাৰ চিন্তা শক্তিৰ বা কোনো এটা ভাষা আয়ত্ত কৰা ক্ষমতাৰ সম্পৰ্ক নাই। তাৰ এটা ডাঙৰ প্ৰমাণ হৈছে এয়ে যে দুটা বেলেগ জাতিৰ লোকৰ দুটা কেঁচুৱাক যদি বেলেগ বেলেগ পৰিবেশত ডাঙৰ-দীঘল কৰা হয়, তেনেহ'লে পৰিবেশ অনুযায়ী সিহঁতে ভাষা আয়ত্ত কৰিব। কোনো এটা ভাষা-কোৱা ঠাইত থকাটো সেই ভাষাটো আয়ত্ত কৰাৰ এটা প্ৰধান উপায়। যদি এটা জাপানী কেঁচুৱাক আফ্ৰিকাৰ নিগ্ৰোবোৰৰ মাজত সৰুৰে পৰা ডাঙৰ-দীঘল কৰা

হয়, তেনেহ'লে সি আন আন নিগ্রো কেঁচুৱাবোৰৰ নিচিনা যথা সময়ত নিগ্রোবোৰৰ ভাষা ক'ব আৰু সময়ত আয়ত্ত কৰিব। ডাঙৰ হোৱা অৱস্থাত এটা নিগ্রোই জাপানী ভাষা শিকোঁতে যিখিনি অসুবিধা পাব, সেই জাপানীটোৱেও একেখিনি অসুবিধা অনুভৱ কৰিব। ঠিক তেনেকৈ এটা নিগ্রো কেঁচুৱাক জাপানত ডাঙৰ-দীঘল কৰিলেও একে ফল পোৱা যাব। ইয়াৰ দ্বাৰা এইটো প্রমাণিত হয় যে ভাষাৰ কোনো জাতিৰ লগত সম্পর্ক নাই। ভাষা জন্মগত বস্তু নহয়। সি পৰিৱেশৰ অধীন। অর্থাৎ কোনো ভাষাত কোনো জাতিৰ আত্মা বিচাৰি পোৱা নাযায়। কোনো জাতিৰ নিজৰ ভাষা বুলি দাবী কৰিব পৰা বিশিষ্ট ভাষাও নাই। "জাতিৰ জাতিৰ সৈতে যি ধৰণে সংমিশ্রণ হয়, জাতিৰ সৈতে ভাষাৰ মিশ্রণ তেনেকৈ নহয়। বৰং নিজৰ জন্ম ঠাইকো অতিক্রম কৰি বহু দূৰলৈকে কোনো এটা ভাষা বিয়পি পৰিব পাৰে আৰু ভিন্ন জাতিৰ দ্বাৰা অধিকৃত ঠাইকো সামৰি ল'ব পাৰে। এটা ভাষা জন্মস্থানত মৃত হৈ সেই ঠাইৰ শত্রুৰূপে পৰিগণিত হোৱা লোকৰ মাজতো জীয়াই থাকিব পাৰে।"[২৯] জাতি আৰু ভাষাৰ কোনোটোৱে আনটোৰ অধীন নহয়। ভাষাই যে জাতি আৰু সংস্কৃতিৰ সীমা পাৰ হৈ যায় তাৰ উদাহৰণ হৈছে ইংৰাজী ভাষাটো। ই এটা জাতিৰ মাজত সীমিত হৈ থকা নাই। আমেৰিকা যুক্তৰাষ্ট্রত অসংখ্য নিগ্রো মানুহ আছে। ইংৰাজীৰ বাহিৰে তেওঁলোকে আন ভাষা নাজানে। ইংৰাজীয়ে তেওঁলোকৰ মাতৃভাষা। কোনো শিশুৱে কোনটো ভাষা শিকে সেই কথাটো শিশুটোৱে কোনটো ভাষাৰ আহিত কথা ক'বলৈ শিকিছে সেইটোৰ ওপৰতহে নির্ভৰ কৰিব।

৫১ জাতিৰ নিচিনাকৈ কোনো সংস্কৃতিৰ সীমাৰ লগতো ভাষাৰ সীমা যোগ নহয়। কোনো জনসমষ্টিৰ সামূহিক জীৱন-পদ্ধতিৰ অভিব্যক্তিয়ে সেই ঠাইৰ সংস্কৃতি। ব্যক্তিৰ নিচিনা লোকসমষ্টিৰ মাজতো আত্ম-প্রকাশৰ অভিলাষ আছে। "আত্ম-প্রকাশক ৰূপায়িত কৰা এই আকুলতাটোৱেই সাংস্কৃতিক শিল্প-কলাৰ জন্মকোষ। এই আকুলতাটোৱেই মানৱাত্মাৰ বিশ্বৰূপ-প্রতিভাতী ইচ্ছাটোক স্থায়িত্ব দিবলৈকে সামাজিক ৰীতি-নীতি, চলন-ফুৰণ, ভঙ্গী-ভাষণ, খাৱন-দাৱন, উঠন-বহন, পিন্ধন-উৰণ আচাৰ-ব্যৱহাৰ, গীত-নৃত্য-বাদ্য, ভাস্কর্য, স্থপতি, চিত্রকলা, শ্রমশিল্প, আদি সকলোতে

---

২৯ Sapir, E. *Language*, p. 208

কলা-সৌন্দৰ্যৰ ৰেখাপাত কৰি নিজস্ব ভঙ্গিমাৰে আত্ম-প্ৰকাশৰ সীমাহীন বাটত আগ বাঢ়ে। এয়ে সজীৱ বিশিষ্ট জনসমষ্টিৰ সজীৱ, সতেজ সংস্কৃতি।”[৩০] কোনো বিশিষ্ট জনসমষ্টিৰ সামূহিক জীৱন-যাপনৰ মাধ্যম হৈছে ভাষা। গতিকে ভাষাও সংস্কৃতিৰ এটা অঙ্গ। এটা সংস্কৃতিয়ে আন সংস্কৃতিৰ লগত আদান-প্ৰদান চলাই সমন্বিত বিকাশ লাভ কৰে। অৰ্থাৎ কোনো সংস্কৃতি সদায় একে ৰূপত নাথাকে। গতিকে জাতিৰ নিচিনাকৈ সংস্কৃতিৰো একেবাৰে বিশুদ্ধ ৰূপ বুলিবৰ একো নাই। বিভিন্ন পৰিৱেশত বিভিন্ন লোকসমষ্টিৰ সামূহিক জীৱন গঢ়ি উঠাৰ লগে লগে বিভিন্ন জনসমষ্টিৰ ভাষাও গঢ়ি উঠে সদা। ভিন্ন পৰিৱেশ অনুযায়ী কোনো এটা ভাষাত থকা শব্দমালা কিছুমানৰ সৃষ্টি হ'বও পাৰে, যেনে কোনো জনসমাজত যদি ঘোঁৰা পোহা প্ৰথা নাই, সেই ভাষাত ঘোঁৰা বজোৱা শব্দটো নাথাকিব পাৰে। শব্দাৱলীৰ কথা এৰি ভাষাৰ আন বিভাগত তেনে স্থানীয় বৈশিষ্ট্য ৰখিলে হৈ স্বকীয়া সংস্কৃতিৰ স্বকীয়া ভাষা গঢ়ি উঠে বুলি কোৱাটো টান। এনে-ৱাৰ্ড ছাপিৰে কোৱাৰ নিচিনা “ভাষা-বিজ্ঞানৰ ছাত্ৰই ভাষাক অভিধানৰ সৈতে সাঙোৰাৰ ভুল যাতে নকৰে।” আকৌ কোনো ভৌগোলিক আবেষ্টনত নানা কাৰণত বিবিধ সংস্কৃতিসম্পন্ন লোকৰ সমাবেশ আৰু বসতি ঘটিব পাৰে। তেনে হ'লেও সেই ঠাইৰ আগৰ যিটো ভাষা তাৰ মৌলিক পৰিৱৰ্তন সহজে নঘটে। অসম দেশখনত বিবিধ জাতি আৰু বিবিধ সংস্কৃতিৰ সমন্বয় ঘটিছে যদিও অসমৰ ভাষা প্ৰধানকৈ অসমীয়াই। নগালেণ্ডৰ নগাসকলৰ সংস্কৃতি একে যদিও ভাষা বেলেগ বেলেগ।

৫১ আনহাতে কোনো সংস্কৃতিসম্পন্ন লোকৰ যে ভাষা আয়ত্ত কৰা বিশেষ শক্তি আছে তাকো ক'ব নোৱাৰি। ভাষা সদায় পৰিৱেশৰ দাস। কোনো ঐতিহাসিক কাৰণবশতঃ লগ হোৱা ভিন্ন জাতি আৰু সংস্কৃতি সম্পন্ন লোকৰ মাজত অৱশেষত এটা সমন্বয়ৰ ধাৰা প্ৰৱাহিত হয়, কিন্তু ওচৰ-চুবুৰীয়া ভাষাৰ মাজত উপকৰণ ধৰণৰ সমন্বয়হে ঘটে। ইয়াৰ দ্বাৰা প্ৰমাণিত হয় যে কোনো জাতি আৰু সংস্কৃতিৰ বিকাশৰ লগত ভাষাৰ বিকাশৰ কোনো বিশেষ সম্পৰ্ক নাই। একেবাৰে সম্পৰ্ক নথকা ভাষা-কোৱা লোকৰ একে সংস্কৃতি হ'ব পাৰে আৰু এটা ভাষা-কোৱা লোকৰ মাজত ভিন্ন ভিন্ন সাংস্কৃতিক মিশ্ৰণ হয়। মুঠৰ ওপৰত ভাষা, জাতি আৰু সংস্কৃ-

৩০ ৰায়চৌধুৰী, অম্বিকাগিৰী : আহুতি, ১৯৫১ পৃষ্ঠা ৬৮

তিৰ মাজত কোনো স্বাভাৱিক সম্পৰ্ক নাই। এইটো এক ধৰণৰ দৃষ্টি। ভাষা আৰু সংস্কৃতিক আন এটা দৃষ্টিৰেও চাব পাৰি। কোনো ঠাইৰ সংস্কৃতিৰ প্ৰকাশৰ মাধ্যম হৈছে ভাষা। গতিকে তাৰ মাজেৰে কোনো জনসমষ্টিৰ ভাৱধাৰা যে কিছু পৰিমাণে পৰিস্ফুট হয় তাত সন্দেহ নাই। সেইহেতুকে বিভিন্ন ৰাষ্ট্ৰ আৰু ৰাজ্যই নিজৰ নিজৰ ভাষাক স্বীকৃতি দিবলৈ নানাভাৱে আন্দোলন চলায়। ৰাজ্যভাষা আৰু ৰাষ্ট্ৰভাষা এই-দৰে কোনো জনসমষ্টিৰ অনুমোদন ক্ৰমেহে হয়। ভাৰতৰ ৰাষ্ট্ৰভাষা সংস্কৃত হ'লে ভাৰতীয় সংস্কৃতিৰ প্ৰতিনিধিত্ব কৰা হ'ব বুলি বহুতে ভাবে আৰু ইংৰাজী থাকিলে তাৰ মাধ্যমেৰে ভাৰতীয় জাতীয় চৰিত্ৰৰ প্ৰতিফলন নহ'ব বুলি বিবেচনা কৰে। কোনো ঠাইৰ ভাষাৰ মাজেৰে সেই ঠাইৰ ভাৱধাৰা কিমানদূৰ প্ৰতিভাত হয় সি এতিয়াও অনুসন্ধানৰ বিষয় হৈ আছে। তথাপি ভাষা আৰু সংস্কৃতি ইটোৱে সিটোৰ সৈতে যে টানকৈ বান্ধা সেই কথাটো স্বীকাৰ কৰিব লাগিব। কোনো এটা ভাষাৰ সাহিত্যই তাৰ প্ৰত্যক্ষ প্ৰমাণ। মৌখিকেই হওক বা লিখিতই হওক কোনো এঠাইৰ সাহিত্য, সাহিত্যৰ শৈলী, ছন্দ আদি সেই ঠাইৰ ভাষাৰ মাধ্যমেৰে এনেদৰে বিকশিত হয় যে সেইবোৰক আন এটা ভাষাৰ জৰিয়তে সম্পূৰ্ণৰূপে প্ৰকাশ কৰাটো অসুবিধা হয়। কোনো সংস্কৃতিৰ কোনো বিশেষ ভাৱধাৰাক বুজোৱা কিছুমান শব্দক আন ভাষালৈ অনুবাদ কৰাও এটা সমস্যা হৈ পৰে। এটা নতুন ভাষাৰ গ্ৰহণৰ লগে লগে ক্ৰমে এটা নতুন সংস্কৃতি গ্ৰহণ কৰা হয়। মূলতঃ ভাষা আৰু সংস্কৃতিৰ ইটোৰ সৈতে সিটোৰ সম্পৰ্ক নাই যদিও কাৰ্যতঃ দুয়োৰে মাজৰ সম্পৰ্ক ঘনিষ্ঠ। ভাষা মানৱ-সংস্কৃতিৰ এটা উপাদান। অকল উপাদানেই নহয় ই সকলো সাংস্কৃতিক কামৰ ভেটিস্বৰূপ। লিঅনাৰ্ড ব্লুমফিল্ডে কোৱাৰ নিচিনা "কোনো জন-সমষ্টিৰ বিষয়ে জানিবলৈ হ'লে আমি তাৰ ভাষা পঢ়িবই লাগিব। সেই সম্প্ৰদায়ৰ জীৱন-পদ্ধতিৰ বিষয়ে গভীৰভাৱে অন্বেষণ কৰিবলৈ নাইবা তাৰ ঐতিহাসিক তথ্য নিৰূপণ কৰিব খুজিলে আমাৰ প্ৰথমতে দৰকাৰ হ'ব সেই জন-সমষ্টিৰ ভাষাৰ এটা শৃঙ্খলাবদ্ধ বিৱৰণ।"

৫৩ **ভাষাৰ গঠন আৰু বিকাশ:** কোনো ঠাইৰ ভাষাৰ গঠন আৰু বিকাশৰ লগত কেইবাটাও কথাই সহযোগিতা কৰে। প্ৰথমতে ঠাইখনৰ ভৌগোলিক অৱস্থিতিটোৰ বিষয়ে লক্ষ্য কৰিব লাগে। কোনো এখন ঠাই যদি পৰ্বত-পাহাৰেৰে ভৰা হয় আৰু এটা অঞ্চলৰ লোক আন অঞ্চললৈ

সহজতে অহা-যোৱা কৰিব নোৱৰা হয়, তেতিয়াহ'লে প্ৰত্যেক অঞ্চলতে একোটা স্বকীয়া ভাষা বা উপভাষাৰ সৃষ্টি হ'ব। এনে ভৌগোলিক পৰিস্থিতিয়ে প্ৰাচীন কালত গ্ৰীচ দেশত সৰু সৰু কিছুমান ৰাজ্য আৰু পৰস্পৰে বুজি নোপোৱা বা বহুত অসুবিধা হোৱা বহুতো উপভাষাৰ সৃষ্টি কৰিছিল। পৰ্বতীয়া ঠাই আৰু সমতলৰ ভাষাৰ ভিতৰত পাৰ্থক্যৰ কথা উনুকিয়াই পণ্ডিতসকলে কয় যে আৰ্যসকল ভাৰতৰ সমভূমিলৈ আহি খাদ্য দ্ৰব্য যথেষ্ট উৎপাদন কৰিবলৈ সমৰ্থ হৈছিল। সেইকাৰণে তেওঁলোকে শিল্প-কলাৰ অনুশীলন কৰিবলৈ আৰু ইহ জগতৰ সমস্যাৰ উপৰি পৰলোকৰ বিষয়ে চিন্তা কৰিবলৈ সময় পাইছিল। তাৰ ফল স্বৰূপে তেওঁলোকৰ ভাষাই মানৱৰ সূক্ষ্ম অনুভূতিবোৰ প্ৰকাশ কৰিব পৰা ক্ষমতা অৰ্জন কৰিছিল।[৩১]

৫২ এইটো কথা ঠিক যে যেতিয়া মানুহৰ বেছি ভাগ সময় খোৱা-লোৱা, যুদ্ধ-বিগ্ৰহ আদিৰ চিন্তাত কটাবলগীয়া হয়, তেতিয়া সাহিত্য, কলা আদিৰ কাৰণে একনিষ্ঠভাৱে মন দিব নোৱাৰে আৰু তাৰ ফলত সাহিত্য-কলাৰ বিকাশত বাধা জন্মে। কোনো এডোখৰ ঠাই যদি সাগৰ নাইবা ডাঙৰ নদীৰ পাৰত অৱস্থিত হয় আৰু সেই ঠাইলৈ নানা ধৰণৰ লোকৰ বেপাৰ-বাণিজ্য আদিৰ কাৰণে অহা-যোৱা চলে তেতিয়া বিভিন্ন ভাষা-ভাষী লোকৰ সংমিশ্ৰণত সেই ঠাইৰ ভাষাৰ গঢ় কিছু সলনি হ'ব। কোনো ঠাই বিভিন্ন সংস্কৃতিসম্পন্ন লোকৰ মিলন-ভূমি হ'লেও ভাষাই স্বকীয়া গঢ় ল'ব পাৰে। উদাহৰণ স্বৰূপে অসমীয়া ভাষাৰ গঠন-প্ৰণালীলৈ আঙুলিয়াব পাৰি (পৰি. ৫)। ভৌগোলিক পৰিস্থিতিৰ উপৰি কোনো এডোখৰ ঠাইৰ ইতিহাসো ভাষাৰ বিকাশৰ বাবে যথেষ্টৰূপে দায়ী। ঠাইডোখৰত হোৱা বিদেশী আক্ৰমণ, ৰাজনৈতিক বিপ্লৱ, বেহা-বেপাৰৰ সম্পৰ্ক আদিৰ ভবিষ্যতে নানা ভাষাৰ প্ৰভাৱ পৰি ঠাইডোখৰৰ পৰিৱৰ্তন ঘটায়। ইয়াৰ লগত সাংস্কৃতিক জাগৰণো বিশেষভাৱে সংশ্লিষ্ট। "ভাৰতত স্বদেশী ভাষাৰ প্ৰতি আগ্ৰহ স্বাধীনতা-সংগ্ৰামৰ দ্বাৰা অনুপ্ৰাণিত সাংস্কৃতিক জাগৰণৰ অন্যতম পৰিণাম।"[৩২] ভাষাৰ বিকাশৰ লগতে বৈজ্ঞানিক প্ৰভাৱো সাঙোৰ খোৱা। বিজ্ঞানৰ বিভিন্ন শাখাই যোৱা দুই শতিকাত অভাৱনীয়ৰূপে

---

৩১ Taraporewala : *E.S.L.*, p. 60

৩২ শৰ্মা, দেবেন্দ্ৰনাথ : ভাষা-বিজ্ঞান কী ভূমিকা, পৃষ্ঠা ৭৮

উন্নতি কৰিছে। সেইবোৰৰ পৰা অসংখ্য নতুন বস্তু আৰু নতুন তত্ত্বৰ আবিষ্কাৰ হৈছে। সেই সেই বস্তু আৰু তত্ত্ববোৰৰ নামকৰণ দৰ্কাৰ হোৱা কাৰণে অসংখ্য নতুন শব্দ গঢ়াৰ আৱশ্যকতাই দেখা দিছে। তাৰ ফল স্বৰূপে একোটা ভাষা অধিক সমৃদ্ধ হৈছে।

৫৫ এইবোৰ উপলক্ষত কোনো ঠাইৰ ভাষাৰ গঢ় সলনি হয়। কিন্তু কোনো ঠাইৰ ভাষাৰ পৰিৱৰ্তনশীলতাৰ মাজতো একোটা স্থিত ৰূপ থাকে। সেই ৰূপদানত বিশেষকৈ সহায় কৰে, ধৰ্ম, সাহিত্য, ধাৰ্মিক সাহিত্য, লোকৰ মনোবৃত্তি আদিয়ে। একে ধৰ্মৰ লোকৰ মাজত ভাষাৰ একেটা ৰূপ ৰক্ষিত হয়, কাৰণ ধাৰ্মিক অনুষ্ঠানবোৰৰ মাজেৰে সমাজত ধৰ্ম সম্পৰ্কীয় শব্দবোৰৰ ব্যৱহাৰ হৈ থাকে। সাহিত্যৰ মাজেৰেও ভাষাৰ স্থিৰতা ৰক্ষা হয়, কাৰণ সাহিত্যিকসকলে যিবোৰ শব্দ ব্যৱহাৰ কৰে, ডাঙৰ সাহিত্যিকসকলে যিদৰে ৰূপত লেখে সেইটো পাছৰ যুগতো আদৰ্শনীয়ৰূপে চলি থাকে আৰু তাৰ মাজেৰে ভাষাৰ নিত্য পৰিৱৰ্তনশীলতাত বাধা জন্মে। সাহিত্যৰ ভিতৰুৱা বিশেষকৈ ধাৰ্মিক সাহিত্য জনসাধাৰণৰ মন আকৰ্ষণ কৰাৰ উদ্দেশ্যে যেতিয়া ৰচা হয়, তেতিয়া জনসাধাৰণৰ ভাষাক আশ্ৰয় কৰি ৰচা হয় আৰু সেইবাবে সিবে মানুহৰ মাজত বহু দিনলৈকে প্ৰভাৱ বিস্তাৰ কৰি ভাষাৰ স্থিৰতা ৰক্ষা কৰে। অসমীয়া বৈষ্ণৱ সাহিত্যই বৈষ্ণৱোত্তৰ যুগৰ লেখকসকলক কিদৰে প্ৰভাৱিত কৰিছিল সেইটোলৈ লক্ষ্য কৰিলে ইয়াৰ সাৰ্থকতা বুজা যাব। বৈষ্ণৱ সাহিত্য আকৌ প্ৰাক্‌বৈষ্ণৱ সাহিত্যৰ ওচৰতো ঋণী। সেইকাৰণে প্ৰাকবৈষ্ণৱ যুগৰ হেম সৰস্বতী, মাধৱ কন্দলীৰ সময়ৰ পৰা আহোম যুগৰ পদ্য বুৰঞ্জী আৰু অৰুণোদয় যুগৰ কবিতাৰ ভাষাৰ মাজত একেটা সুৰ ধ্বনিত হৈছে।

৫৬ সাহিত্যৰ মাজেৰে কোনো ঠাইৰ লোকৰ ভাষা সম্পৰ্কীয় মনোবৃত্তি প্ৰকাশিত হয়। ভাষাৰ গঢ় আৰু গঠনত লোক-মনোবৃত্তি কথাষাৰৰ যথেষ্ট মূল্য আছে। সময়ে সময়ে লোক-মনোবৃত্তিৰ পৰিৱৰ্তন ঘটে। কোনো এক সময়ত কোনো ঠাইৰ লেখকসকলে ভাবে যে তেওঁলোকৰ ৰচনা জনসাধাৰণৰ ভাষাৰ মাধ্যমেৰে কৰা উচিত। তেতিয়া সাহিত্যিক ভাষা কথিত ভাষাৰ বেছি ওচৰ চাপিব। এনেকৈ কিছুকাল চলাৰ পাছত নতুনচামৰ লেখকসকলৰ মনৰ পৰিৱৰ্তন ঘটে। তেতিয়া তেওঁলোকে কথিত ভাষাৰ পৰা আঁতৰি পুৰণি সাহিত্য নাইবা বিদেশী সাহিত্য আদিৰ পৰাও শব্দ

আদি গ্ৰহণ কৰিব পাৰে। এই দুয়ো ক্ষেত্ৰত ভাষাৰ গঢ়ৰ কিছু সলনি ঘটিব। ইয়ো মানুহৰ মনোবৃত্তিৰ কথা। এসময়ত বঙ্গদেশত বঙ্কিম চন্দ্ৰ আদিয়ে তৎসম সংস্কৃতীয়া শব্দৰ প্ৰচুৰ ব্যৱহাৰ কৰিছিল। আধুনিক কালত তাৰ লেখকসকলৰ বহুতে উপভাষাৰ শব্দ গ্ৰহণ কৰিবলৈ লৈছে। অসমীয়া লেখকসকলে আগতে তদ্ভৱ শব্দই বেছি ব্যৱহাৰ কৰিছিল। আধুনিক কবিসকলে বেছিকৈ তৎসম শব্দহে ব্যৱহাৰ কৰে। এইটো মনোবৃত্তি যদি বেছি ভাগ লেখকৰ হয়, তেতিয়াহ'লে অসমীয়া ভাষাৰ গঢ় আৰু গঠনৰ পৰিৱৰ্তন হ'ব। নানা কাৰণত নতুন নতুন শব্দ আৰু প্ৰয়োগৰ ফলত যুদ্ধোত্তৰ যুগৰ অসমীয়া ভাষাৰ গঢ় আৰু গঠনৰ পৰিৱৰ্তন যথেষ্ট হৈছে। সাহিত্যৰ মাজেৰে সি এসময়ত স্থিৰতা প্ৰাপ্ত হ'বগৈ। ভাষাৰ ক্ষেত্ৰত এনেকৈ কথিত ৰূপৰ প্ৰতি মনোযোগ দেখিলা বাঢ়ে তেতিয়া তাক ভাষাৰ ৰোমান্টিচিজিম আৰু অকথিত ৰূপৰ প্ৰতি ঢাল খোৱা মনোবৃত্তিক ভাষাৰ ক্লাছিছিজিম বোলা হয়।

৫৭। **ভাষাৰ বৰ্গীকৰণ:** জগতৰ বিভিন্ন ঠাইত অসংখ্য ভাষা কোৱা হয়। সেইবোৰক এটা শৃঙ্খলাৰ মাজলৈ আনিবলৈ ভাষা বিজ্ঞানীসকলে যত্ন কৰিছে। জগতৰ ভাষাবোৰৰ শ্ৰেণীবিভাগ কেইবা প্ৰকাৰেও কৰিব পাৰি। তাৰ ভিতৰত দুটা বিভাগকে বিজ্ঞানসম্মত বুলি ধৰা হয়। এটা হৈছে আকৃতিমূলক আৰু আনটো ঐতিহাসিক বা পাৰিবাৰিক। কোনো ভাষাৰ বিশ্লেষণৰ পৰা চালে বাক্যক ভাষাৰ ভেটিৰূপে স্বীকাৰ কৰিবলগীয়া হয়। এই বাক্য গঠিত হয় ৰূপ আৰু ৰূপৰ সমষ্টিৰে। ৰূপবোৰৰো স্বকীয়া গঠন-প্ৰণালী আছে। ৰূপ-গঠন আৰু ৰূপ-সমষ্টিৰ সংযোগেৰে বাক্য-গঠনৰ প্ৰণালী সকলো ভাষাৰ একে নহয়। যি যি ভাষাৰ ৰূপ আৰু বাক্য-গঠনৰ প্ৰণালী একে, সেইবোৰক এটা বিভাগৰ ভিতৰত ধৰা হয়। এইদৰে ৰূপ-ৰচনা আৰু বাক্য-ৰচনাৰ ওপৰত ভিত্তি কৰি কৰা ভাষাৰ বৰ্গীকৰণক আকৃতিমূলক বৰ্গীকৰণ বোলে। এইটো বৰ্গীকৰণত চলিত ভাষাৰ গঠন-পদ্ধতিৰ ওপৰত গুৰুত্ব দিয়া হয়। ই প্ৰধানতঃ বৰ্ণনাত্মক। ভাষাৰ এইটো বাহিৰৰ ৰূপ। ভাষাৰ ভিতৰুৱা ৰূপ এটাও আছে। বাহিৰৰ পিনৰ পৰা বেলেগ বেলেগ যেন বোধ হোৱা ভাষা কিছুমানক যদি সিহঁতৰ ধ্বনি, ৰূপ-ৰচনা, বাক্য-ৰচনা, অৰ্থ, শব্দভাণ্ডাৰ, স্থানিক নিকটতা আদি বিভিন্ন দিশৰ বিভিন্ন দৃষ্টিৰে লক্ষ্য কৰা যায় তেনেহ'লে কিছুমান ভাষাৰ লগত

কিছুমান ভাষাৰ সাদৃশ্য দেখা যায়। পম খেদি গ'লে সেই সেই ভাষাৰ একোটা পূৰ্ব ৰূপ আৰু তেনেদৰে পূৰ্ব ৰূপবো পূৰ্বৰূপ একোটা ওলাই পৰে। সেই পূৰ্ব ৰূপবোৰৰ মাজত ঘনিষ্ঠ সাদৃশ্য দেখা গ'লে সেই আটাইবোৰ ভাষাক একোটা পৰিয়ালৰ ভিতৰুৱা বুলি ধৰিব পাৰি। এনে অনুসন্ধানৰ দ্বাৰা জগতৰ বহুতো ভাষাক কিছুমান পৰিয়ালত বিভক্ত কৰা হৈছে। অৱশ্যে কিছুমান এনে ভাষাও আছে সিহঁতৰ কোনো ভাষাৰ লগত সাদৃশ্য ধৰা নপৰে। সিহঁত অবৰ্গীকৃত ভাষা। পাৰিৱাৰিক বৰ্গীকৰণৰ দ্বাৰা এইটো সিদ্ধান্তত উপনীত হোৱা যায় যে একে পৰিয়ালৰ ভাষাবোৰ মূলতে এটা ভাষাই আছিল। সময়ত সি বিভিন্ন ঠাইত সিচঁৰতী হৈ আৰু নানা প্ৰভাৱৰ ফলত ভিন্ন ভাষাৰূপে ৰূপান্তৰিত হ'ল। উদাহৰণ স্বৰূপে উত্তৰ ভাৰতত কথিত আৰ্য-ভাষাবোৰৰ বিশ্লেষণৰ দ্বাৰা সেইবোৰৰ এটা পূৰ্ব স্তৰ অপভ্ৰংশ, তাৰ পূৰ্ব ৰূপ প্ৰাকৃত আৰু তাৰো পূৰ্ব ৰূপ সংস্কৃত আৰু বৈদিক ভাষাৰ সৈতে যোগসূত্ৰ ধৰা পৰিছে। গতিকে এই আটাইবোৰ ভাষা একে আৰ্য-পৰিয়ালৰ। তাক আকৌ ইউৰোপৰ ভাষাবোৰৰ লগত ৰিজাই ভাৰত-ইউৰোপীয় বিশাল পৰিয়ালটোৰ সৈতে সাঙোৰা হৈছে। জগতৰ ভাষা-পৰিয়ালবোৰৰ ভিতৰত কেইটামান হ'ল: ভাৰত-ইউৰোপীয়, চীন-তিব্বতীয়, ইউৰাল-আলটাই, ছেমীয়-হেমীয়, বাণ্টু, দ্ৰাবিড়ীয়, অষ্ট্ৰিক আদি।

৫৮ ভাষাৰ মাজত পাৰিৱাৰিক সম্পৰ্ক স্থাপন কৰিবলৈ হ'লে ওপৰত উল্লেখ কৰা ছটা বিষয়ৰ ওপৰত চকু দিব লাগে: ধ্বনি, ৰূপ-ৰচনা, বাক্য-ৰচনা, অৰ্থ, শব্দভাণ্ডাৰ আৰু স্থানিক নিকটতা। এইবোৰৰ ভিতৰত ৰূপ-ৰচনা আৰু বাক্য-ৰচনাৰ ওপৰতহে বেছি গুৰুত্ব দিয়া হয়; কাৰণ এই দুই ক্ষেত্ৰত ভাষাৰ সোনকালে বিশেষ পৰিৱৰ্তন নঘটে। পৰিস্থিতিৰ প্ৰভাৱত কোনো ভাষাৰ ধ্বনিৰ সাল-সলনি ঘটিব পাৰে; নতুন শব্দৰ আমদানি হ'ব পাৰে আৰু অৰ্থৰ পৰিৱৰ্তনেও দেখা দিয়ে। স্থানিক সমীপতাবো পাৰিৱাৰিক বৰ্গীকৰণত বৰঙণি নথকা নহয়; কাৰণ ঘনিষ্ঠ সম্পৰ্ক-জড়িত ভাষাবোৰ প্ৰায় ভৌগোলিক পিনৰ পৰা ওচৰাউচৰিকৈ অৱস্থিত। কিন্তু এইটো একেবাৰে অনিবাৰ্য নহয়। উদাহৰণ স্বৰূপে উড়িয়া আৰু তেলেগু ভাষাৰ সীমা এটাই, কিন্তু দুয়ো ভিন্ন পৰিয়ালৰ। আৰবী আৰু পাৰছী ভাষাৰ ভিতৰত ভৌগোলিক দূৰত্ব বেছি নহয়। কিন্তু দুয়ো দুটা বেলেগ পৰিয়ালৰ ভাষা। ভাৰতীয় যিকোনো এটা আৰ্যভাষা আৰু ইংৰাজীৰ মাজত

ভৌগোলিক ব্যৱধান অনেক ; তথাপি সিহঁত একে পৰিয়ালৰ। পাৰিৱাৰিক বৰ্গীকৰণৰ মুখ্য আধাৰ হ'ল ৰূপ-ৰচনা আৰু বাক্য-ৰচনা। ধ্বনি, অৰ্থ, স্থানিক সমীপতা আদি গৌণ আধাৰ. এইবোৰৰ বাহিৰেও কোনো ভাষাক একে পৰিয়ালৰ বুলি নিৰ্ধাৰণ কৰাৰ আগতে সম্ভৱ হ'লে ইতিহাস, পুৰাতত্ত্ব আৰু আন সংলগ্ন বিষয়ৰ সহায় লোৱা উচিত। এই আটাইবোৰৰ সহযোগত লোৱা সিদ্ধান্তই গ্ৰহণযোগ্য। পাৰিৱাৰিক বৰ্গীকৰণত এই সকলোবোৰৰ ওপৰত দৃষ্টি ৰখা হেতুকে ভাষাৰ বৰ্গীকৰণৰ বিভাগ হিচাপে ইয়াকে উৎকৃষ্ট বুলি পণ্ডিতসকলে স্বীকাৰ কৰিছে।

৫৯ ভৌগোলিক পৰিস্থিতি অনুযায়ীও ভাষাৰ বিভাজন কৰা হয়, যেনে, ইউৰোপীয় ভাষা, আফ্ৰিকাৰ ভাষা, আমেৰিকাৰ ভাষা ইত্যাদি। ইয়াৰ নাম ভৌগোলিক বৰ্গীকৰণ। ই সিমান বিজ্ঞানসম্মত নহয়। সচৰাচৰ যিবোৰ ঠাইৰ ভাষাৰ বিশেষ অধ্যয়ন হোৱা নাই সেইবোৰক বুজাবলৈ এই বৰ্গীকৰণৰ সহায় লোৱা হয়। অৱশ্যে ভূ-ভাষা-বিজ্ঞানৰ ক্ষেত্ৰত এই বিধ বৰ্গীকৰণৰ আৱশ্যকতা আছে। ভাষাৰ বৰ্গীকৰণৰ আন এটা বিভাগো আছে। ইয়াক প্ৰকৃপাত্মক বৰ্গীকৰণ বোলে। এইটো বৰ্গীকৰণত কোনো এটা ভাষাৰ বৈশিষ্ট্যৰ ওপৰত গুৰুত্ব দিয়া হয়। কোনো এটা ভাষাৰ বৈশিষ্ট্য তাৰ ধ্বনি, ৰূপ-ৰচনা, বাক্য-ৰচনা আদি যি কোনো ক্ষেত্ৰতে পৰিলক্ষিত হ'ব পাৰে। উদাহৰণ স্বৰূপে কোনো এটা ভাষাত হয়তো মাত্ৰ তিনিটা বিশিষ্ট স্বৰধ্বনিহে থাকিব পাৰে ; যেনে, ই, আ, উ। আন এটা ভাষা পাঁচোটা স্বৰধ্বনিযুক্ত হ'ব পাৰে ; যেনে, ই, এ, আ, ও, উ। বিশিষ্ট ব্যঞ্জনধ্বনিৰ ফালৰ পৰা চালে কোনো এটা ভাষাত হয়তো মহাপ্ৰাণ ধ্বনিৰ প্ৰাধান্য দেখা যায় আৰু আন এটা ভাষাত মহাপ্ৰাণ ধ্বনি একেবাৰে নাথাকিবও পাৰে। সংস্কৃত ভাষাত দন্ত্য, মূৰ্ধন্য, অল্পপ্ৰাণ, মহাপ্ৰাণ আদি ধ্বনিৰ উপৰিও পাচোটা নাসিক্য ধ্বনিও আছে। কিন্তু ইংৰাজী ভাষাত ধ্বনিৰ বৈচিত্ৰ্য সিমান নাই। অসমৰ বড়ো শাখাৰ অন্তৰ্গত বড়ো-কছাৰী ভাষাত মহাপ্ৰাণ ধ্বনি আছে। কিন্তু একেটা শাখাৰে দেউৰী-চুতীয়া ভাষাত মহাপ্ৰাণ ধ্বনি এটাও নাই। অবিভাজ্য ধ্বনিৰ ফালৰ পৰাও ভাষাৰ বৈশিষ্ট্য ধৰা পৰে। কোনো এটা ভাষাত বলাঘাত হয়তো বিশিষ্টধ্বনি ; যেনে, ইংৰাজী ভাষা। কোনো এটা ভাষাত সুৰ বিশিষ্টধ্বনি ; যেনে, চীন-তিব্বতীয় ভাষা-পৰিয়ালৰ বেছি ভাগ ভাষা।

ৰূপ-ৰচনাৰ ক্ষেত্ৰতো ভাষাৰ স্বকীয়া বৈশিষ্ট্য দৃষ্ট হয়। নিৰ্দিষ্টতাৱাচক প্ৰত্যয় অসমীয়া ভাষাৰ এটা স্বকীয়া বৈশিষ্ট্য ( পৰি, ৫ )। হিন্দী ভাষাৰ বৈশিষ্ট্যৰ ভিতৰত উল্লেখযোগ্য হৈছে তাৰ লিঙ্গবোধ। ইয়াত যি কোনো এটা শব্দ হয়তো পুৰুষৱাচক নাইবা স্ত্ৰীৱাচক হ'ব আৰু এই লিঙ্গ অনুযায়ীয়ে ক্ৰিয়াৰূপ আৰু বিশেষণৰ ৰূপৰ পৰিৱৰ্তনো হ'ব। বাক্য-ৰচনাৰ ক্ষেত্ৰতো ভাষাৰ স্বকীয়া বৈশিষ্ট্য ধৰা পৰে। ইংৰাজী ভাষাত ক্ৰিয়াৰূপটো নাথাকিলে কোনো এটা বাক্য হ'ব নোৱাৰে। অসমীয়াত হ'লে হ'ব পাৰে; যেনে, তোমাৰ নাম কি? এইদৰে ভাষাবোৰৰ বৈশিষ্ট্যবোৰৰ নিৰ্দেশৰ দ্বাৰা কৰা বৰ্গীকৰণ হ'ল প্ৰৰূপাত্মক বৰ্গীকৰণ।

৬০ আকৃতিমূলক বৰ্গীকৰণৰ আকৌ কেইবাটাও শাখা আছে। তলত সেইবোৰৰ বিৱৰণ দিয়া হ'ল :




৬০.১ অযোগাত্মক শ্ৰেণীৰ ভাষাত প্ৰকৃতি, প্ৰত্যয় বুলি কোনো কথা নাই আৰু শব্দবোৰৰ ক'তো কোনো ধৰণৰ পৰিৱৰ্তন নঘটে। বাক্যত শব্দবোৰৰ স্থান অনুযায়ী ভিন্ন অৰ্থ হয়। বাক্যত হোৱা ব্যৱহাৰ অনুসৰি সেইবাবে একোটা শব্দই বিশেষ্য, ক্ৰিয়া, ক্ৰিয়াবিশেষণ আদিৰ কাম কৰে। পৰিস্থিতিটো বুজিবলৈ ইংৰাজী ভাষাৰ এই উদাহৰণকেইটা ল'ব পাৰি : Ram beats Shyam. Shyam beats Rām. এই বাক্য দুটাত

ৰাম আৰু শ্যাম শব্দ দুটাৰ কেৱল স্থান পৰিবৰ্তনৰ ফলত অৰ্থৰ সালসলনি ঘটিছে। ইংৰাজী ভাষা আচলতে অযোগাত্মকৰ ভিতৰত নপৰে। চীনা ভাষাই অযোগাত্মক ভাষাৰ প্ৰতিনিধিত্ব কৰে। চীনা ভাষাত 'ৱো' ( wŏ ) শব্দটোৱে বাক্যৰ বিভিন্ন ক্ৰমত 'মই, 'মোক', 'মোৰ', মোলৈ', আদি অৰ্থ প্ৰকাশ কৰে। যোগাত্মক ভাষাত হ'লে প্ৰকৃতি আৰু প্ৰত্যয়ৰ সংযোগত শব্দ-নিৰ্মাণ হয়। ইয়াত শব্দৰ ভিতৰুৱা পৰিবৰ্তনো ঘটিব পাৰে; যেনে, বেদ, বৈদিক, দেহ, দৈহিক, ভূত, ভৌতিক ইত্যাদি। পৃথিৱীৰ বেছি ভাগ ভাষাই যোগাত্মক। যোগাত্মকৰ ভিতৰত প্ৰশ্লিষ্ট ভাষাবোৰত বাক্যৰ বিভিন্ন শব্দবোৰৰ কোনো একোটা অংশ লোপ পাই গোটেই বাক্যটো এটা শব্দত পৰিণত হোৱাৰ দৰে হয়। পূৰ্ণ প্ৰশ্লিষ্ট ভাষাৰ ভিতৰত গ্ৰীনলেণ্ডৰ ভাষা পৰে। এই ভাষাৰ 'অউলিছৰিঅৰ্তোৰছুঅৰ্পোক' ( সি মাছ মাৰিবলৈ যাবলৈ খৰধৰ কৰে ) এই শব্দীয় বাক্যটো 'অউলিছৰ' ( মাছ মৰা ), 'পিঅৰ্তোৰ' ( কামত লগা ) 'পিন্নে ছুঅৰ্পোক' ( সি খৰধৰ কৰে ) এইকেইটা অংশেৰে গঠিত। আংশিক প্ৰশ্লিষ্ট ভাষাৰ ভিতৰত পিৰেনীজ পৰ্বতৰ পশ্চিম অঞ্চলত কোৱা বাস্ক ভাষা উল্লেখযোগ্য।

৬১ যোগাত্মকৰ ভিতৰত অশ্লিষ্ট ভাষাৰ বিস্তৃতিয়ে বেছি। অশ্লিষ্ট ভাষাবোৰত প্ৰত্যয় বা শব্দাংশবোৰ এটাৰ পিছত এটা আঠা খুৱাই লগাই দিয়াৰ নিচিনা লগ লাগে আৰু প্ৰতিটো অংশকে স্বতন্ত্ৰভাৱে এটা শব্দৰ পৰা আন এটাত যোগ দিব পৰা যায়। ইয়াত বিবিধ অংশবোৰ লগ লাগি প্ৰশ্লিষ্ট ভাষাৰ নিচিনা একোটা শব্দীয় বাক্যত পৰিণত নহয়। এনে ভাষাৰ ভিতৰত তুৰ্কী ভাষাও এটা। তলত ইয়াৰ উদাহৰণ দিয়া হ'ল :

এৱ : ঘৰ

এৱ-লেৰ্ : ঘৰবোৰ

এৱ-লেৰ্-ইম্ : মোৰ ঘৰবোৰ

এৱ-লেৰ্-ইম্-দেন্ : মোৰ ঘৰবোৰৰ পৰা

৬১.১ অন্তৰ্ৰাষ্ট্ৰীয় কৃত্ৰিম 'এছপিৰেণ্টো' ভাষাটো অশ্লিষ্ট ভাষাৰ ভেটিত সজা হৈছিল। আফ্ৰিকাত কোৱা বাণ্টু পৰিয়ালৰ ভাষাবোৰ পূৰ্বযোগাত্মক। যেনে—

উমু : একবচনবোধক

অব : বহুবচনবোধক

স্ত্ব : মানুহ

ন্‌গ : পৰা

উম্‌-স্ত্ব : মানুহ

অব-স্ত্ব : মানুহবোৰ

ন্‌গ-উম্‌-স্ত্ব : মানুহৰ পৰা

ন্‌গ-অব-স্ত্ব : মানুহবোৰৰ পৰা

৬২ অন্তযোগাত্মক ভাষাৰ ভিতৰত ইউৰাল-আলটাই আৰু দ্ৰাবিড়ীয় ভাষা-পৰিয়ালৰ ভাষাই প্ৰধান। সংস্কৃত আৰু কন্নড ভাষাৰ তুলনা কৰিলে ইয়াৰ স্বৰূপ বুজিব পৰা যাব :

| | সংস্কৃত | কন্নড |
|---|---|---|
| কৰ্তা | সেৱকাঃ | সেৱক-ৰু |
| কৰ্ম | সেৱকান্ | সেৱক-ৰন্ন |
| কৰণ | সেৱকৈঃ | সেৱক-ৰিন্দ |

৬২.১ পূৰ্বান্ত যোগাত্মক ভাষাৰ ভিতৰত মালয় শাখাৰ ভাষাবোৰ আৰু আংশিক যোগাত্মক ভাষাৰ ভিতৰত পলিনেছীয় শাখাৰ ভাষাবোৰ পৰে।

৬৩ শ্লিষ্ট ভাষাবোৰত প্ৰকৃতিৰ পিছত প্ৰত্যয় যোগ হয়। প্ৰত্যয় যোগৰ পাছত প্ৰকৃতিৰ পৰিৱৰ্তন ঘটে ; যেনে, মুনি, মৌন, সুন্দৰ, সৌন্দৰ্য ইত্যাদি। তথাপি প্ৰকৃতি আৰু প্ৰত্যয়ক চিনি উলিয়াব পাৰি। অশ্লিষ্ট ভাষাত হ'লে প্ৰকৃতি আৰু প্ৰত্যয়ৰ নিজ নিজ ৰূপ স্পষ্টৰূপে থাকে। শ্লিষ্ট ভাষাবোৰক আকৌ দুটা ভাগত ভগোৱা হয়, অন্তৰ্মুখী আৰু বহিৰ্মুখী। অন্তৰ্মুখীৰ ভিতৰত ছেমীয়-হেমীয় ভাষা-পৰিয়াল আৰু বহিৰ্মুখীৰ ভিতৰত ভাৰত-ইউৰোপীয় ভাষা-পৰিয়াল উল্লেখযোগ্য। প্ৰথম বিধৰ উদাহৰণৰ কাৰণে আৰবী ভাষা ল'ব পাৰি। ইয়াৰ বিশেষত্ব হৈছে একোটা তিনিটা ব্যঞ্জনযুক্ত প্ৰকৃতি। তাত ভিন ভিন স্বৰধ্বনি সুমুৱাই দি ভিন ভিন অৰ্থসূচক শব্দ সাজিব পাৰি ; যেনে,

ক্‌-ত্‌-ব্‌ : লেখা

কাতিব : লেখক

কিতাব : যিটো লেখা গ'ল

কুতুব : কিতাপবোৰ

৬৩.১ কোনো কোনোৱে অন্তর্মুখী আৰু বহির্মুখী এই দুটা বিভাগ কৰিব নোখোজে, কাৰণ সংস্কৃতক বহির্মুখী ভাষা বুলিলেও অন্তর্মুখীৰ গুণো নিহিত আছে ; যেনে, পঠ্ আৰু মৃ ধাতুৰ পৰা আৰবীৰ নিচিনাই পৰিবৰ্তন হৈ পপাঠ, মমাৰ আদি ৰূপ হয়, অথবা ইয়াৰ ভিতৰুৱা পৰিবৰ্তন ঘটে।

৬৪ ভাৰত-ইউৰোপীয় ভাষা-পৰিয়ালৰ ভাষাবোৰ প্ৰত্যয় প্ৰধান। সংস্কৃতত উপসর্গ কিছুমান আছে যদিও ক্ৰিয়াৰ অৰ্থ সলনি কৰাৰ বাহিৰে সিহঁতে আন বিশেষ কাম নকৰে। প্ৰকৃতি বা ধাতুৰ পিছত লগ লগা স্বাধীনভাৱে অৰ্থ নথকা ধ্বনি বা ধ্বনিসমষ্টিকে প্ৰত্যয় বুলিব পাৰি। ই আকৌ প্ৰধানকৈ দুবিধ, মুখ্য আৰু গৌণ। মুখ্য শাখাটোক কৃৎ বুলিও কোৱা হয়। গৌণ শাখাটোৰ আকৌ কেইবা প্ৰকাৰো হ'ব পাৰে ; যেনে, এটা শব্দৰ পৰা আন এটা কৰিবলৈ যোগ হোৱা প্ৰত্যয় তদ্ধিত, কাৰকৰ সম্বন্ধ বুজাবলৈ যোগ হোৱা প্ৰত্যয় শব্দ-বিভক্তি বা সুপ্-প্ৰত্যয় আৰু ক্ৰিয়াৰ পৰিবৰ্তন বুজাবলৈ ক্ৰিয়া-বিভক্তি বা তিঙ-প্ৰত্যয়।[৩৩] অসমীয়া সাৰ+উৱা >সাৰুৱা, ৰাম্+এ>ৰামে ; খা+ওঁ>খাওঁ ক্ৰমে তদ্ধিত, শব্দ-বিভক্তি আৰু ক্ৰিয়া-বিভক্তিৰ উদাহৰণ।

৬৫ ওপৰত দেখুৱা ধৰণে ভাষাৰ বৰ্গীকৰণ কৰিলে কোনো ভাষাকে সম্পূৰ্ণৰূপে প্ৰশ্লিষ্ট, অশ্লিষ্ট, শ্লিষ্ট, যোগাত্মক বা অযোগাত্মক আদিৰূপে ক'ব নোৱাৰি। একোটা ভাষাত এটাতকৈ অধিক লক্ষণ দেখা যায়। ইংৰাজী ভাষাটো ল'লে ইয়াৰ সত্যতা প্ৰমাণিত হ'ব। ইংৰাজী ভাষা যদিও বহির্মুখী, শ্লিষ্ট আৰু যোগাত্মক, তথাপি তাত অযোগাত্মক উপাদানো আছে। ওপৰত উল্লেখ কৰা Ram beats Shyam and Shyam beats Ram বাক্য দুটা তাৰ প্ৰমাণ। ইংৰাজীত যোগাত্মকৰ অশ্লিষ্ট অংশও আছে ; যেনে, cat, cat-s, mat, mat-s, অন্তর্মুখী উপাদানো চকুত পৰে ; যেনে, man, men. সেইদৰে সংস্কৃত ভাষা যোগাত্মক, শ্লিষ্ট আৰু বহির্মুখী হ'লেও প্ৰশ্লিষ্টতাৰ আভাসো তাত আছে। তেওঁ যাবলৈ বিচাৰে এই বাক্যটো সংস্কৃতত জিগমিষতি এই এটা ক্ৰিয়া-ৰূপৰ দ্বাৰা সাধিত হ'ল। এইবোৰ কাৰণত আকৃতিমূলক বৰ্গীকৰণক স্থূলভাৱেহে ল'ব লাগে। জগতৰ সকলোবোৰ ভাষাৰ বিষয়ে পূৰ্ণ অধ্যয়ন নোহোৱালৈকে আকৃতিমূলক বৰ্গীকৰণৰ এতিয়ালৈকে পোৱা বৈশিষ্ট্যৰ সহায়েৰে সম্পূৰ্ণ তথ্য উদ্ঘাটিত

৩৩ Taraporewala. *E.S.L.* § 25 (iii)

হৈছে বুলি নিশ্চয়কৈ কোৱা টান। যিমানে আমাৰ জগতৰ ভাষা সম্পৰ্কে জ্ঞানৰ পৰিসৰ বাঢ়িব, সিমানে বৰ্গীকৰণ নিৰ্দোষ হ'ব। আঁসোৱাহযুক্ত হ'লেও ভাষাবোৰৰ প্ৰধান লক্ষণ অনুযায়ী কৰা আকৃতিমূলক বৰ্গীকৰণৰ আৱশ্যকতা আছে।

৬৬ ভাষা-বিজ্ঞানীসকলৰ কিছুমানে ভাবে যে ভাষা ক্ৰমে অযোগাত্মকৰ পৰা যোগাত্মকৰ স্তৰলৈ গতি কৰে। তাৰ পাছত আকৌ যোগাত্মকৰ পৰা অযোগাত্মকলৈ। কিন্তু ওপৰৰ আলোচনাত দেখা গ'ল যে একোটা ভাষাতে একে সময়ত দুয়োটা অৱস্থা পোৱা যায়। তেনেকৈ কিছুমানৰ আকৌ ধাৰণা যে ভাষা প্ৰথমে সংযোগাত্মক হৈ থাকে; পাছত বিয়োগাত্মক ৰূপ লয়। ভাষাৰ সংযোগাত্মক ৰূপ সেইটোৱে য'ত সহায়ক ক্ৰিয়া বা পৰসৰ্গ আদিৰ আৱশ্যকতা নোহোৱাকৈ বিভক্তি যোগৰ দ্বাৰা বিবিধ অৰ্থ প্ৰকাশ কৰিব পাৰি; যেনে, সং· সঃ পঠতি। হি· ৱহ পঢ়তা হৈয়। ভাষাৰ বিয়োগাত্মক ৰূপত পূৰ্বৰ বিভক্তি লুপ্ত হৈ যোৱাৰ কাৰণে আন শব্দ সংযোগ কৰিবলগীয়া হয় আৰু তাৰ ফলত পৰসৰ্গ বা সহায়ক ক্ৰিয়া আদিৰ আৱশ্যকতাই দেখা দিয়ে। ওপৰৰ সঃ পঠতি এই বাক্যটোত হিন্দীৰ অনিবাৰ্য ৰূপ ছায় নিহিত আছিল। কিন্তু এতিয়া তাৰ ব্যৱহাৰ দৰ্কাৰী হৈ উঠিল। ইয়াক এনেভাৱে ক'ব পাৰি যে সংস্কৃত ভাষা সংযোগাত্মক আৰু হিন্দী ভাষা বিয়োগাত্মক। আন এটা দৃষ্টান্ত দিবলৈ হ'লে অসমীয়াৰ পঞ্চমী বিভক্তিৰ বুৰঞ্জীলৈ চাব পাৰি। বৰ্তমান সময়ত অসমীয়াত পঞ্চমী বিভক্তিৰ কোনো চিন নাই। ষষ্ঠী বিভক্তি ৰৰ পাছত পৰা পৰসৰ্গ যোগ দিহে অপাদান অৰ্থ প্ৰকাশ কৰা হয়। সংস্কৃতত হ'লে পঞ্চমী বিভক্তি আছিল। পুৰণি অসমীয়াত কেতিয়াবা অকল ষষ্ঠী বিভক্তিৰ চিহ্নেৰেই পঞ্চমীৰ অৰ্থও প্ৰকাশিত হৈছিল; যেনে, "সিংহৰ নামিয়া মাই, ভূমিত দিলেক পায়"। মনকৰ)। কেতিয়াবা কোনো বিভক্তিৰ ব্যৱহাৰ নোহোৱাকৈ অকল পৰসৰ্গৰ ব্যৱহাৰৰ দ্বাৰাও এই কাৰ্য সাধিত হৈছিল; যেনে, ফণা হন্তে (কা দ নাট)। গতিকে অসমীয়া ভাষাকো হিন্দীৰ নিচিনাকৈ বিয়োগাত্মক স্তৰলৈ গতি কৰা বুলি ক'ব পাৰি। ভাষাৰ এনে গতি যে সকলো ক্ষেত্ৰত চলিব তাক সঠিককৈ ক'ব নোৱাৰি। একে সময়তে কোনো এটা ভাষাত সংযোগাত্মক আৰু বিয়োগাত্মক দুয়োটা ধাৰা প্ৰচলিত হৈ থাকিব পাৰে। এইখিনিতে অসমীয়া ভাষাৰ চতুৰ্থী বিভক্তি লৈৰ ইতিহাস চালেই হ'ব।

মা· অ· ৰামলৈ, কাম· ৰামো-ক লেগি ; পু. অ. কিছিন্ধাক লাগি (মা· ক·) চৰ্যা· গগণ টাকলি-লাগি, মেক শিখৰ-লই ইত্যাদি।

## ৬৭ জগতৰ ভাষা-পৰিয়াল : ভাৰত-ইউৰোপীয় পৰিয়াল :

জগতৰ ভাষা-পৰিয়ালবোৰৰ ভিতৰত প্ৰথমতে উল্লেখ কৰিবলগীয়া হৈছে ভাৰত-ইউৰোপীয় পৰিয়ালটো। কেইবাটাও দৃষ্টিভঙ্গীৰ পৰা এই পৰিয়াল-টোৰ মহত্ব অনেক। জনসংখ্যাৰ ফালৰ পৰা চালে এই পৰিয়ালৰ ভাষা-কোৱা লোকৰ সংখ্যা পৃথিৱীত অধিক। পৃথিৱীৰ বেছি ভাগ ভাষাই কোনো এক সীমাৰ মাজত আবদ্ধ। কিন্তু এই পৰিয়ালৰ ভাষা গোটেই পৃথিৱীত বিয়পি আছে। সাহিত্যিক দৃষ্টিৰে চালে এই পৰিয়ালৰ সমৃদ্ধি আন ভাষাতকৈ বেছি। প্ৰাচীনতা, বৈচিত্ৰ্য আৰু উৎকৃষ্টতাৰ মাপ-জোখেৰে এই পৰিয়ালত যেনে সাহিত্য পোৱা যায় আন ভাষা-পৰিয়ালত পোৱা নাযায়। সভ্যতা আৰু সংস্কৃতিৰ ফালৰ পৰাও এই পৰিয়ালৰ ভাষা-কোৱা লোকসকল অগ্ৰগামী। বৈজ্ঞানিক সাহিত্যও এই পৰিয়ালৰ ভাষাত অপ্ৰতিম। যোৱা কেইবা শতিকা ধৰি বিজ্ঞানৰ যিখিনি প্ৰগতি হৈছে, সেইখিনি এই ভাষা-পৰিয়ালৰ ভাষাৰ মাজত সংৰক্ষিত আছে। এই ক্ষেত্ৰত ইংৰাজী, জাৰ্মান,ফৰাচী, ৰুছ আদি ভাষাৰ নাম উল্লেখযোগ্য। ভাষা-বিজ্ঞানৰ দৃষ্টিৰে চালেও এই পৰিয়ালৰ ভাষাৰ যিমানখিনি বৈজ্ঞানিক অনুসন্ধান হৈছে আন ভাষা-পৰিয়ালৰ ভাষাৰ সিমানখিনি হোৱা নাই। ভাষা-বিজ্ঞানৰ আৰম্ভ এই ভাষা পৰিয়ালৰ ভাষাৰ অধ্যয়নৰ ফল স্বৰূপেহে হৈছে। আচলতে ছাৰ উইলিয়ম জোনছে ১৭৮৬ চনত বঙ্গদেশৰ এছিয়াটিক ছোছাইটিত "গ্ৰীক আৰু লেটিনৰ সংস্কৃতৰ লগত ঘনিষ্ঠভাৱে সম্পৰ্ক আছে। এই আটাইবোৰ ভাষা কোনো এক মূল সোঁতৰ পৰা উদ্ভৱ হোৱা। এতিয়া হয়তো এই সোঁত নিঃচিহ্ন হৈ গৈছে," এই বুলি দিয়া ভাষণতে তুলনাত্মক ভাষা-বিজ্ঞানে জন্ম লাভ কৰে। এই পৰিয়ালৰ ভাষাই ৰাজনৈতিক দিনৰ পৰা শক্তিশালী লোকৰ ভাষা। গতিকে জনসংখ্যা, বিস্তাৰ, সাহিত্য, সভ্যতা, সংস্কৃতি, বৈজ্ঞানিক প্ৰগতি, ৰাজনৈতিক আৰু ভাষা-বৈজ্ঞানিক মহত্ব এই সকলো দৃষ্টিৰে ভাৰত-ইউৰোপীয় পৰিয়ালে জগতৰ ভাষা-পৰিয়ালবোৰৰ মাজত প্ৰথম স্থান অধিকাৰ কৰিছে।

৬৮ ভাৰত-ইউৰোপীয় ভাষা-পৰিয়ালটোক সময়ে সময়ে বিভিন্ন নামেৰে

বুজোৱা হৈছিল। মেক্সমুলাৰকে আদি কৰি কিছুমান পণ্ডিতে ইয়াৰ প্ৰাচীন 'আৰ্য' নামকে সমৰ্থন কৰিছিল। পিছত এই নামটো এই পৰিয়ালৰ এটা শাখাক বুজাবলৈ ব্যৱহাৰ কৰা হ'ল। এই শাখাটোত এই পৰিয়ালৰ আটাইতকৈ প্ৰাচীন সাহিত্য সংৰক্ষিত হৈছে। এই শাখাটো কোৱা লোক-সকলে নিজকে আৰ্য বুলি গৌৰৱ অনুভৱ কৰিছিল। ভাৰত-জাৰ্মানীয় নামটো ইয়াৰ পাছত প্ৰচলিত হয়। এই সময়ত পূব পিনে ভাৰতীয় ভাষা-বোৰে আৰু পশ্চিম ফালে জাৰ্মানীয় ভাষাবোৰে পৰিয়ালটোৰ দুটা সীমা নিৰ্ধাৰণ কৰিছিল। কেল্টীয় ভাষাই পশ্চিমৰ সীমাত দেখা দিয়াৰ পাছত কোনো কোনোৱে ভাৰত-কেল্টীয় নামটো প্ৰচলন কৰাবলৈ যত্ন কৰিছিল। কিন্তু সি নচলিল। এইদৰে নতুন নতুন ভাষাবোৰৰ আৱিৰ্ভাৱৰ লগত পৰিয়ালটোৰ নাম সলনি কৰি থকাটো সম্ভৱপৰ নহয় কাৰণে ভাৰত-ইউৰোপীয় নামটোকে গ্ৰহণ কৰা হৈছে।

৬৯ ভাৰত-ইউৰোপীয় ভাষা-পৰিয়াটোৰ জন্ম-স্থান ক'ত এই সম্পৰ্কে অনুসন্ধানকাৰীসকলে সময়ে সময়ে বিভিন্ন মত দাঙি ধৰিছে। কিন্তু তাৰ সঠিক সমিধান হ'লে হোৱা নাই। অনুসন্ধানকাৰীসকলৰ প্ৰথম দলটোৱে এছিয়াকে ভাৰত-ইউৰোপীয় ভাষা-পৰিয়ালৰ জন্ম-স্থান বুলি ঠিক কৰিছিল। পিছত সি ইউৰোপলৈ স্থানান্তৰিত হ'ল। বহুতৰ মতে এই পৰিয়ালটোৰ জন্ম-স্থান ইউৰোপৰ মধ্যভাগ আৰু ২৫০০ খৃঃ পূৰ্বৰ সময়ত মূল ভাষাৰ পৰা বিভক্ত হৈ এই পৰিয়ালৰ প্ৰাচীন ভাষাবোৰৰ উদ্ভৱ হৈছিল।[৩৪] উত্তৰ-মধ্য জাৰ্মান, লিথুনিয়া, ডানিউব উপত্যকা, দক্ষিণ ৰুছদেশ আদিকো ক্ৰমে এই পৰিয়ালৰ জন্ম-স্থান হিচাপে ধৰা হৈছিল। কিন্তু ভৌগোলিক আৰু সামূহিক শব্দভাণ্ডাৰৰ দিশৰ পৰা আলোচনা কৰি ইউৰোপৰ পক্ষৰ প্ৰতিহে সমৰ্থন জনোৱা হৈছে। "এইটো মনত ৰখা উচিত যে আমি ভাৰত-ইউৰোপীয় ভাষা-পৰিয়ালৰ প্ৰথম ভাষা-ভাষীসকলৰ বিষয়ে একোকে নাজানো। যদিও ইউৰোপৰ বেছি ভাগ লোক মূল ভাৰত-ইউৰোপীয় ভাষা-কোৱা লোকসকলৰ বংশধৰ, তথাপি সেই লোক-সম্প্ৰদায়টো সমজাতীয় আছিল বুলি কোৱা টান।"[৩৫]

---

৩৪ *Foundations of Language*, p. 319

৩৫ *The gift of Language*

৭০ ভাৰত-ইউৰোপীয় ভাষা-পৰিয়ালটোৰ কিছুমান বৈশিষ্ট্য আছে : (ক) ই প্ৰত্যয় প্ৰধান (খ) সংযোগাত্মক স্তৰৰ পৰা ই বিয়োগাত্মক স্তৰলৈ গতি কৰিছে (গ) ইয়াত বাক্যবিন্যাসাত্মক পূৰ্ব প্ৰত্যয়ৰ অভাৱ (ঘ) শব্দবোৰৰ সমাস কৰিব পৰা ক্ষমতা আছে (ঙ) অপশ্ৰুতিৰ ব্যৱহাৰ এই পৰিয়ালৰ এটা উল্লেখযোগ্য বিশেষত্ব (চ) ই বহিৰ্মুখী-শ্লিষ্ট। এই পৰিয়ালৰ ভাষাবোৰক প্ৰধানকৈ দুটা ভাগত ভগোৱা হয় : কেণ্টুম্ আৰু সতম্। ১৮৭০ চনত এচকোলি নামৰ পণ্ডিতে প্ৰথমতে এই দুটা বিভাগৰ উল্লেখ কৰে। তেওঁৰ মতে মূল ভাৰত-ইউৰোপীয় ভাষাত একশ্ৰেণী তালব্য ধ্বনি আছিল। তাৰ ভিতৰত 'ক' ধ্বনিটোৰ দুই ধৰণে বিকাশ ঘটে। এটা বিভাগত ই উষ্মধ্বনি শ, স ৰূপে দেখা দিয়ে আৰু আন এটা বিভাগত ই কণ্ঠ্য বা 'ক'ৰ ৰূপ লয়। এই প্ৰবৃত্তিৰ প্ৰতিনিধি-ভাষা হিচাপে তেওঁ লেটিন আৰু আবেস্তাক লয় আৰু এশ বুজোৱা শব্দৰ সহায়েৰে নিজৰ সিদ্ধান্ত প্ৰমাণ কৰে।লেটিনত এশ বুজোৱা শব্দ কেণ্টুম্ আৰু আবেস্তাত হৈছে সতম্। গতিকে ভাৰত-ইউৰোপীয় *kmtom, লেটিন centum, গ্ৰীক he-katon, গোথিক hund, সং. satam, আবেস্তা satam, লিথুনীয় szimtas কছ sto. প্ৰথমতে সতম্ বৰ্গৰ ভাষাবোৰ পূব পিনে আৰু কেণ্টুম বৰ্গৰ ভাষাবোৰ পশ্চিম ফালে অৱস্থিত বুলি সিদ্ধান্ত লোৱা হৈছিল। কিন্তু তোখাৰী আৰু হিট্টী ভাষাৰ সন্ধানে এই মত খণ্ডন কৰিলে ; কাৰণ এই দুয়োটা ভাষা পূৰ্ব ভাগত প্ৰচলিত অথচ কেণ্টুম্ বৰ্গৰ অন্তৰ্গত।

৭১ **ভাৰত-হিট্টী** : বৰ্তমান শতিকাৰ প্ৰাৰম্ভ কালত এছিয়া মাইনৰত খনন কাৰ্যৰ ফল স্বৰূপে কিছুমান শিলালেখ আৱিষ্কৃত হয়। সেইবোৰ খৃঃ পূৰ্ব বিংশৰ পৰা নৱম শতাব্দীৰ ভিতৰত লেখা। এই শিলালেখবোৰ পোৱা ঠাইত এসময়ত খৃঃ পূৰ্ব দ্বিতীয় সহস্ৰাব্দত হিট্টী সাম্ৰাজ্যৰ ৰাজধানী আছিল। এই শিলালেখবোৰৰ অধ্যয়নৰ ফলত এটা নতুন হিট্টী ভাষাৰ সন্ধান পোৱা গ'ল। এই ভাষাৰ লগত ভাৰত-ইউৰোপীয় ভাষা-পৰিয়ালৰ ভাষাবোৰৰ সৈতে বহুত মিল আছে। প্ৰথমতে হিট্টী ভাষাক ভাৰত-ইউৰোপীয় পৰিয়ালৰ এটা শাখাৰূপে ধৰা হৈছিল। কিন্তু বিস্তৃত আলোচনাৰ পাছত এতিয়া সিদ্ধান্ত লোৱা হৈছে যে হিট্টী ভাৰত-ইউৰোপীয় পৰিয়ালৰ যি কোনো ভাষাৰ তুলনাত অনেক প্ৰাচীন। হিট্টীৰ এনেকুৱা কিছুমান বৈশিষ্ট্য আছে যিবোৰ আন ভাৰত-ইউৰোপীয় ভাষাত লুপ্ত হৈছে। গতিকে

বৰ্তমান ভাৰত-ইউৰোপীয় ভাষা-পৰিয়ালৰ বংশ-নিৰ্ণয় তলত দিয়া ধৰণে কৰা হৈছে:[৩৬] ভাৰত-ইউৰোপীয়ৰ তুলনাত ভাৰত-হিট্টীৰ ধ্বনি-সংখ্যা কম আছিল। হিট্টীৰ শব্দ-ৰূপ আৰু ধাতু-ৰূপ ভাৰত-ইউৰোপীয় তুলনাত অনেক সৰল আছিল।




৭২ **ভাৰত-ইউৰোপীয় পৰিয়ালৰ শাখা: কেল্‌টীয়:** এসময়ত এই শাখাটোৰ যথেষ্ট বিস্তৃতি আছিল আৰু পূৰ্বৰ ফালে এছিয়া মাইনৰলৈকে ই সামৰি লৈছিল। লাহে লাহে ইয়াৰ পৰিধি কমি গ'ল আৰু কিছুমান প্ৰশাখাৰ সময়ত মৃত্যু ঘটিল। এতিয়া ইউৰোপৰ পশ্চিম অঞ্চলতে ইয়াৰ চিহ্ন আছে। এই শাখাৰ ভাষাবোৰক দুটা ভাগত ভগোৱা হৈছিল যেনে 'প' কেল্‌টীয় আৰু 'ক' কেল্‌টীয়। এটা প্ৰশাখাত 'ক' ধ্বনিটো 'প' ধ্বনিলৈ ৰূপান্তৰিত হোৱা কাৰণে এনে বিভাগ কৰা হৈছিল। এই শাখাৰ ভাষাবোৰৰ ভিতৰত আইৰিছ, কিমৰিক বা ৱেলছ, কৰ্নিছ, ব্ৰিটন আৰু গলিছ বা গলিক ভাষা পৰে। আইৰিছ ভাষাত যথেষ্ট প্ৰাচীন সাহিত্য আছে। আধুনিক আইৰিছৰ জন্ম ১৭ খৃষ্টাব্দৰ পৰা ধৰা হৈছে। আইৰলেণ্ডৰ লোকসকলৰ স্বদেশ-প্ৰীতিৰ ফল স্বৰূপে আইৰিছ ভাষাই যথেষ্ট উন্নতি লাভ কৰে। কিমৰিক বা ৱেলছ ভাষা কেল্‌টীয় শাখাৰ ভিতৰত কেইবা দিনৰ পৰা উল্লেখযোগ্য ভাষা। এই ভাষাৰ প্ৰাচীন ৰূপ খৃষ্টীয় ৮ম

৩৬ সেন, সুকুমাৰ: ভাষাৰ ইতিবৃত্ত, ১৯৬৮, পৃষ্ঠা ৮৩

শতিকাত পোৱা যায়। এই শাখাৰ কৰ্নিছ, গলিক, মানক্স আদি ভাষাৰ মৃত্যু ঘটিছে। কৰ্নিছ ভাষাৰ উপভাষা স্বৰূপ ব্ৰিটন ভাষা ব্ৰিটনসকলে ফ্ৰান্সলৈ লৈ যায়। তাত ইয়াৰ প্ৰচলন আছে।

৭৩ **ইটালীয়ঃ** কেল্‌টীয় শাখাৰ নিচিনা ইটালীয় শাখাটোতো 'প' ইটালীয় আৰু 'ক' ইটালীয় এই দুটা ভাগ আছিল। প্ৰাচীন ইটালীৰ বহুতো ভাষা 'প' ইটালীয়ৰ অন্তৰ্গত আছিল। সেইবোৰ ভাষাৰ ঠাই পিছত ৰোমৰ ভাষাই অধিকাৰ কৰে। ৰোমৰ ভাষা হৈছে লেটিন। ৰোম সাম্ৰাজ্যৰ বিস্তৃতিৰ লগত লেটিন ভাষাৰ বিস্তৃতি জড়িত আছে। লেটিন 'ক' ইটালীয় প্ৰশাখাৰ ভাষা। লেটিনৰ প্ৰাচীনতম নিদৰ্শন খৃঃ পূৰ্ব ৬ষ্ঠ শতিকাত পোৱা যায়। খৃঃ পূৰ্ব তৃতীয় শতাব্দীৰ পৰা ভাল সাহিত্য সৃষ্টি হয়। ৰোম সাম্ৰাজ্যৰ বিস্তাৰৰ লগে লগে লেটিন ইউৰোপৰ প্ৰায় সমগ্ৰ দক্ষিণ ভাগত বিয়পি পৰে আৰু সেইবোৰ ঠাইৰ কথিত ভাষাক (প্ৰধানকৈ সেইবোৰ কেল্‌টীয় ভাষা আছিল) আঁতৰাই একছত্ৰী ভাষাৰূপে পৰিগণিত হয়। লেটিনৰ এই বিভিন্ন কথ্য ৰূপবোৰৰ পৰা আধুনিক ইটালীয় বা ৰোমান্স ভাষাবোৰৰ উদ্ভৱ হৈছে। এইবোৰৰ ভিতৰত প্ৰধান হৈছে ইটালীত ইটালীয়, ফ্ৰান্সত ফৰাচী, পৰ্তুগালত পৰ্তুগীজ, স্পেনত স্পেনীয়, ৰুমানিয়াত ৰুমানীয় আৰু ছুইজাৰলেণ্ডত ৰেটোৰোমানীয়।

৭৪ **জাৰ্মানীয়ঃ** মূল ভাৰত-ইউৰোপীয় ভাষাৰ স্পৰ্শ ধ্বনিৰ জাৰ্মানীয় ভাষাত কিদৰে পৰিৱৰ্তন ঘটিছে, গ্ৰিমৰ সূত্ৰ, ৱাৰ্নাৰৰ সূত্ৰ আদিত তাৰ বিৱৰণ দিয়া হৈছে। ভাৰত-ইউৰোপীয় ভাষা-পৰিয়ালৰ এই শাখাৰ অন্তৰ্গত ইংৰাজী ভাষাই স্বাভাৱিক ৰূপত অন্তৰ্ৰাষ্ট্ৰীয় ভাষাৰ স্থান অধিকাৰ কৰি জাৰ্মানীয় শাখাটোৰ যথেষ্ট গৌৰৱ বৃদ্ধি কৰাইছে। জাৰ্মানীয় শাখাৰ ভাষা-বোৰক তিনিটা উপশাখাত ভগোৱা হৈছেঃ (ক) পূৰ্বজাৰ্মানীয় (খ) উত্তৰ জাৰ্মানীয় আৰু (গ) পশ্চিম জাৰ্মানীয়। পূৰ্ব জাৰ্মানীয়ৰ ভাষাবোৰ লুপ্ত হৈছে। ইয়াৰ অন্তৰ্গত গোথিক ভাষা জাৰ্মানীয় ভাষাবোৰৰ ভিতৰত প্ৰাচীনতম। গোথিকত বাইবেলৰ কিছু অংশ অনূদিত হৈছিল। উলফিলাছ নামৰ ধৰ্ম-যাজকে খৃষ্টীয় চতুৰ্থ শতিকাত এই অনুবাদ কৰে। গোথিক বাইবেল জাৰ্মানীয় শাখাত পোৱা প্ৰাচীনতম ৰচনা। জাৰ্মানীয় ভাষাৰ ভিতৰত গোথিকৰ সংস্কৃতৰ লগত বেছি সম্পৰ্ক আছিল। ইয়াতো দ্বিবচন আছিল।

৭৪.১ উত্তৰ জাৰ্মানীয় উপশাখাৰ অন্তৰ্গত ভাষা হৈছে, নৰবে, ছুইডেন, ডেনমাৰ্ক আৰু আইছলেণ্ডৰ ভাষা। পশ্চিম জাৰ্মানীয় উপশাখাৰ ভিতৰত প্ৰধান হৈছে ইংৰাজী, জাৰ্মান আৰু ওলন্দাজ। ব্ৰিটেনত প্ৰথমতে কেল্‌টীয় শাখাৰ ভাষা চলিছিল। খৃষ্টীয় ৬ষ্ঠ শতিকাত জাৰ্মান জাতিৰ অন্তৰ্ভুক্ত এঙ্গলছ, ছেক্সন আদি লোকসকল তালৈ গৈ তাত বসবাস কৰাৰ ফলত কেল্‌টীয় ভাষাৰ পৰিবৰ্তে জাৰ্মানীয় ভাষাৰ প্ৰচলন হ'ল। এওঁলোকৰ ভাষাৰ স্থানীয় ভাষাৰ সৈতে সংমিশ্ৰণৰ ফলত সৃষ্টি হ'ল এঙ্গলো ছেক্সন বা প্ৰাচীন ইংৰাজী। ইংৰাজী ভাষাৰ নিদৰ্শন সপ্তম শতিকাৰ পৰা পোৱা গৈছে। সাহিত্য-গৌৰব, জনসংখ্যা, ৰাজনৈতিক বা বাণিজ্যিক মহত্ত্ব সকলো পিনৰ পৰা ইংৰাজী পৃথিৱীৰ ভিতৰত প্ৰথম স্থান অধিকাৰ কৰা ভাষা। আমেৰিকাৰ ইংৰাজী ইংৰাজী ভাষাৰ এটা বিশিষ্ট ৰূপ। লুথাৰৰ জাৰ্মান বাইবেলৰ ৰচনাৰ সময়ৰ পৰা আধুনিক (উচ্চ) জাৰ্মান ভাষা আৰম্ভ হৈছে বুলিব লাগে। ইয়াত জাৰ্মানীয় ভাষাৰ গঠন-পদ্ধতি সংৰক্ষিত হৈছে। বিদেশী ভাষাৰ অনেক শব্দ এই ভাষালৈ আহিছে। নতুন শব্দ সৃষ্টিৰ বাবে নানা বিধ প্ৰত্যয় সংযোগ আৰু সমাস কৰাৰ সুবিধা এই ভাষাত আছে।

৭৫ **তোখাৰীয়:** হিট্টীৰ নিচিনা তোখাৰীয় শাখাৰো আৱিষ্কাৰ হয় বৰ্তমান শতিকাৰ প্ৰথমাংশত। মধ্য এছিয়াৰ তুৰ্কীস্থানৰ বালুকা-স্তূপৰ মাজৰ পৰা ইংৰাজ, ফৰাচী, ৰুছ আৰু জাৰ্মান পণ্ডিতসকলৰ অনুসন্ধানৰ ফলত বহুতো হাতে লিখা পুথি-পাঁজি আৱিষ্কৃত হৈছে। এইবোৰৰ প্ৰায় ভাগেই ভাৰতীয় খৰোষ্ঠী বা ব্ৰাহ্মী লিপিত লেখা। খৃষ্টীয় সপ্তমৰ পৰা দশম শতিকাৰ ভিতৰত ৰচনা কৰা বহুতো লিপিৰ পাঠ-উদ্ধাৰৰ পৰা এটা নতুন ভাৰত-ইউৰোপীয় শাখাৰ সন্ধান পোৱা হ'ল। (তুষাৰ) তুখাৰ জাতিৰ ভাষা আছিল এই ভাৱত এই ভাষাৰ নামকৰণ কৰা হৈছে তুখাৰীয় বা তোখাৰীয়। খৃষ্টীয় সপ্তম শতিকাৰ পাছত এই ভাষা লুপ্ত হ'বলৈ উপক্ৰম কৰিছে বুলি পণ্ডিতসকলে মত পোষণ কৰে। তোখাৰীয় লেখবোৰ দুটা ভাষাত লেখা। এটা পূৰ্ব অঞ্চলৰ ভাষাত আৰু আনটো পশ্চিম অঞ্চলৰ ভাষাত। তোখাৰীয় ভাষাটো কেন্টুম শাখাৰ ভাষা। কেন্টীয় আৰু ইটালীয় শাখাৰ লগত ইয়াৰ সম্পৰ্ক ঘনিষ্ঠ।

৭৬ **গ্ৰীক:** প্ৰাচীন কালত গ্ৰীক শাখা গ্ৰীচ, এছিয়া মাইনৰৰ উপকূল অঞ্চল, ছাইপ্ৰাছ দ্বীপ আৰু ইজিয়ান উপসাগৰৰ দ্বীপপুঞ্জতো প্ৰচলিত

আছিল। ভৌগোলিক পৰিস্থিতিয়ে গ্ৰীচ দেশক বহুতো সৰু সৰু প্ৰদেশত ভাগ কৰাৰ ফলত গ্ৰীচত বহুতো উপভাষাৰ সৃষ্টি হৈছিল। তাৰ ভিতৰত প্ৰধান হৈছে এট্টিক, আয়োনিক আৰু ডোৰিক। হোমাৰৰ মহাকাব্য দুখন ইলিয়াড আৰু ওডিচি আয়োনিক উপভাষাত আৰু পৰৱৰ্তী কালৰ গদ্য সাহিত্য প্ৰধানকৈ এট্টিক উপভাষাত ৰচিত। হোমাৰৰ মহাকাব্য দুখনত গ্ৰীকৰ প্ৰাচীনতম ৰূপ সংৰক্ষিত হৈছে। কাব্য দুখনৰ সংগ্ৰহ বা ৰচনা-কাল আনুমানিক খৃঃ পূৰ্ব নৱম শতিকা। এথেন্সৰ গৌৰৱপূৰ্ণ যুগত এট্টিকত গ্ৰীক সাহিত্যৰ বিখ্যাত নাটক আৰু গদ্য গ্ৰন্থ ৰচনা কৰা হৈছিল। আধুনিক ইউৰোপীয় সংস্কৃতিৰ মূলত প্ৰাচীন গ্ৰীক শিল্প, সাহিত্য আৰু দৰ্শনৰ প্ৰেৰণা আছে। গ্ৰীক ভাষাৰ লগত সংস্কৃতৰ সম্পৰ্ক বৰ ওচৰাউচৰী। খৃষ্ট-জন্মৰ সমসাময়িক কালত গ্ৰীক উপভাষাবোৰৰ সংমিশ্ৰণ ঘটি এটা পৰিনিষ্ঠিত ভাষাৰ উদ্ভৱ হয়। ইয়াৰ নাম কোইনে। ইয়াৰ পৰাই আধুনিক গ্ৰীক ভাষাৰ উৎপত্তি।

৭৭ **আৰ্মেনীয় আৰু আলবেনীয়ঃ** এছিয়া মাইনৰৰ আৰ্মেনিয়া অঞ্চলত আৰ্মেনীয় শাখাৰ ভাষা খৃঃ পূৰ্ব সপ্তম-অষ্টম শতিকাৰ পৰা প্ৰচলিত আছিল। আৰ্মেনিয়াৰ বাহিৰেও কোনো কোনো ঠাইত আধুনিক আৰ্মেনীয় ভাষা কোৱা হয়। আৰ্মেনীয় ভাষাত ভাৰত-হিট্টী মূল ভাষাৰ কিছুমান অৱশিষ্ট চিহ্ন পোৱা যায়। ইৰানীয় ভাষাৰ পৰা অনেক শব্দ এই ভাষাত সোমাইছে। আড্ৰিয়াটিক সাগৰৰ পূব উপকূলত অৱস্থিত আলবেনিয়াত আধুনিক আলবেনীয় শাখাৰ ভাষাৰ প্ৰচলন আছে। খৃষ্টীয় সপ্তদশ শতাব্দীৰ আগত আলবেনীয় ভাষাৰ নিদৰ্শন পোৱা নাই। ভাৰত-ইউৰোপীয় ভাষা-পৰিয়ালৰ ভিতৰত আলবেনীয় ভাষা আটাইতকৈ বিকৃতিপ্ৰাপ্ত ভাষা। লেটিন, গ্ৰীক, স্লাৱীয়, ইটালীয়, তুৰ্কী প্ৰভৃতি প্ৰাচীন আৰু আধুনিক নানা ভাষাৰ শব্দই এই ভাষাৰ শব্দভাণ্ডাৰত স্থান পাইছে।

৭৮ **বাল্টো-স্লাৱীয়ঃ** এই শাখাৰ ভাষাবোৰক দুটা ভাগত ভাগোৱা হয়, বাল্টীয় আৰু স্লাৱীয়। বাল্টীয় উপশাখাৰ ভাষাৰ ভিতৰত উল্লেখযোগ্য হৈছে লিথুনীয়াত লিথুনীয় আৰু লাটভিয়াৰ লেট। ভাৰত-ইউৰোপীয় আধুনিক ভাষাবোৰৰ ভিতৰত লিথুনীয় ভাষাই আটাইতকৈ প্ৰাচীন ধৰণৰ। বিদেশী ভাষা আৰু ভাৱধাৰাই ইয়াক স্পৰ্শ কৰিব নোৱৰাৰ ফলত ভাষাটোৰ বেছি পৰিবৰ্তন হোৱা নাই। বৈদিক সংস্কৃত

আৰু প্ৰাচীন গ্ৰীকৰ নিচিনা এই ভাষাতো সুৰ আছে। স্লাৱীয় ভাষাৰ ভিতৰত দক্ষিণ স্লাৱীয় উপশাখাৰ বুলগেৰীয় ভাষাত স্লাৱীয় শাখাৰ প্ৰাচীনতম সাহিত্যিক নিদৰ্শন পোৱা যায়। খৃষ্টীয় নৱম শতিকাত এই ভাষাত বাইবেলৰ অনুবাদ হয়। পশ্চিম স্লাৱীয় ভাষাৰ অন্তৰ্গত হৈছে চেকোস্লৱাকিয়াৰ চেক (Czech) আৰু স্লাৱাকীয় আৰু পোলেণ্ডৰ পোল-ভাষা। ৰুছ-ভাষা পূৰ্ব স্লাৱীয়ৰ অন্তৰ্গত। ৰুছ-ভাষা ওঠৰ শতিকাত ৰুছ দেশৰ পৰিনিষ্ঠিত ভাষাৰূপে পৰিগণিত হয়। ইয়াত সাহিত্যিক নিদৰ্শন এঘাৰ শতিকাৰ পৰা পোৱা যায়।

৭৯ **ভাৰত-ইৰানীয়:** ভাৰত-ইৰানীয় শাখাৰ ভাষা-কোৱা লোক-সকলে আৰ্য বুলি গৌৰৱ অনুভৱ কৰিছিল। সেইকাৰণে এই শাখাটোৰ আন এটা নাম হৈছে আৰ্য শাখা। ইযাক আকৌ দুটা নামৰ দুটা ভাগেৰেও বুজোৱা হয়। ইৰানীয় আৰু ভাৰতীয় আৰ্য। ইৰানীয় উপশাখাৰ অন্তৰ্গত দুটা প্ৰাচীন ভাষাৰ এটা হ'ল আবেস্তীয় আৰু আনটো প্ৰাচীন পাৰছী। জৰথু-শত্ৰীয় মতাৱলম্বীসকলৰ বেদ স্বৰূপ প্ৰাচীন শাস্ত্ৰ আবেস্তাৰ ভাষাই হৈছে আবেস্তীয়। এই ভাষাৰ মূল হৈছে ইৰানৰ উত্তৰ অঞ্চলৰ কথিত ভাষা। আবেস্তাৰ প্ৰাচীনতম অংশ হৈছে কিছুমান স্তৱ বা গাথা। গাথাবোৰৰ ভাষা আবেস্তাৰ আন অংশৰ ভাষাতকৈ প্ৰাচীন। বেদৰ ভাষাৰ লগত গাথাৰ ভাষাৰ যথেষ্ট সম্পৰ্ক আছে। গাথাবোৰ আনুমানিক খৃঃ পূৰ্ব সপ্তম-অষ্টম শতিকাত ধৰ্মাচাৰ্য জৰথুশত্ৰৰ দ্বাৰা ৰচিত হৈছিল। অৰ্বাচীন আবেস্তাৰ বেছি ভাগ খৃঃ পূৰ্ব চতুৰ্থ-তৃতীয় শতাব্দীৰ আগত ৰচিত বুলি অনুমান কৰা হৈছে। আবেস্তাৰ সংস্কৃতৰ লগত সম্পৰ্ক ৰক্ষিত হৈছে। তলত কেইটামান উদাহৰণ দিয়া হ'ল:

(ক) সং. এ > আবেস্তা অএ: সেনা > হ এনা
বেদ > ৱ এদ

(খ) সং. ও > আ. অও: ওজস্ > অওজো
হোতা > জওতা

(গ) সং. ক, ত, প > আ. খ, থ্, ফ (X, θ, f):
ক্ৰতু > খ্ৰতুশ (xratus)
সত্য > হথ্যো (haθyo)
স্বপ্ন > খফ্ন (xafna)

(ঘ) সং. ঘ, ধ. ভ>আ. গ, দ, ব :

জঙ্ঘা>জঙ্গ

ধাৰয়ৎ>দাৰয়ৎ

ভূমি>বূমি

(ঙ) সং. স— >আ. হ- : সিন্ধু>হিন্দু

সৰ্ব>হউৰ্ব

(চ) সং. হ>আ. জ : হস্ত>জস্তো

দহতি>দজইতি

৭৯·১ প্ৰাচীন পাৰছী ইৰানৰ দক্ষিণ অঞ্চল অৰ্থাৎ পাৰশ্যৰ ভাষা আছিল। খৃঃ পূৰ্ব ৬ষ্ঠ-৫ম শতিকাৰ কিছুমান শিলালিপিত প্ৰাচীন পাৰছীৰ নিদৰ্শন পোৱা গৈছে। এসময়ত প্ৰাচীন পাৰছী সমগ্ৰ ইৰানৰ ৰাজ্যভাষা-ৰূপে প্ৰতিষ্ঠিত হৈছিল। সময়ত প্ৰাচীন পাৰছীৰ পৰিৱৰ্তন ঘটি মধ্যযুগীয় পাৰছী পহ্লবীৰ জন্ম হয় আনুমানিক খৃঃ পূৰ্ব চতুৰ্থ শতিকাত। পহ্লবীৰ বাহিৰেও দুই এটা মধ্য ইৰানীয় ভাষাৰ নিদৰ্শন পোৱা যায়। তাৰ ভিতৰত শক ভাষা বিশেষভাৱে উল্লেখযোগ্য। এই ভাষাত বহুতো বৌদ্ধ গ্ৰন্থ অনূদিত হৈছিল। পহ্লবীৰ পৰা উৎপন্ন হৈছে পাৰছী। আনুমানিক খৃষ্টীয় অষ্টম শতিকাত পাৰছীৰ জন্ম হয়। এই পাৰছী ভাষা বৰ্তমান ইৰান আৰু ইৰানৰ বাহিৰেও বহুত লোকৰ মাতৃভাষা। পাৰছী ভাষাত আৰবী ভাষাৰ অনেক শব্দ সোমাইছে; আধুনিক ইৰানীয় ভাষাৰ ভিতৰত পাৰছীৰ বাহিৰে উল্লেখযোগ্য ভাষা হৈছে আফগানিস্থানৰ ভাষা আফগান বা পষ্টো আৰু বেলুচিস্থানৰ ভাষা বেলুচী।

৮০ **দৰ্দীয় শাখা :** ভাৰতীয় আৰু ইৰানীয় শাখাৰ মধ্যৱৰ্তী শাখাটোক দৰ্দীয় শাখা বোলা হৈছে। এই শাখাৰ ভাষাবোৰত ভাৰতীয় আৰু ইৰানীয় ভাষাৰ কিছুমান বৈশিষ্ট্য সংৰক্ষিত হৈছে। ভাৰতৰ উত্তৰ-পশ্চিম সীমান্তত হিন্দুকুশ আৰু পামীৰ উপত্যকাত এই ভাষাবোৰ প্ৰচলিত। এই ভাষাবোৰৰ ভিতৰত প্ৰধান হৈছে সাহিত্যযুক্ত কাশ্মিৰী ভাষা।

৮১ **ভাৰতীয় আৰ্য-ভাষা :** সৌভাগ্যক্ৰমে অতি প্ৰাচীন কালৰ পৰা ভাৰতীয় আৰ্য-ভাষাৰ লিখিত নিদৰ্শন পোৱা হৈছে আৰু সেইকাৰণে ভাৰতীয় আৰ্য-ভাষাৰ বুৰঞ্জীক শৃঙ্খলাবদ্ধভাৱে বিচাৰ কৰাৰ সুবিধা হৈছে। ভাৰতীয় আৰ্য-ভাষাৰ বিকাশক কেইবাটাও যুগত বিভক্ত কৰিব পাৰি।

প্ৰত্যেক যুগত একোটা সাহিত্যিক ভাষা আছিল। সেইবোৰে প্ৰত্যেক যুগত প্ৰচলিত উপভাষাবোৰৰো বাতৰি যোগায়। বৈয়াকৰণসকলেও কথিত উপভাষাৰ অনেক সময়ৰ উল্লেখ কৰি গৈছে। ভাৰতীয় আৰ্য-ভাষাৰ বুৰঞ্জীক সাধাৰণতে এই তিনিটা ভাগত ভগোৱা হয়: (ক) প্ৰাচীন ভাৰতীয় আৰ্য-ভাষা, (খ) মধ্য ভাৰতীয় আৰ্য-ভাষা আৰু (গ) নব্য ভাৰতীয় আৰ্য-ভাষা। এইবোৰৰ আন তিনিটা নাম হৈছে মুখ্য প্ৰাকৃত, গৌণ প্ৰাকৃত, আৰু তৃতীয় পৰ্যায়ৰ প্ৰাকৃত।

৮১.১ প্ৰাচীন ভাৰতীয় আৰ্য-ভাষাৰ ভিতৰত বৈদিক আৰু সংস্কৃত ভাষাক অন্তৰ্ভুক্ত কৰা হয়। বৈদিক (ঋক্‌বেদৰ) ভাষাই ভাৰতীয় আৰ্য-ভাষাৰ প্ৰাচীনতম সাহিত্যিক ৰূপ। ঋক্‌বেদৰ প্ৰাচীনতম কবিতাবোৰৰ ৰচনা কাল খৃঃ পূৰ্ব ১২০০ শতাব্দীৰ ওচৰাউচৰী বুলি অনুমান কৰা হৈছে। এইবোৰক ভাৰত-ইউৰোপীয় ভাষা-পৰিয়ালৰ ভাষাৰ ভিতৰত আটাইতকৈ পুৰণি ৰচনা বুলি অভিহিত কৰা হয়। কিন্তু ক্ৰীট দ্বীপৰ শিলালেখৰ আৱিষ্কাৰে গ্ৰীক ভাষাৰ নিদৰ্শন খৃঃ পূৰ্ব ১৪০০ শতিকালৈ লৈ গৈছে। "এইটোৱে ভাৰত-ইউৰোপীয় ভাষাৰ অসন্দিগ্ধ প্ৰাচীনতম নিদৰ্শন"—ডঃ সেন। বৈদিক সাহিত্য (খৃঃ পূৰ্ব ১২৫০-৬০০) কালানুক্ৰমিকভাৱে তিনিটা পৰ্যায়ত বিভক্ত: বেদ বা সংহিতা, ব্ৰাহ্মণ আৰু উপনিষদ। বেদ বুলিলে তিনিখন যজ্ঞীয় (ঋক্, সামন্ আৰু যজুঃ) আৰু অযজ্ঞীয় অথৰ্ববেদক বুজায়। ব্ৰাহ্মণ গ্ৰন্থবোৰত আছে বিৱিধ যজ্ঞ-কাৰ্যৰ বিৱৰণ, ব্যাখ্যা আৰু কিছুমান প্ৰাচীন উপাখ্যান বা উপাখ্যানৰ অংশ। উপনিষদ ব্ৰাহ্মণৰ পৰিশিষ্ট। ইয়াত আছে সেই সময়ৰ মনীষীসকলৰ আধ্যাত্মিক চিন্তা আৰু অনুভূতিৰ কবিত্বময় প্ৰকাশ। ঋক্ আৰু সামবেদ পদ্যত আৰু আন বেদ পদ্য আৰু গদ্যত লেখা। ব্ৰাহ্মণ আৰু উপনিষদবোৰ প্ৰধানতঃ গদ্যত ৰচনা কৰা। প্ৰাচীন ভাৰতীয় আৰ্য-ভাষাৰ দুটা সাহিত্যিক ৰূপ পোৱা গৈছে। এটা প্ৰাচীনতৰ। এই ভাষা হৈছে ঋক্‌বেদ আৰু পৰৱৰ্তী বৈদিক সাহিত্যৰ ভাষা। আনটো নবীনতৰ। এই ভাষা হৈছে সেই সময়ৰ শিক্ষিত লোকসকলৰ ব্যৱহাৰৰ আৰু লৌকিক আখ্যান-উপাখ্যানৰ ভাষা। এই দ্বিতীয় বিধ ভাষাৰ কোনো প্ৰাচীন ৰচনা পোৱা হোৱা নাই। এই ভাষাৰ পাণিনিয়ে (খৃঃ পূৰ্ব ৫ম শতিকা) নিৰ্দিষ্ট কৰি দিয়া ৰূপেই হৈছে সংস্কৃত ভাষা।

৮২ প্ৰাচীন ভাৰতীয় আৰ্য-ভাষাৰ সময় ধৰা হৈছে খৃঃ পূৰ্ব ১২০০

শতিকাৰ পৰা খৃঃ পূৰ্ব ৬ষ্ঠ শতিকালৈ। মধ্য ভাৰতীয় আৰ্য-ভাষাৰ সময় খৃঃ পূৰ্ব ৬ষ্ঠ শতিকাৰ পৰা খৃষ্টীয় ১০ম শতিকা পৰ্যন্ত। নব্য ভাৰতীয় আৰ্য-ভাষাৰ সময় হ'ল খৃষ্টীয় ১০ম শতিকাৰ পৰা বৰ্তমানৰ সময়লৈকে। প্ৰাচীন ভাৰতীয় আৰ্য-ভাষাত ঋ, (৯); ঋৃ, এ, ঐ আদি স্বৰধ্বনি আৰু তিনিটা উষ্মধ্বনিৰ (শ, ষ, স) সৈতে আন ব্যঞ্জনধ্বনিবোৰৰ সম্পূৰ্ণ ব্যৱহাৰ আছিল। স্বৰধ্বনিবোৰৰ আকৌ গুণ-বৃদ্ধি-সম্প্ৰসাৰণৰ ৰূপো হৈছিল। সন্ধি, বৈদিকত সুৰ, বিবিধ যুক্ত ব্যঞ্জন, শব্দৰূপৰ বৈচিত্ৰ্য, তিনিটা বচন, সম্বোধনৰ উপৰিও সাতোটা কাৰক, তিনিটা লিঙ্গ, লিঙ্গ আৰু অন্ত্য ধ্বনি অনুসৰি শব্দৰ ৰূপ-ভেদ, ধাতুৰূপৰ বৈচিত্ৰ্য, তিনিটা পুৰুষ, দুটা পদ (পৰস্মৈপদ আৰু আত্মনেপদ) দুটা বাচ্য (কৰ্তা, কৰ্ম), পাঁচোটা ভাৱ, অসমাপিকা, উপসৰ্গৰ স্বাধীনভাৱে ব্যৱহাৰ, সমাসৰ বিচিত্ৰ আৰু বহুল প্ৰয়োগ, বাক্যৰ পদবিন্যাসৰ নিৰ্দিষ্ট নিয়মৰ অনাৱশ্যকতা, কৃৎ আৰু তদ্ধিত প্ৰত্যয়ৰ সহায়ত যথেষ্ট ৰকমে শব্দ-গঠন-প্ৰথা আদি প্ৰাচীন ভাৰতীয় আৰ্য-ভাষাৰ বিশিষ্ট লক্ষণ।

৮৩ মধ্য ভাৰতীয় আৰ্য-ভাষাত স্বৰধ্বনিৰ সংখ্যা হ্ৰাস হয়। ৯, ঋৃ ধ্বনি নাইকিয়া হৈ পৰে। ঋ > অ, ই, উ, ৰি, ৰু (মৃগ > মগ, মিগ, মুগ, ম্ৰুগ, ম্ৰিগ,)। ঐ, ঔ > এ, ও (তৈল > তেল্ল, ঔষধ > ওসধ)। অয়, অৱ > এ, ও (ভৱতি > ভোতি > হোতি, হোদি, ভোদি হোই; পূজয়তি > পূজেতি, পূজেদি, পূজেই, পূজই)। ব্যঞ্জনধ্বনিৰ পৰিৱৰ্তন বেছি হয়। অনুস্বাৰৰ বাহিৰে সকলো পদান্ত ব্যঞ্জনৰ লোপ হয় (তৎ, কস্মাৎ, তস্মিন্ > ত, কপপা, তম্হি)। যুক্ত ব্যঞ্জনধ্বনিৰ ভিতৰত (পদৰ আদিত থাকিলে) এটাৰ লোপ নাইবা স্বৰভক্তিৰ সহায়ত যুক্ততা ভঙ্গ নাইবা (পদৰ মাজত হ'লে) সমীভৱনৰ দ্বাৰা সংযুক্ত ধ্বনিত পৰিণতি।

৮৩.১ তিনিটা শ, ষ স > স বা শ। শব্দৰূপতো সৰলতাই দেখা দিলে। ব্যঞ্জনান্ত শব্দবোৰ স্বৰান্ত হ'ল, দ্বিবচনৰ লোপ হ'ল, শব্দবোৰৰ অকাৰান্তৰ নিচিনাই ৰূপ হ'বলৈ ধৰিলে, বহুবচনত প্ৰায়ে প্ৰথমা আৰু দ্বিতীয়াৰ ভেদ লোপ পালে। দ্বিতীয়া আৰু ষষ্ঠীৰ দ্বাৰা চতুৰ্থীৰ, তৃতীয়া আৰু সপ্তমীৰ দ্বাৰা পঞ্চমী বিভক্তিৰ অৰ্থ প্ৰকাশিত হ'ল। ধাতুৰূপত সংস্কৃতৰ বৈচিত্ৰ্য একেবাৰে লোপ পালে। সকলো ধাতুৰ ৰূপ ভ্বাদিগণীয়ৰ নিচিনা হ'ল। কৰবাতহে দুই এটা ব্যতিক্ৰম বৈ গ'ল। ধাতুৰূপতো

আত্মনেপদ আৰু দ্বিবচন লুপ্ত হ'ল। লিট নাইকিয়া হ'ল। লঙ, লুঙ মিলি গ'ল। অসমাপিকাৰ বৈচিত্ৰ্য কমিল।

৮৪ নব্য ভাৰতীয় আৰ্য-ভাষাত সংযুক্ত ব্যঞ্জন প্ৰায়ে এক ব্যঞ্জনত পৰিণত হ'ল আৰু পূৰ্ববৰ্তী হ্ৰস্ব স্বৰ দীৰ্ঘ হ'ল ( কৰ্ম > কম্ম > কাম > কাম্ )। পদৰ মাজত শ্ৰুতিৰ ব্যৱধান নাথাকিলে, ওচৰা-উচৰীকৈ থকা স্বৰধ্বনিৰ সন্ধি-প্ৰৱণতাই দেখা দিলে বা সংকোচ ঘটিল। লুপ্ত প্ৰাচীন বিভক্তিৰ ঠাইত নতুন বিভক্তি নাইবা বিভক্তিসূচক পৰসৰ্গৰ ব্যৱহাৰে দেখা দিলে। নতুনভাৱে স্ত্ৰীলিঙ্গৰ সৃষ্টি হ'ল। গুজৰাটী আৰু মাৰাঠীৰ বাহিৰে আন ভাষাত ক্লীৱ লিঙ্গ লুপ্ত হ'ল। বচনৰ সংখ্যা সকলোতে দুটাই। নব্য ভাৰতীয় আৰ্য-ভাষাৰ সময়ৰ এটা মহত্বপূৰ্ণ বিশেষত্ব হৈছে আৰবী, পাৰছী, ইংৰাজী আদি অনেক ভাষাৰ শব্দৰ ভাৰতীয় ভাষাবোৰত প্ৰৱেশ।

৮৫ মধ্য ভাৰতীয় আৰ্য-ভাষাক আকৌ তিনিটা সুস্পষ্ট স্তৰত বিভক্ত কৰা হয়। প্ৰথম স্তৰৰ সময় খৃঃ পূৰ্ব ষষ্ঠ শতিকাৰ পৰা খৃষ্টীয় প্ৰথম শতিকালৈ। দ্বিতীয় স্তৰৰ সময় খৃষ্টীয় প্ৰথম শতিকাৰ পৰা ষষ্ঠ শতিকালৈ আৰু তৃতীয় স্তৰৰ সময় খৃষ্টীয় ষষ্ঠ শতিকাৰ পৰা দশম শতিকালৈ। প্ৰথম স্তৰৰ প্ৰধান নিদৰ্শন পোৱা হৈছে অশোকৰ শিলালিপিত, খৃঃ পূৰ্ব শতিকাৰ আন শিলালিপিত আৰু হিনযান মতাৱলম্বী বৌদ্ধসকলৰ পালি শাস্ত্ৰৰ প্ৰাচীন গ্ৰন্থবোৰত। দ্বিতীয় স্তৰৰ নিদৰ্শন পোৱা যায় খৃষ্টীয় প্ৰথম তিনি শতিকাৰ শিলালিপিত, সাহিত্যিক প্ৰাকৃতত মাহাৰাষ্ট্ৰী, শৌৰসেনী, অৰ্ধমাগধী, মাগধী, পৈশাচী আৰু বৌদ্ধ সংস্কৃতত। তৃতীয় স্তৰৰ নিদৰ্শন আছে অপভ্ৰংশ আৰু অপভ্ৰষ্টত। অশোকৰ শিলালিপিৰ ভিতৰত ( খৃঃ পূৰ্ব তৃতীয় শতিকা ) সেই সময়ৰ এই প্ৰধান উপভাষা চাৰিটাৰ পৰিচয় পোৱা যায়: উত্তৰ-পশ্চিমা, দক্ষিণ-পশ্চিমা, প্ৰাচ্য-মধ্যা আৰু প্ৰাচ্যা।

### ৮৬ বৌদ্ধ সংস্কৃত আৰু সাহিত্যিক প্ৰাকৃত:

উত্তৰ ভাৰতৰ বৌদ্ধ সম্প্ৰদায়বোৰে গ্ৰন্থ ৰচনা কৰোঁতে পালি ভাষা ব্যৱহাৰ নকৰি সংস্কৃত-প্ৰাকৃত মিশ্ৰিত ভাষা এটা ব্যৱহাৰ কৰিছিল। কথিত সংস্কৃত ভাষাৰ পৰা এই ভাষাৰ উৎপত্তি। ইয়াৰ নাম ৰখা হৈছে বৌদ্ধ (মিশ্ৰ) সংস্কৃত। বিভিন্ন সময়ত ৰচনা কৰা প্ৰাকৃত ব্যাকৰণবোৰত যিবোৰ প্ৰাকৃতৰ উল্লেখ পোৱা যায় তাৰ ভিতৰত প্ৰধান হ'ল মাহাৰাষ্ট্ৰী, শৌৰসেনী,

অৰ্ধমাগধী, মাগধী আৰু পৈশাচী। প্ৰাকৃত বৈয়াকৰণসকলে মাহাৰাষ্ট্ৰীক মূল প্ৰাকৃত বুলি ধৰি তাৰ তুলনাত অন্য প্ৰাকৃতবোৰৰ লক্ষণৰ আলোচনা কৰিছে। সংস্কৃত নাটকত থকা প্ৰাকৃত কবিতাবোৰৰ প্ৰায় আটাইবোৰ মাহাৰাষ্ট্ৰীত লেখা। হালৰ গাহা সত্তসঈ ( গাথা সপ্তশতী ) আৰু প্ৰৱৰসেনৰ ৰাৱণৱহো ( সেতুবন্ধ ) প্ৰভৃতি প্ৰাকৃত কাব্যৰ ভাষা মাহাৰাষ্ট্ৰী। ৰাজশেখৰৰ কৰ্পূৰমঞ্জৰী নাটকৰ পদ্যাংশ মাহাৰাষ্ট্ৰী ভাষাত লেখা। পদ্য-সংগ্ৰহ বজ্জালগ্‌গ আৰু গৌড়ৱহো ( গৌডৱধ ) কাব্যৰ ভাষাও মাহাৰাষ্ট্ৰী। মাহাৰাষ্ট্ৰীৰ বৈশিষ্ট্যৰ ভিতৰত (ক) স্বৰধ্বনিৰ বাহুল্য, (খ) স্বৰমধ্যগ ব্যঞ্জনৰ লোপ, নূপুৰ>ণেউৰ, লোকো>লোও, (গ) কিছুমান মহাপ্ৰাণ ধ্বনিৰ 'হ' লৈ পৰিবৰ্তন ( মেঘঃ>মেহো, নাথঃ>নাহো ), (ঘ)—শ-, -ষ-, -স->-হ-, (পাষাণ>পাহাণ, দশ>দহ,>দিবস>দিঅহ) ইত্যাদি।

৮৭ সংস্কৃত নাটকত শৌৰসেনী নাৰী আৰু অশিক্ষিত পুৰুষৰ ভাষা। শৌৰসেনী আৰু মাহাৰাষ্ট্ৰীৰ ভিতৰত কেইটামান পাৰ্থক্য আছে ; যেনে, শৌৰসেনীত স্বৰমধ্যগ -দ- আৰু -ধ- ৰ ব্যৱহাৰ আছে, মাহাৰষ্ট্ৰীত নাই ( গচ্ছতি > শৌ. গচ্ছদি, মা. গচ্ছই ; কথয়তি >শৌ. কধেদি, মা. কহেই. মধু>শৌ. মধু, মা. মহু)। সং. সপ্তমী-স্মিন্>শৌ. -ম্হি, মা. -ম্মি, অৰ্ধমা. সি। শৌৰসেনীত ক্ষ>ক্‌খ (চক্ষু>চক্‌খু)। কৰ্পূৰমঞ্জৰীৰ গদ্যাংশ শৌৰসেনী ভাষাত লেখা। সংস্কৃত নাটকত মাগধী নিতান্ত অশিক্ষিত ইতৰ লোকৰ ভাষা। মাগধী শব্দৰ লগত মগধৰ ( দক্ষিণ বিহাৰ ) কথ্য ভাষাৰ স্মৃতি জড়িত আছে। প্ৰাকৃত বৈয়াকৰণসকলে মাগধীৰ কেইটামান উপভাষাৰ উল্লেখ কৰিছে ; যেনে, শাকাৰী, চাণ্ডালী, শাবৰী ইত্যাদি। মাগধীৰ প্ৰধান লক্ষণৰ ভিতৰত এইবোৰ ধৰা হৈছে : ৰ>ল ( হৰিদ্ৰা > হলিদ্দা ), স, ষ>শ ( পুৰুষঃ > পুলিশে, সপ্ত > শত্ত ), বিসৰ্গযুক্ত পদান্ত-অ>-এ ( পুৰুষঃ>পুলিশে )। কিছুমানে মাগধী আৰু শৌৰসেনীৰ মধ্যৱৰ্তীৰূপে অৰ্ধমাগধীৰ অৱস্থিতি মানি লয়। ইয়াত দুয়োবিধ প্ৰাকৃতৰ বিশেষত্ব পোৱা যায়। মাহাৰাষ্ট্ৰীৰ লগতো কিছু মিল আছে। মাগধীৰ পাৰ্শ্ববৰ্তী ভাষা এই অৰ্থতো অৰ্ধমাগধী নামটোৰ সৃষ্টি হ'ব পাৰে। মাত্ৰ জৈনসকলৰ সাহিত্যত অৰ্ধমাগধীৰ ব্যৱহাৰ পোৱা যায়। ইয়াৰ কেইটামান বিশেষত্ব হ'ল : দন্ত্য ধ্বনি>মূৰ্ধন্য ( স্থিত > ঠিয় ), শ, ষ, স>স, য় শ্ৰুতিৰ ব্যৱহাৰ ( সাগৰ>সায়ৰ )। ভাৰতৰ উত্তৰ-পশ্চিম অঞ্চলত পৈশাচী

ভাষাৰ প্ৰচলন আছিল। গুণাঢ্যই এই ভাষাত বৃহৎকথা নামৰ গ্ৰন্থ ৰচনা কৰিছিল। পৈশাচীৰ কেইটামান বিশেষত্ব হ'ল: ঘোষ-ধ্বনি > অঘোষ (গগন > গকন, ৰাজা > ৰাচা), ৰ>ল (কুমাৰ > কুমাল), ষ>শ, স (তিষ্ঠতি চিশ্‌তদি, বিষম >বিসম) ইত্যাদি।

৮৮ অপভ্ৰংশ শব্দৰ প্ৰয়োগ পোন প্ৰথমে পতঞ্জলিৰ (খৃঃ পূৰ্ব ১ম শতিকা) মহাভাষ্যত পোৱা যায়। তেওঁৰ পাছত ভামহ, দণ্ডী আদিয়েও কাব্যৰ ভাষা সম্পৰ্কে চৰ্চা কৰোঁতে অপভ্ৰংশৰ উল্লেখ কৰিছে। মাৰ্কণ্ডেয়ই নাগৰ, ব্ৰাচড আৰু উপনাগৰ এই তিনিবিধ অপভ্ৰংশৰ উল্লেখ কৰিছে। এইবোৰৰ ভিতৰত নাগৰৰ স্থান গুজৰাটত, ব্ৰাচডৰ সিন্ধু প্ৰদেশত আৰু উপনাগৰৰ স্থান দুয়োৰে মাজত বুলি উল্লেখ কৰা হৈছে। মাৰ্কণ্ডেয়ই কেৱল পশ্চিমৰ ফালে প্ৰচলিত অপভ্ৰংশৰ কথাহে কৈছে। ভাৰতৰ অন্য ঠাইতো এনে দৰে একোটা অপভ্ৰংশৰ সৃষ্টি হৈছিল বুলি অনুমান কৰিব পাৰি। গ্ৰিয়াৰ্ছনকে আদি কৰি কিছুমান পণ্ডিতে মধ্য প্ৰাকৃতৰ শেষ স্তৰক অপভ্ৰংশ নাম দিছে। "মধ্য ভাৰতীয় আৰ্যৰ যিটো সাৰ্বজনীন ৰূপ অশিষ্ট লোক-সাহিত্যৰ বাহনৰূপে দেখা দিছিল সিয়ে অপভ্ৰংশ বা প্ৰাচীন অপভ্ৰংশ। এই প্ৰাচীন অপভ্ৰংশৰ যি অৰ্বাচীন ৰূপটো আধুনিক ভাৰতীয় আৰ্যৰ জনক বা পূৰ্বাৱস্থা সিয়ে অপভ্ৰষ্ট বা অৱহট্‌ঠ অৰ্থাৎ অৰ্বাচীন অপভ্ৰংশ"। আধুনিক কথিত ভাষাবোৰৰ প্ৰতিষ্ঠাৰ পাছতো সাহিত্যৰ বাহন হিচাপে অৰ্বাচীন অপভ্ৰংশ প্ৰচলিত আছিল। অষ্টম শতাব্দীৰ পৰা চতুৰ্দশ-পঞ্চদশ শতিকা পৰ্যন্ত অৱহট্‌ঠ উত্তৰাপথত—গুজৰাটৰ পৰা অসম-উড়িষ্যা পৰ্যন্ত ভূভাগত-সংস্কৃতৰ প্ৰতিদ্বন্দ্বী সাধুভাষাৰূপে সাহিত্যত সমাদৃত হৈছিল। (অৱহট্‌ঠৰ শেষ উল্লেখযোগ্য ৰচনা মৈথিলী কবি বিদ্যাপতিৰ কীৰ্তিলতা)[৩৭] বিদ্যাপতিৰ ৰচনাৰ সৈতে উত্তৰ-পূব ভাৰতৰ ভাষাৰ সম্পৰ্ক ৰক্ষিত হৈছে চৰ্যাপদৰ ভাষাৰ জৰিয়তে। চৰ্যাপদৰ ভাষাৰ লগত শ্ৰীকৃষ্ণকীৰ্তনৰ ভাষা আৰু দুয়োটাৰ সৈতে অসমীয়া ভাষাৰ সম্পৰ্কও ঘনিষ্ঠ।*

৮৯ **আৰ্য-ভাষাৰ অন্তৰঙ্গ আৰু বহিৰঙ্গ বিভাগ:**

আৰ্যসকল ভাৰতলৈ একে সময়তে অহা নাছিল, চামে চামে আহিছিল।

---

৩৭ সেন, সুকুমাৰ: ভাষাৰ ইতিবৃত্ত, ১৯৬৮, পৃষ্ঠা ১২৪-৫

*দ্ৰষ্টব্য: লেখকৰ ভাষা আৰু সাহিত্য: (ক) চৰ্যাপদ আৰু অসমীয়া ভাষা। (খ) শ্ৰীকৃষ্ণকীৰ্তন আৰু অসমীয়া ভাষা।

ভাৰ ভিতৰত পণ্ডিতসকলে বিশেষকৈ দুটা দলৰ কথা কয়। সেই অনুযায়ী গ্ৰিয়াৰ্ছনে নব্য ভাৰতীয় আৰ্য-ভাষাবোৰক বহিৰঙ্গ আৰু অন্তৰঙ্গ এই দুটা ভাগত ভগাইছিল। বহিৰঙ্গ ভাষাকোৱা লোকসকলৰ পূৰ্বপুৰুষ-সকলে তেওঁলোকৰ নিজৰ ভাষা লৈ ভাৰতত প্ৰথমে প্ৰৱেশ কৰিছিল। অন্তৰঙ্গ ভাষা-কোৱা লোকসকলৰ পূৰ্ব-পুৰুষসকল পিছত ভাৰতত সোমাই আগতে অহা আৰ্যসকলক সীমান্ত অঞ্চললৈ ঠেলি পঠায়। এনে অনুমানৰ ওপৰত ভিত্তি কৰি নব্য ভাৰতীয় আৰ্য-ভাষাবোৰক অন্তৰঙ্গ-বহিৰঙ্গ ভাগত বিভক্ত কৰাটো সমীচীন নহয়। ভাৰতীয় আৰ্য-ভাষাৰ প্ৰত্যেক স্তৰ আৰু উপস্তৰৰ পাৰস্পৰিক মিশ্ৰণ যথেষ্ট ঘটিছে আৰু মান্য ভাষায়ো যথেষ্ট প্ৰভাৱ পেলাইছে। অশোকৰ পিছত মধ্য ভাৰতীয় আৰ্য-ভাষাৰ তেনে খাটি নিদৰ্শন পোৱা নাই। গতিকে অকল নব্য ভাৰতীয় আৰ্য-ভাষাবোৰৰ ওপৰত ভিত্তি কৰিয়ে এই দুটা বৰ্গীকৰণত বিভক্ত কৰা ঠিক নহয় (ডঃ সেন)। অন্তৰঙ্গ আৰু বহিৰঙ্গ ভাষাৰ মাজত যে একেবাৰে কোনো মিল নাই এনে কথা ক'ব নোৱাৰি। উদাহৰণ স্বৰূপে অসমীয়া ভাষা বহিৰঙ্গ ভাষাৰ ভিতৰত পৰে আৰু পাঞ্জাবী অন্তৰঙ্গৰ ভিতৰত পৰে। কিন্তু দুয়োটা ভাষাৰ মাজতো বহুতখিনি মিল দেখা যায় [ তু. কাম. গল্ ( ডিঙি ). পাঞ্জাবী গল্ ; কাম. নুন্ ( লোণ ), পা. নুন্ ; কাম. মুইহ্ ( ম'হ ), পা. মঁইহ্ ; কাম. তিঁয়া (স্তৰ), পা. তীয়া<তৃতীয় ; কাম. ৰূপা, পা. ৰুপ্পা ; কাম. লহ্ৰা, পা. লোহ্ড়া ; কাম. কুৰ্মা ( মিতিৰ ), পা. কোৰ্মা ( পৰিয়াল )<কুটুম্ব ; কাম. ভখ্, ভুখ্ (ভোক), পা. ভুক্‌খ ইত্যাদি ]।

৯০ নব্য ভাৰতীয় আৰ্য-ভাষাবোৰক কিছুমান প্ৰাকৃত বা সেইবোৰৰ পৰৱৰ্তী অপভ্ৰংশৰ পৰা উদ্ভব ৰূপেও দেখুৱা হয় ; যেনে, মাহাৰাষ্ট্ৰীৰ পৰা মাৰাঠী ; শৌৰসেনীৰ পৰা পশ্চিমী হিন্দী, ৰাজস্থানী, গুজৰাটী ; মাগধীৰ পৰা ভোজপুৰী, মৈথিলী, মগহী, বঙলা, অসমীয়া, উড়িয়া ; অৰ্ধমাগধীৰ পৰা পূৰ্বী হিন্দী; শৌৰসেনীৰ দ্বাৰা প্ৰভাৱিত পাহাৰী, পাঞ্জাবী ইত্যাদি। আছলতে নব্য ভাৰতীয় আৰ্য-ভাষাবোৰৰ কোনো এটাকে বিশেষ এবিধ প্ৰাকৃত বা অপভ্ৰংশৰ পৰিণতি বুলি কোৱা টান। এই ক্ষেত্ৰত তলৰ উক্তি দুটা মন কৰিবলগীয়া :

(ক) অপভ্ৰংশ সাহিত্যক তিনিটা আঞ্চলিক ৰূপত ভাগ কৰা হৈছে ; পূব, পশ্চিম আৰু দক্ষিণৰ অপভ্ৰংশ। বৰ্তমান সময়ত পশ্চিম অঞ্চলৰ

অপভ্ৰংশৰ পৰা হিন্দী আৰু গুজৰাটী ভাষাৰ সৃষ্টি হৈছে। বঙলা আৰু আন মাগধী ভাষাবোৰ পূৰ্ব অপভ্ৰংশৰ অঞ্চলত কোৱা হয়। মাৰাঠী দক্ষিণ অপভ্ৰংশৰ অঞ্চলত পৰে। প্ৰাচীন কালত ভাষাবোৰৰ মাজত পাৰম্পৰিক ধাৰ এনে ধৰণে চলিছিল যে প্ৰাচীন আঞ্চলিক পাৰ্থক্যসূচক বৈশিষ্ট্যবোৰৰ সহায়ত অপভ্ৰংশ সাহিত্যক বিচাৰ কৰি বৰ্তমানৰ আঞ্চলিক পাৰ্থক্যবোৰ উলিয়াব নোৱাৰি।"[৩৮]

(খ) মধ্য ভাৰতীয় আৰ্য-ভাষাৰ উত্তৰ পশ্চিমৰ উপভাষাত 'ৰ' ধ্বনিৰ প্ৰাধান্য আছিল। মাগধী ভাষা প্ৰধানকৈ 'ল' ধ্বনিযুক্ত। সময়ত অৰ্থাৎ প্ৰথম মধ্য ভাৰতীয় আৰ্য-ভাষাৰ যুগত এই উপভাষাই 'ল' ধ্বনিক সামৰি লয়। তেনেকৈ কিছুমান প্ৰভাৱৰ ফলত মগধীয় ভাষায়ো 'ৰ' ধ্বনি অন্তৰ্ভুক্ত কৰে।[৩৯]

### ৯১ নব্য ভাৰতীয় আৰ্য-ভাষাৰ বিৱৰণ :

**পাঞ্জাবী :** পাঞ্জাবৰ দুটা প্ৰধান ভাষাৰ ভিতৰত এটা পশ্চিমী পাঞ্জাবী বা লহন্দী আৰু আনটো পূৰ্বী পাঞ্জাবী বা হিন্দকী। দুয়োবিধ পাঞ্জাবীতে প্ৰাচীন ভাষাৰ চিহ্ন আছে। পাঞ্জাবীত প্ৰাকৃতৰ সংযুক্ত ব্যঞ্জন এতিয়াও ৰক্ষিত হৈছে ; যেনে, ৰক্ত>ৰত্ত। কেতিয়াবা আকৌ অসংযুক্ত ব্যঞ্জনো সংযুক্ত হৈ পৰে ; যেনে, উপৰ>উপপৰ। পশ্চিমী পাঞ্জাবীৰ তুলনাত পূৰ্বী পাঞ্জাবীত সাহিত্য সৃষ্টি বেছি হৈছে। শিখসকলৰ ধৰ্মগ্ৰন্থ 'গ্ৰন্থছাহেব' বা 'আদি গ্ৰন্থ' ( ষোল শতিকা ) পূৰ্বী পাঞ্জাবীৰ প্ৰাচীনতম পুথি।

**সিন্ধী :** সিন্ধু প্ৰদেশ আৰু কচ্ছৰ ভাষা সিন্ধী আধুনিক ভাৰতীয় আৰ্য-ভাষাবোৰৰ ভিতৰত আটাইতকৈ প্ৰাচীন ধৰণৰ। পাঞ্জাবীৰ লগত সিন্ধীৰ অনেক ক্ষেত্ৰত মিল আছে। সোতৰ শতিকাৰ পৰা সিন্ধী সাহিত্য পোৱা যায়।

**ৰাজস্থানী :** ৰাজস্থান বা ৰাজপুতনাত প্ৰচলিত ভাষাবোৰৰ ভিতৰত পৰে মাৰৱাৰী, জয়পুৰী, মেৱাতী আৰু মালৱী। ৰাজস্থানৰ উত্তৰ অঞ্চলত

---

৩৮. Tagare. *Historical Grammar of Apabhrumsha*, Introduction, p. 25

৩৯. Srivastava, D. *Nepali Language, Its History and Development*. 1962, p. 65

মেৱাতী, পশ্চিম অঞ্চলত মাৰৱাৰী, দক্ষিণ অঞ্চলত মালৱী আৰু পুব অঞ্চলত জয়পুৰী ভাষা কোৱা হয়। এইবোৰৰ ভিতৰত মাৰৱাৰী ভাষাই প্ৰধান। ইয়াৰ গুজৰাটী ভাষাৰ লগতো সম্পৰ্ক ঘনিষ্ঠ।

**গুজৰাটী:** গুজৰাটৰ ভাষা গুজৰাটী। চতুৰ্দশ শতিকাৰ পৰা গুজৰাটী সাহিত্য পোৱা যায়। প্ৰাকৃত যুগৰ পৰা গুজৰাটত ভাষা-সাহিত্যৰ চৰ্চা আছিল। বিখ্যাত প্ৰাকৃত বৈয়াকৰণ হেমচন্দ্ৰ গুজৰাটৰ লোক আছিল।

**মাৰাঠী:** মহাৰাষ্ট্ৰৰ ভাষা মাৰাঠী। মাৰাঠীৰ কেইবাটাও উপভাষা আছে। পুনাৰ আশে-পাশে কোৱা মাৰাঠী ভাষাই মান্য ৰূপ লৈছে। জ্ঞানদেৱ-ৰচিত গীতাৰ টীকা 'জ্ঞানেশ্বৰী' (খৃঃ ১২৯১) মাৰাঠী ভাষাৰ প্ৰাচীনতম গ্ৰন্থ। আধুনিক মাৰাঠী ভাষাও যথেষ্ট উন্নত।

**কোঙ্কনী:** কোঙ্কন অঞ্চলৰ ভাষা কোঙ্কনীক সচৰাচৰ মাৰাঠীৰ উপভাষা ৰূপে ধৰা হয়। বৰ্তমান সময়ত ইয়াক এটা স্বতন্ত্ৰ ভাষা বুলি মত আগ বঢ়োৱা হৈছে।

**পাহাৰী:** হিমালয়ৰ পশ্চিম আৰু মধ্য অংশত পাহাৰী ভাষা কোৱা হয়। ভৌগোলিক দৃষ্টিৰ পিনৰ পৰা পাহাৰী ভাষাক তিনিটা ভাগত ভগাব পাৰি; পশ্চিমী পাহাৰী, মধ্য পাহাৰী আৰু পূৰ্বী পাহাৰী। পশ্চিমী পাহাৰী শিমলাৰ ওচৰৰ অঞ্চলত কোৱা হয়। মধ্য পাহাৰীৰ দুটা শাখা, কুমায়ুনী আৰু গঢ়ৱালী। কুমায়ুনী নাইনিতাল, আলমোড়া অঞ্চলত আৰু গঢ়ৱালী গঢ়ৱাল আৰু মচৌৰীৰ আশে-পাশে কোৱা হয়। পূৰ্বী পাহাৰীৰ স্থান হৈছে নেপালৰ কাঠমণ্ডু অঞ্চল। পূৰ্বী পাহাৰীক নেপালী, গোৰখালী বা খস্‌কুৰা বুলিও জনা যায়।

**পশ্চিমী হিন্দী:** পশ্চিমী হিন্দী মধ্যদেশীয় প্ৰাকৃত শৌৰসেনীৰ বংশধৰ। ইয়াত অতি প্ৰাচীন কালৰ পৰা সাহিত্যিক নিদৰ্শন পোৱা যায়। ইয়াৰ প্ৰথম কবি হৈছে আমিৰ খুস্ৰো (১২৫৩-১৩২৫)। পশ্চিমী হিন্দীৰ এটা মুখ্য উপভাষা হ'ল খড়ীবোলী। ইয়াৰ দুটা সাহিত্যিক ৰূপৰ এটা হ'ল হিন্দী আৰু আনটো উৰ্দু। উৰ্দুত আৰবী আৰু পাৰছী শব্দৰ প্ৰাধান্য বেছি। হিন্দীত সংস্কৃত শব্দৰ প্ৰাধান্য অধিক। উৰ্দু সাহিত্য প্ৰথমতে দাক্ষিণাত্যত উদ্ভৱ হয়। সেই সময়ত ভাষাটোৰ নাম দখ্‌নী আছিল। আমিৰ খুস্ৰোৰ ৰচনা দখ্‌নী ভাষাত লিখিত। পশ্চিমী হিন্দীৰ আন আন উপভাষাৰ ভিতৰত আছে ব্ৰজভাষা, বাঁগৰু, কনৌজী আৰু বুন্দেলী। সাহিত্যিক দৃষ্টিৰ

পিনৰ পৰা ব্ৰজভাষাৰ যথেষ্ট মহত্ত্ব আছে। মধ্য যুগত সাহিত্যিক ভাষা হিছাপে ইয়াৰ প্ৰচাৰ গুজৰাটৰ পৰা আৰম্ভ কৰি বঙ্গদেশলৈকে আছিল। ব্ৰজভাষাৰ প্ৰাচীন সাহিত্যিকৰ ভিতৰত কৃষ্ণ-ভক্তি শাখাৰ বিখ্যাত কৱি সূৰদাসৰ নাম উল্লেখযোগ্য। বাঁগৰুৰ আন এটা নাম হৰিয়াণী।

**পূৰ্বী হিন্দী :** পূৰ্বী হিন্দীৰ তিনিটা প্ৰধান উপভাষা আছে ; অৱধী, বঘেলী আৰু ছত্তীছগঢ়ী। এইবোৰৰ ভিতৰত প্ৰধান হৈছে অযোধ্যা অঞ্চলৰ ভাষা অৱধী। এই ভাষাত প্ৰাচীন সাহিত্যৰ যথেষ্ট উৎকৃষ্ট নিদৰ্শন পোৱা যায়। সেইবোৰৰ ভিতৰত বিশেষভাৱে উল্লেখযোগ্য হৈছে মালিক মহম্মদ জায়সীৰ 'পদুমাৱত' ( ষোল শতিকাৰ মাজ ভাগ ), কুতবনৰ মৃগাৱতী ( পোন্ধৰ-ষোল শতিকা ) আৰু তুলসীদাসৰ 'ৰামচৰিত মানস' ( ষোল শতিকাৰ শেষ ভাগ )। ভোজপুৰী, মৈথিলী, মগহী, উড়িয়া, বঙলা, অসমীয়া এই ছটা ভাষা মগধীয় শাখাৰ অন্তৰ্গত। ভোজপুৰী হ'ল পশ্চিম মগধীয় ; মগহী মধ্য মগধীয় ; মৈথিলী উত্তৰ মগধীয় , উড়িয়া, বঙলা আৰু অসমীয়া পূৰ্ব মগধীয়। পশ্চিম আৰু মধ্য মগধীয় ভাষাক সাধাৰণতে বিহাৰী বুলিও কোৱা হয়। এই আটাইবোৰ ভাষাৰ মাজত ঘনিষ্ঠ সম্পৰ্ক আছে। অসমীয়া ভাষাক পূৰ্ব মগধীয় ৰূপে ধৰিলেও একেবাৰে পশ্চিম মগধীয় ভোজপুৰীৰ লগতো যথেষ্ট সাদৃশ্য পৰিলক্ষিত হয়।*

**সিংহলী :** সিংহল বা লঙ্কাৰ ভাষা সিংহলী। ইয়াৰ গুৰি হৈছে মধ্য ভাৰতীয় আৰ্য-ভাষাৰ প্ৰাচ্য উপভাষা। আনুমানিক খৃঃ পূৰ্ব চতুৰ্থ শতিকাত যিসকল আৰ্যভাষী লোক প্ৰথমতে সিংহলত উপনিৱেশিত হৈছিল, তেওঁ-লোকৰ দ্বাৰাই মধ্য ভাৰতীয় আৰ্য-ভাষাৰ প্ৰাচ্য উপভাষাক সিংহললৈ লৈ যোৱা হৈছিল। সিংহলীৰ প্ৰাচীনতম ৰূপ এলু সিংহলৰ অৱহট্‌ঠৰ নিচিনা। অষ্টম শতিকাৰ পৰা প্ৰাচীন সিংহলীৰ নিদৰ্শন পোৱা যায়। আন ভাৰতীয় আৰ্য-ভাষাতকৈ সিংহলীৰ কিছুমান বেলেগ ধাৰাত বিকাশ হোৱা দেখা গৈছে। ইয়াত এপিনে পালি আৰু সংস্কৃতৰ আৰু আন পিনে তামিলৰ প্ৰভাৱ পৰিছিল।[৪০]

---

* দ্ৰষ্টব্য : লেখকৰ *A Study on Kamrupi, a Dialect of Assamese*

৪০ সেন, সুকুমাৰ : ভাষাৰ ইতিবৃত্ত, ১০ম সংস্কৰণ, পৃষ্ঠা ১৫৯

৯২ **দ্ৰাবিড়ীয় ভাষা-পৰিয়াল:** অষ্ট্ৰিক, চীন-তিব্বতীয়, ভাৰত-ইউৰোপীয় আৰু দ্ৰাবিড়ীয় ভাৰতত প্ৰচলিত প্ৰধান এই চাৰিটা ভাষা-পৰিয়ালৰ ভিতৰত দ্ৰাবিড়ীয় পৰিয়ালৰ ভাষা কোৱা লোকৰ সংখ্যাই দ্বিতীয় স্থান অধিকাৰ কৰিছে। দ্ৰাবিড়-গোষ্ঠীৰ প্ৰধান ভাষাবোৰ ভাৰতবৰ্ষৰ দক্ষিণ অঞ্চলত প্ৰচলিত। কিন্তু মধ্য, উত্তৰ, উত্তৰ-পশ্চিম আৰু পূব ভাৰততো দ্ৰাবিড-গোষ্ঠীৰ ভাষাৰ প্ৰচলন আছে। দক্ষিণ ভাৰতত কথিত দ্ৰাবিড়ীয় ভাষা প্ৰধানতঃ চাৰিটা: তামিল, তেলেগু, কন্নড আৰু মলয়ালম। তামিল মাদ্ৰাজত, (তামিলনাডু), তেলেগু অন্ধ্ৰপ্ৰদেশত, কন্নড মহীশূৰত (কৰ্ণাটক) আৰু মলয়ালম কেৰলত কোৱা হয়। এইবোৰৰ বাহিৰেও আছে টুলু, টোডা, কোটা, কোড়গু, গোণ্ডী, পাৰ্জী, ওৰাওঁ, কুই, কোলামী ইত্যাদি। বঙ্গদেশৰ ৰাজমহল পাহাৰত কথিত মাল্টো বা মাল পাহাৰী দ্ৰাবিড়-গোষ্ঠীৰেই ভাষা। টুলু, কোড়গু মহীশূৰত; টোডা নীলগিৰি অঞ্চলত কোৱা হয়। গোণ্ডীত দ্ৰাবিড়ীয় আৰু ভাৰতীয় আৰ্য-ভাষাৰ লক্ষণ আছে। এসময়ত পাৰ্জীক গোণ্ডীৰ উপভাষাৰূপে দেখুৱা হৈছিল যদিও আধুনিক অনুসন্ধানৰ ফলত পাৰ্জীক এটা স্বকীয়া ভাষাৰূপেহে প্ৰতিষ্ঠিত কৰা হৈছে। বেলুচিস্থানত কথিত ব্ৰাহুই ভাষাও দ্ৰাবিড়-গোষ্ঠীৰ। এই ভাষা ইৰানীয় ভাষা-ভাষী লোকৰ দ্বাৰা আবৃত।

৯২.১ দ্ৰাবিড়ীয় পৰিয়ালৰ তামিল ভাষাই আটাইতকৈ প্ৰাচীন আৰু ইয়াত উন্নত সাহিত্যও ৰচিত হৈছে। খৃঃ পূৰ্ব তিনি শতিকাৰ পৰা ইয়াত গ্ৰন্থ ৰচনা কৰা হৈছে। মলয়ালম তামিলৰ পৰা ওলোৱা। খৃষ্টীয় নৱম শতিকাত মলয়ালমৰ বৈশিষ্ট্য কিছুমানৰ সৃষ্টি হয়। পোন্ধৰ শতিকাৰ পৰা মলয়ালম সাহিত্যই নিজস্ব ধৰণে বিকাশ লাভ কৰে। কন্নড তামিলৰ নিচিনাই প্ৰাচীন ভাষা। খৃষ্টীয় ৬ষ্ঠ-৭ম শতিকাৰ পৰা তেলেগু শিলালেখ পোৱা যায় যদিও একাদশ শতিকাৰ পৰাহে তেলেগুত সাহিত্য ৰচিত হয়। তামিলৰ মলয়ালমৰ লগত সাদৃশ্য আছে। মাত্ৰ তেলেগু এইবোৰৰ পৰা আৰু আন দক্ষিণ ভাৰতীয় ভাষাৰ পৰা পৃথক।[৪১]

৯২.২ দ্ৰাবিড়ীয় পৰিয়ালৰ ভাষাবোৰ অশ্লিষ্ট আৰু অন্তযোগাত্মক। ইয়াত প্ৰকৃতি আৰু প্ৰত্যয়ক সদায় স্পষ্ট ৰূপত পোৱা যায়। প্ৰত্যয়ৰ সংযোগত

---

৪১ Chatterji S. K. *Languages and Literatures of Modern India*, pp 26-7

প্ৰকৃতিৰ কোনো পৰিৱৰ্তন নঘটে। এই পিনৰ পৰা ইয়াৰ তুৰ্কী ভাষাৰ লগত সাদৃশ্য আছে। দ্ৰাবিড়ীয় পৰিয়ালৰ ভাষাত মূৰ্ধন্য ধ্বনিৰ প্ৰাধান্য বেছি। দ্ৰাবিড়ীয় ভাষাত লিঙ্গ তিনি বিধ আৰু বচন দুবিধ। লিঙ্গৰ ভিত্তি পুৰুষত্ব বা নাৰীত্ব নহৈ প্ৰাণিত্ব আৰু অপ্ৰাণিত্বহে। বিশেষ্যৰ বিভাগ উচ্চ-নিম্ন বা চেতন-অচেতন অনুযায়ী কৰা হয়। কিছুমানে দ্ৰাবিড়ীয় পৰিয়ালক ইউৰাল-আল্টাই পৰিয়ালৰ লগত সম্পৰ্কিত বুলি ক'বলৈ বিচাৰে। কিন্তু ই সৰ্বজন স্বীকৃত নহয়।

৯৩ **অষ্ট্ৰিক ভাষা-পৰিয়াল :** অষ্ট্ৰীক ভাষা-পৰিয়ালক প্ৰধানকৈ দুটা ভাগত ভগোৱা হয়—অষ্ট্ৰোএছিয়াটিক আৰু অষ্ট্ৰোনেছীয়। অষ্ট্ৰো-এছিয়াটিকক আৰু দুটা শাখাত বিভক্ত কৰা হৈছে—মোন খ্‌মেৰ আৰু কোল-মুণ্ডা। মোন খ্‌মেৰ শাখাৰ ভাষাবোৰ বৰ্মা আৰু মালয়ৰ কোনো কোনো ঠাইত আৰু নিকোবৰ দ্বীপপুঞ্জত কোৱা হয়। কোল-মুণ্ডা শাখাৰ ভাষাবোৰ ভাৰতৰ বিভিন্ন ঠাইত কোৱা হয়। সেইবোৰৰ ভিতৰত ছাওঁতালী ছোটনাগপুৰ আৰু বিহাৰৰ ছণ্টাল পৰগণাত কয়। কিন্তু ছাওঁতালী ভাষীসকলে কৃষি-শ্ৰমিক হিচাপে বিহাৰ, উৰিষ্যা আৰু বঙ্গদেশত আৰু অসমত চাহ-বাগিচাৰ বনুৱা হিচাপে বসবাস কৰা হেতুকে তেওঁলোকৰ ভাষা সেই সেই ক্ষেত্ৰতো প্ৰচলিত আছে। মুণ্ডাৰী ভাষা দক্ষিণ বিহাৰৰ ৰাঁচী অঞ্চলত আৰু অসমত কোৱা হয়। হো বিহাৰৰ সিংভুম জিলাত কোৱা হয়। খৰিয়া, ভূমিজ আদি বিহাৰৰ দক্ষিণ অঞ্চলৰ কথিত ভাষা। মহাৰাষ্ট্ৰৰ বেৰাৰত কোৰ্কু আৰু উৰিষ্যাত শবৰ আৰু গদব ভাষা প্ৰচলিত। মোনখ্‌মেৰ ভাষাৰ লগত সম্পৰ্কিত খাচিয়া-জয়ন্তীয়া পাহাৰত কথিত খাচি ভাষা অষ্ট্ৰিক ভাষাগোষ্ঠীৰ। সেইদৰে নিকোবৰী ভাষাৰো সম্পৰ্ক মোনখ্‌মেৰ শাখাৰ লগতহে বেছি।

৯৩'১ অষ্ট্ৰোনেছীয় শাখাৰ ভিতৰত উল্লেখযোগ্য হৈছে মালয়, যাভাদ্বীপীয়, বালিদ্বীপীয় ইত্যাদি। ফিলিপাইন দ্বীপপুঞ্জ, নিউজিলেণ্ড, হাৱাই, ফিজি আদি প্ৰশান্ত মহাসাগৰীয় দ্বীপপুঞ্জত এই শাখাৰ ভাষা প্ৰচলিত আছে।

৯৪ **চীন-তীব্বতীয় :** পূৰ্ব আৰু দক্ষিণ পূৰ্ব এছিয়াৰ এক বিস্তৃত ভূভাগত চীন-তিব্বতীয় পৰিয়ালৰ ভাষা কোৱা হয়। ভাৰত-ইউৰোপীয় পৰিয়ালৰ পাছতে এই ভাষা-পৰিয়ালটোৰ ভাষা কোৱা লোকৰ সংখ্যা সৰহ। এই পৰিয়ালৰ প্ৰধান তিনিটা শাখা চীনা, টাই আৰু তিব্বত-

বৰ্মীয়। চীনা পৃথিৱীৰ ভিতৰত সৰ্ববৃহৎ ভাষা। চীনা ভাষাৰ প্ৰাচীনতম নিদৰ্শন ২০০০ খৃঃ পূৰ্বাব্দত পোৱা যায়। চীনা ভাষাৰ কিছুমান বৈশিষ্ট্য আছে। তাৰ ভিতৰত প্ৰথম কথা হৈছে ই সুৰ প্ৰধান। চীন-তিব্বতীয় পৰিয়ালৰ প্ৰায়বোৰ শাখাৰ ভাষাতো সুৰ বিশেষভাৱে লক্ষ্য কৰিবলগীয়া। উত্তৰ দিশৰ চীনা ভাষাত চাৰিটা সুৰ আছে। চীনা-ভাষাৰ লেখা ধৰণো স্বকীয়া। একোটা শব্দৰ কাৰণে ইয়াত একোটা প্ৰতীক ব্যৱহাৰ কৰা হয়।

৯৪.১ দ্বিতীয় টাই শাখাৰ অন্তৰ্গত ভাষাৰ ভিতৰত প্ৰধান শ্যাম দেশৰ ভাষা শ্যামী। ইয়াৰ বাহিৰেও আছে 'লাও, লু, ছান, খামটি, নোৰা, ফাকিয়াল, আহোম আদি ভাষা। খামটি ভাষা উত্তৰ-পূব-সীমান্ত অঞ্চল আৰু অসমৰ পূৰ্ব অঞ্চলত এতিয়াও কথিত ভাষাৰূপে আছে। আহোম ভাষা এসময়ত অসমত কথিত আছিল। অসমীয়া ভাষাৰ ওপৰত আহোম আৰু খামটি ভাষাৰ প্ৰভাৱ আছে। (পৰি. ৩)।

৯৫ তিব্বত-বৰ্মীয় শাখাটো ভাৰত আৰু অসমৰ দৃষ্টিৰে বিশেষভাৱে মন কৰিবলগীয়া শাখা। এই শাখাৰ অসংখ্য ভাষা ভাৰতৰ আৰু বিশেষকৈ অসমৰ নানা ঠাইত প্ৰচলিত। এই শাখাৰ বেছি ভাগ ভাষাৰ এতিয়াও ভাল অধ্যয়ন হোৱা নাই। সেইবোৰৰ অধ্যয়নে ভাৰতীয় বহুতো ভাষাৰ বিৱৰণক নতুনভাৱে আলোকিত কৰিব। তিব্বত-বৰ্মীয় শাখাৰ তিনিটা প্ৰধান উপশাখা কৰা হৈছে (ক) তিব্বত-হিমালয়ী (খ) উত্তৰ-অসম-শাখা (গ) অসম-বৰ্মা-শাখা। ১৯৬১ চনৰ লোকগণনাৰ বিৱৰণ অনুযায়ী তিব্বত-হিমালয়ী শাখাক ভোটীয় আৰু হিমালয়ী এই দুটা ভাগত ভগোৱা হৈছে, উত্তৰ-অসম-শাখাক উত্তৰ-পূব-সীমান্ত-শাখা বোলা হৈছে; অসম-বৰ্মা-শাখাৰো বড়ো, নগা, কুকিচীন এই তিনিটা শাখাত বিভক্ত কৰা হৈছে। সংক্ষিপ্তভাৱে আমি তিব্বত-বৰ্মীয় শাখাক তলত দিয়া ধৰণে দেখুৱাব পাৰোঁ:



৯৬ ভোটীয় শাখাৰ ভিতৰত তিব্বতী, বালতী, লাডাখী, বুধী, লাহুলী, ছিক্কিম, ভোটীয় আদি ভাষা ধৰা হৈছে। এইবোৰৰ ভিতৰত লাডাখী ভাষা-কোৱা লোকৰ সংখ্যা সৰহ। জম্মু আৰু কাশ্মীৰত এই ভাষা বিশেষকৈ কোৱা হয়। তিব্বতী ভাষাও উল্লেখযোগ্য ভাষা। ইয়াৰ মান্য ৰূপটো তিব্বতৰ মধ্য অঞ্চলত কোৱা হয় যদিও তিব্বতী ভাষাই ভোটীয় শাখাৰ প্ৰতিনিধিত্ব কৰে আৰু এই ভাষাৰ ভাৰতৰ লগত সম্পৰ্ক অতি প্ৰাচীন আৰু গাঢ়। উত্তৰ-পূব-সীমান্তৰ ( অৰুণাচল ) লোহিত বিভাগত বাস কৰা তিব্বতীয় ভগনীয়া লোকসকলৰ পৰা তিব্বতী ভাষাৰ অলপ আভাস পোৱা গৈছিল। তলত তাৰ দুটামান উল্লেখ কৰা হ'ল। শব্দবোৰৰ ওপৰত দিয়া সংখ্যা ১ আৰু ২ৰ দ্বাৰা ক্ৰমে নিম্ন আৰু উচ্চ সুৰ বুজোৱা হৈছে :

| | |
|---|---|
| মে[১] 'জুই' | পুংগু 'গাধ' |
| চ্চ[১] 'পানী, নদী | থাংবা 'ঘৰ' |
| চ্চা[১] 'লোণ' | চুবা 'কাপোৰ' |
| চ্চা[২] 'গছ' | ত 'শিল' |
| চ[১] 'মাটি' | চিং 'থৰি' |
| তা[১] 'ঘোঁৰা' | ধাচ্চ 'ধ্বজা' |
| গম্বা 'মন্দিৰ' | মা 'ঘিউ' |
| লংগো 'গৰু' | থেমা 'গৰম' |
| | ঙা 'এবিধ বাদ্য' ( দবাৰ নিচিনা ) |

৯৬.১ ভোটীয় শাখাৰ ভিতৰত উত্তৰ-পূব-সীমান্ত অঞ্চলৰ একাংশৰ ভাষা খামা, খাম্বা, মোনপা, মেম্বা, ছেৰডুকপেন আদিকো ধৰা হৈছে।

৯৭ **হিমালয়ী :** এই শাখাৰ ভাষাৰ ভিতৰত উল্লেখযোগ্য কেইটামান হ'ল : কনৌৰী, ধিমল, লিম্বু, ৰই, গুৰুং, তামাং, নেৱাৰী, লেপচা, পাহাৰী, জংগলী ইত্যাদি। প্ৰকৃত অধ্যয়ন হ'লে এইবোৰৰ কিছুমানক কিছুমানৰ লগত সম্পৰ্কিতৰূপে দেখুৱাব পৰা হ'ব। ইয়াৰ কিছুমান ভাষা হিমাচল প্ৰদেশ আৰু উত্তৰ প্ৰদেশৰ কথিত ভাষা।

৯৮ **উত্তৰ-অসম-শাখা বা উত্তৰ-পূব-সীমান্ত-শাখা :** উত্তৰ-পূব-সীমান্ত ( অৰুণাচল ) অঞ্চলত অসংখ্য ভাষা কোৱা হয়। সেইবোৰৰ এতিয়ালৈকে প্ৰণালীবদ্ধভাৱে আলোচনা হোৱা নাই। এই অঞ্চলৰ কথিত

ভাষাবোৰৰ কিছুমান হ'ল : অকা, ডফলা বা নিচি, আদি, মিৰি বা নিচিমিৰি, মিচিং, মিচিমি ( ইদু, ডিগাক, মিজু ), চিংফো, আপাটানি, গালং, মিঞং পাদাম, টাগিন ইত্যাদি। প্ৰকৃত অধ্যয়ন হ'লে এই ভাষাবোৰৰ কিছুমানক লগ লগাই একোটা ভাষাৰ অন্তৰ্গত কৰিব পৰা হ'ব। উত্তৰ-পূব-সীমান্তৰ কেইটামান ভাষাৰ সৈতে সাধাৰণভাৱে পৰিচয় হোৱাৰ পাছত কেইবাটাও ভাষাৰ মাজত সাদৃশ্য দেখা গৈছে। তলত আপাটানি, নিচিমিৰি আৰু নিচিসকলৰ ভাষাৰ সাদৃশ্যমূলক কথাকেইটামান উল্লেখ কৰা হ'ল :

(ক) শব্দমূলক :

| আপাটানি | | নিচিমিৰি | নিচি |
|---|---|---|---|
| আবা | 'দেউতা' | আব | আব্ |
| আন্ | 'মা' | আন্ | আন্ |
| অ | 'আপং' | অপ | অপ |
| আলা | 'হাত' | আলাক্ | আলা |
| য়াচি | 'পানী' | ইচ্ | ইচ্ |
| আকি | 'কুকুৰ' | ইকি | ইকি |
| চোবু | 'মেখোন' | চবু | চেবে |
| পুল | 'জোন' | পল্ | পোলু |
| তাকৰ | 'তৰা' | তাকাৰ্ | তাকৰ্ |
| আগুঁ | 'মুখ' | আগম্ | অগম্ |
| ঙি | 'মাছ' | ঙোই | ঙোই |
| আলি | 'ভৰি' | আল্ | আলে |
| চিং | 'হাতী' | চং | চেঙে |
| চি | 'গৰু' | চ | চে |
| দানি | 'বেলি' | দোইনি | দোইন |
| চান | 'গছ' | চুন্ | চেন্ |
| য়ামু | 'জুই' | ইমু | এমে |

এইবোৰ ভাষাৰ গালং ভাষাৰ লগতো সাদৃশ্য দেখা যায়। তলত গালং ভাষাৰ শব্দকেইটামান দিয়া হ'ল : আব 'দেউতা', আনে 'মা', আপ 'আপং',

আলাক 'হাত', ইচি 'পানী' ইকি 'কুকুৰ', চবে 'মেখোন', পোল 'জোন', তাকাৰ্ 'তৰা'।

(খ) প্ৰত্যেকটো ভাষাই সুৰ প্ৰধান। আপাটানি ভাষাত 'আল' শব্দটোৱে তিনিটা ভিন্ন সুৰত দিন, হাড় আৰু লোণ বুজায়। নিচিমিৰি ভাষাত 'আল্' শব্দটোৱে দিন, লোণ আৰু ভৰি বুজায়। গালং ভাষাত 'আল' শব্দই নিম্ন, উচ্চ আৰু সম সুৰ অনুযায়ী ক্ৰমে নিমখ, দিন আৰু হাড় বুজায়। নিচি ভাষাত 'আল' শব্দই এটা সুৰত হাড আৰু আন এটা সুৰত 'সোঁ তাত' অৰ্থ প্ৰকাশ কৰে।

(গ) সৰ্বনামৰ ক্ষেত্ৰত আপাটনি, নিচিমিৰি আৰু নিচি ভাষাৰ সাদৃশ্য মন কৰিবলগীয়া। এই আটাইবোৰ ভাষাত অসমীয়া ভাষাৰ নিচিনা মান্য আৰু তুচ্ছ অৰ্থপ্ৰকাশক সৰ্বনাম নাই। তৃতীয় পুৰুষৰ পুৰুষ আৰু স্ত্ৰীবাচক শব্দও একেটা।

| | একবচন | বহুবচন |
|---|---|---|
| আপাটানি : | ঙ 'মই' | ঙু-নু 'আমি' |
| | ন 'তুমি', 'আপুনি' | নু-নু 'তোমালোক, আপোনালোক' |
| | ম 'সি, তাই' | ম-লু 'সিহঁত' |
| নিচিমিৰি : | ঙ | ঙ-লু |
| | ন | ন-লু |
| | বি | বু-ল |
| নিচি : | ঙ | ঙু-ল্ |
| | ন | নু-ল্ |
| | এ | বু-লে |
| গালং : | ঙ | ঙু-নু |
| | ন | নু-নু |

(ঘ) আটাইকেইটা ভাষাত ভিন ভিন শব্দৰ প্ৰয়োগৰ দ্বাৰা পুৰুষ আৰু স্ত্ৰীবাচক ৰূপ বুজোৱা প্ৰথা আছে, এই শব্দবোৰত থকা 'স'টোৰ ধ্বনিগুণ অসমীয়া 'স'ৰ নিচিনা।

| আপাটানি | | নিচিমিৰি | নিচি |
|---|---|---|---|
| সিমে | 'ল'ৰা' | আ 'ল'ৰা' | সিমি 'ল'ৰা' |
| নিম্ | 'ছোৱালী' | নিঝিৰ্ 'ছোৱালী, গাভৰু' | সিমি নিমে 'ছোৱালী' |
| য়াপা | 'ডেকা' | য়াপা 'ডেকা' | য়াপা 'ডেকা' |
| নিমু | 'গাভৰু' | | নিঝাৰ্ 'গাভৰু' |
| আখা | 'বুঢ়া' | নিকাম্ 'বুঢ়া' | নিল 'বুঢ়া' |
| মিচ্ | 'বুঢ়ী' | আন্‌হ 'বুঢ়ী, | সুহ্ 'বুঢ়ী' |
| ৰপ | 'মতা কুকুৰা' | | চেবিন্ বিম্‌পো 'মতা ছাগলী' |
| ৰন্ | 'মাইকী কুকুৰা' | | চেবিন্ বিনে 'মাইকী ছাগলী' |

(ঙ) আপাটানি আৰু নিচি ভাষাত ভিন ভিন নিৰ্দিষ্টতাবাচক প্ৰত্যয় পোৱা নাই।

| | | | | |
|---|---|---|---|---|
| আপাটানি : | পুলে | 'কাপোৰ'; | পুলে-মি | 'কাপোৰখন' |
| | চানে | 'গছ', | চানে-মি | 'গছডাল' |
| নিচি : | আলা | 'হাত'; | আলা-হাম; | 'হাত-খন' |
| | চেন | 'গছ'; | চেন-হাম | 'গছ-ডাল' |
| | নিকঙ্ | 'কাণ' | নিকঙ্-হাম | 'কাণ-খন' |

(চ) অসমীয়া ভাষাৰ সম্বন্ধ বুজোৱা শব্দবোৰৰ বিভিন্ন পুৰুষ অনুযায়ী হোৱা পৰিবৰ্তন এই ভাষাবোৰৰ মাজত দেখিবলৈ পোৱা নাযায়, যেনে,

| | | |
|---|---|---|
| আপাটানি : | আবা | 'দেউতা' |
| | ঙকা আবা | 'মোৰ দেউতা' |
| | নকা আবা | 'তোমাৰ দেউতাৰা' |
| নিচিমিৰি : | ঙক্ আব | 'মোৰ দেউতা' |
| | ঙক্ আন্ | 'মোৰ মা' |
| | তেমিগে আন্ | টৈমিৰ মাক' |
| নিচি : | ঙক্ আব্ | 'মোৰ দেউতা' |
| | ঙক্ আন | 'মোৰ মা' |
| | নক্ আব্ | 'তোমাৰ দেউতাৰা' |
| গালং : | ঙকে আব | 'মোৰ দেউতা' |
| | নকে আব | 'তোমাৰ দেউতাৰা' |
| | মেইকে আব | 'তাৰ দেউতাক' |

(ছ) নাস্ত্যর্থক আৰু প্ৰশ্নাৰ্থক শব্দাংশ ধাতুৰ পাছত যোগ হয়।

**আপাটানি :**

| | |
|---|---|
| ঙ আপাটানি চ্চি-ন্দু | 'মই আপাটানি জানো' |
| ঙ আপাটানি চ্চি-মা | 'মই আপাটানি নাজানো' |
| ন আপাটানি চ্চি-ন্দ | 'তুমি আপাটানি জানা' |
| ন আপাটানি চ্চি-ন্দ-হা | 'তুমি আপাটানি জানা নে ?' |

**নিচি :**

| | |
|---|---|
| ঙ নিচি আগম চ্চে-ন্দ | 'মই নিচি ভাষা জানো' |
| ঙ নিচি আগম চ্চে-মা | 'মই নিচি ভাষা নাজানো' |
| ন নিচি আগম চ্চি-ম্পা | 'তুমি নিচি ভাষা জানা' |
| ন নিচি আগম চ্চি-ম্পা-ই / চ্চে-ন্দ-নেৰে | 'তুমি নিচি ভাষা জানা নে ?' |

৯৯ এইখিনিতে মিজু মিচিমি আৰু চিংফৌ ভাষাৰ শব্দকেইটামান উল্লেখ কৰা হ'ল। দুয়োটা ভাষাৰ মাজত সাদৃশ্য কিছুমানৰ ইংগিত আছে :

| মিজু মিচিমি | | চিংফৌ | |
|---|---|---|---|
| চি$^{২}$ | 'নিগনি' | আং$^{২}$ | 'চৰিয়া' |
| চাং$^{১}$ | 'গছ' | ঙা$^{১}$ | 'ম'হ' |
| চাক্$^{১}$ | 'ভাত' | চা$^{২}$ | 'ভাত' |
| চাউ | 'শাক' | ৱা$^{১}$ | 'গাহৰি' |
| চ্চং | 'মানুহ' | ৱা$^{২}$ | 'কাপোৰ' |
| মাই$^{১}$ | 'জুই' | তা$^{২}$ | 'হাত' |
| মিক্ | 'চকু' | মি$^{২}$ | 'চকু' |
| ক্রি | 'কুকুৰা' | ধু$^{২}$ | 'দা' |
| কুই$^{১}$ | 'কুকুৰ' | কুই | 'কুকুৰ' |
| | | মিঅাউ | 'মেকুৰী' |
| লাই | 'জোন' | বু$^{১}$ | 'কুকুৰা' |
| পাহং | 'ধোঁৱা' | ক্লা$^{২}$ | 'চুলি' |
| বিচ্চি | 'জলকীয়া' | লি$^{২}$ | 'সূতা' |
| ছুবি$^{২}$ | 'তাল' | ফুন$^{২}$ | 'গছ' |
| কেচ্চাং | 'চোল' | মিন্ | 'নখ' ইত্যাদি |

১০০ মিচিং ভাষা-কোৱা লোক অসমতো কিছু সংখ্যক আছে। সম্প্রতি চলোৱা অনুসন্ধানৰ পৰা মিচিং ভাষাৰ বিষয়ে কিছু কথা জনাত সুবিধা হৈছে। এই ভাষাত সাতোটা বিশিষ্ট স্বৰধ্বনি আৰু যোলটা বিশিষ্ট ব্যঞ্জনধ্বনি পোৱা যায়।* এই ভাষাত মহাপ্ৰাণ ধ্বনি নাই। সুৰো ইয়াত বিশিষ্টধ্বনি নহয়। স্বৰৰ দৈৰ্ঘ্যহে বিশিষ্ট ধ্বনি। হ্ৰস্ব আৰু দীৰ্ঘ স্বৰ অনুযায়ী শব্দবোৰৰ ভিন্ন অৰ্থ হয়। উদাহৰণ: চিত 'মৰ্', চীত 'পানীত খোজ কাটি যা'; পুত 'ছিঙ', পূত 'উঘাল'।

১০১ **বড়ো শাখা:** বড়ো শাখাৰ ভিতৰত বড়ো ভাষা-কোৱা লোকৰ সংখ্যা যথেষ্ট বেছি। বড়োৰ আন দুটা নামৰ এটা কছাৰী আৰু আনটো মেচ। আন এটা সৰহ সংখ্যক লোকে কোৱা বড়ো শাখাৰ ভাষা হৈছে গাৰো। এই শাখাৰ আন আন কেইটামান ভাষা হ'ল ৰাভা, ত্ৰিপুৰী লালুং, ডিমাছা আৰু দেউৰী-চুতীয়া। গ্ৰিয়াৰ্ছনে কোৱা অনুসৰি, "বড়ো ভাষাবোৰৰ ভিতৰত আটাইতকৈ পূৰ্ব দেশীয় ভাষা হৈছে চুতীয়া ভাষা। এই ভাষাটো চুতীয়াসকলৰ পুৰোহিত শ্ৰেণীৰ লোকসকলে কয় ........বড়ো ভাষাৰ অন্তৰ্গত আটাইবোৰ ভাষাৰ ভিতৰত এই ভাষাটোৱে অতি প্ৰাচীন বৈশিষ্ট্যবোৰ সংৰক্ষণ কৰিছে যেন বোধ হয় আৰু ইয়েই মূল ভাষাৰ নিচেই ওচৰ চপা। বড়ো শাখাৰ ভাষাবোৰৰ ভিতৰত চুতীয়া আৰু কছাৰী এই দুটা ভাষাই দুটা সীমাৰ সংকেত দিয়ে—এটা আটাইতকৈ কম বিকশিত আৰু এটা আটাইতকৈ বেছি বিকশিত।"[৪২] বড়ো-কছাৰী ভাষাত তেৰটা বিশিষ্ট ব্যঞ্জনধ্বনি, তিনিটা অৰ্ধস্বৰ আৰু ছটা বিশিষ্ট স্বৰধ্বনি আছে। ব্যঞ্জনধ্বনিৰ ভিতৰত মহাপ্ৰাণ ধ্বনি তিনিটাও আছে (খ, থ, ফ)। ভাষাটো উচ্চ, মধ্য আৰু নিম্ন এই তিনিটা সুৰবিশিষ্ট। বড়ো-কছাৰী ভাষাত অনেক অসমীয়া শব্দও সোমাই পৰিছে*। দেউৰী-চুতীয়া ভাষাটোত সাতোটা স্বৰধ্বনি, ওঠৰটা ব্যঞ্জনধ্বনি আৰু দুটা অৰ্ধস্বৰ পোৱা যায়। মহাপ্ৰাণ ধ্বনিৰ অনুপস্থিতি ভাষাটোৰ এটা বিশিষ্ট লক্ষণ। অনুনাসিকতা আৰু সুৰ ইয়াত বিশিষ্ট ধ্বনি। এই সুৰ তিনিটা: সম, নিম্ন আৰু

---

* নাহেন্দ্ৰ পাদুন: মিচিং ভাষাৰ লিপি।

৪২ L. S. I. Vol. 1. Part I. ch. VI, p. 64.

* Bhattacharya, P. C. A Descriptive Analysis of the Boro Language.

উচ্চ। ৰূপতত্ত্বৰ ফালৰ পৰা বিশেষ কেইটামান লক্ষণৰ ভিতৰত বৰ্তমান কালৰ দুটা ৰূপ, তাৎকালিক বৰ্তমান আৰু নিত্য বৰ্তমান; সৰ্বনামৰ ভিতৰত তুচ্ছ আৰু মান্যাৰ্থৰ অভেদত্ব চকুত পৰা লক্ষণ। দেউৰী-চুতীয়া ভাষাৰ ধ্বনিসমূহক অসমীয়া আখৰেৰে এনে ধৰণেৰে বুজাব পাৰি: অ, আ, ই, উ, এ, এ', ও; ক, গ, ঙ, চ্চ, জ, ত, দ, ন, প, ব, ম, ৰ, ল, চ, ছ, ঝ, স, হ, য়, ৱ। তলত ভাষাটোৰ কিছুমান শব্দ দিয়া হ'ল। শব্দবোৰৰ ওপৰত দিয়া ১ আৰু ২ সংখ্যাৰ দ্বাৰা কোনো এটা শব্দৰ সেই সেই অক্ষৰত ক্ৰমে নিম্ন আৰু উচ্চ সুৰৰ কথা বুজোৱা হৈছে। সংখ্যা ব্যৱহাৰ নকৰা অক্ষৰবোৰ সম সুৰৰ বুলি বুজিব লাগিব:

ইকু[২] 'বান্দৰ'
ইকুঁ[২] 'ধুতি'
ইগুঁ[২] 'মেখেলা'
ইবাঁ[২] 'ফুল'
একু[২] 'ধোঁৱা'
এ'বেগা[২] 'ঘৃণা কৰ্'
আকুঁ[২] 'বাম'
আকুঁ[১] কাণ'
আচি[২] 'পৰ্বত'
অচ্‌তি[১] 'আঙুলি'
অচিগি[১] 'নখ, খুৰা'
গিৰাচি[১] 'বুঢ়ী'
গুঁতু[২] 'নাক'
চ্চি[১] 'মৰ্'
চ্চি[২] 'তেজ'
চ্চিতি[১] 'ফল'
চ্চিমি[২] 'নেজ'
জা[১] 'দলিয়া'
জা[২] 'নাই'

ওচুঁ[২] 'থাক'
ওতুঁ[১] 'হাত'
উঁতু[১] 'পেটৰ ওপৰ ভাগ'
কি[২] 'বিচনি'
কি[২]ঙ 'চুলি'
কুঝি[১] 'কোৰ'
কু[২] 'থকা ঠাই'
কাৰি[২] 'ছাই'
ক[২] 'ছিঙ্'
ক[১] 'আহ্'
গিৰা[১] 'বুঢ়া'
নু[১] 'নাও'
ঙি[২] [ ক্ৰি[২] ] 'কাপোৰ'
ঙা[১] [ ঞা[১] ] 'ঘৰ'
কগি[১] 'জান, জুৰি'
লে'পেত্ৰ[২]ৰ 'ছাগলী'
চি[২] 'কুকুৰ'
চি[২]ঙ 'লোণ'
চি[১]ঙ 'লো'

| | |
|---|---|
| তি$^{২}$ 'ওকণি' | চ$^{২}$ 'গা, শৰীৰ' |
| তু$^{২}$ 'তেল' | ঝি$^{১}$ 'পানী' |
| তু$^{১}$ 'দ' | ঝিৰি$^{২}$ 'ৰাতি' |
| দু$^{২}$ 'কুকুৰা' | ছু$^{২}$ কাঁপোৰ খো' |
| দুদি$^{১}$ 'ম'ৰা চৰাই' | ছু$^{১}$ 'ভুক্' |
| পিচা$^{১}$ 'পোৱালি, পুতেক' | ছুই$^{২}$ 'ওখ' |
| পাদু$^{২}$ 'বেঙেনা' | সি$^{২}$ 'ছাল বা' |
| পৰ্গঁ$^{২}$ 'গছ' | সোই$^{২}$ 'বন্ধ' |
| বা$^{২}$ঙ 'বোপাই' | সোঁই$^{২}$ 'হয়, সঁচা' |
| মিক$^{১}$ 'চাউল' | হিগা$^{২}$ 'ওলা' |
| মেই$^{২}$ 'ম'হ' | হা 'খা' |
| মৰ্কঁ$^{২}$ 'ভাত' | হাতি$^{১}$ 'দাঁত' |
| মোচি$^{১}$ 'মানুহ' | য়া$^{১}$ 'পৃথিৱী, জোৰ' |
| নিজিঁ$^{২}$ 'জান্' | য়োগি$^{২}$ 'দা' |
| যুআ$^{২}$ 'বাঁহ' | ৰা$^{২}$ 'পংগা' |

১০১'১ বড়ো শাখাৰ আন এটা ভাষা হৈছে মিকিৰ ( কাৰ্বী )। আগতে মিকিৰক নগা-কুকি শাখাৰ অন্তৰ্গত হিচাপে ধৰা হৈছিল। কিন্তু বৰ্তমানৰ অনুসন্ধানৰ পাছত ১৯৬১ চনৰ লোক-গণনাত মিকিৰক বড়ো শাখাৰ অন্তৰ্গত কৰা হৈছে। কাৰ্বী ভাষাত সাতোটা বিশিষ্ট স্বৰধ্বনি, ওঠৰটা বিশিষ্ট ব্যঞ্জনধ্বনি আৰু এটা অৰ্ধস্বৰ পোৱা যায়। ভাষাটোত মহাপ্ৰাণ ধ্বনিও কেইটামান আছে। এই আটাইবোৰ বিশিষ্ট ধ্বনিক অসমীয়া আখৰেৰে তলত দিয়া ধৰণেৰে বুজাব পাৰি : অ, আ, ই, উ, এ, এ', ও ; ক, খ, ঙ, চ্চ, জ, ত, থ, দ, ন, প, ফ, ব, ম, ৰ, ল, ৱ, চ, স, হ। ভাষাটোত নিম্ন, উচ্চ আৰু সম এই তিনিটা সুৰ পোৱা যায়। দেউৰী-চুতীয়া ভাষাৰ শব্দবোৰত দিয়া অনুযায়ী ইয়াতো নিম্ন আৰু উচ্চ সুৰৰ বাবে শব্দৰ অক্ষৰৰ ওপৰত ১ আৰু ২ সংখ্যা বহুওৱা হৈছে। সংখ্যাৰে সুবুজোৱা অক্ষৰবোৰ সম সুৰৰ বুলি ধৰিব লাগিব। তলত কিছুমান কাৰ্বী শব্দৰ তালিকা দিয়া হ'ল :

| | |
|---|---|
| মে$^{২}$ 'তিনদেউ' | আলা$^{১}$ঙ 'পনীয়া' |
| মে$^{১}$ 'জুই' | আল$^{২}$ঙ 'সি' |
| মে'$^{১}$ 'ভাল' | চো$^{১}$ 'দাঁত' |

| | |
|---|---|
| নে$^{২}$ | 'মই' |
| লা$^{১}$ঙ | 'পানী' |
| লা$^{২}$ঙ | 'চা' |
| ফু$^{১}$ | 'মূৰ' |
| ফু$^{২}$ | 'ককাদেউতা' |
| চ্চু$^{১}$ | 'চুলি' |
| চ্চু$^{২}$ | 'আগৰ' |
| মে$^{১}$ক | 'চকু' |
| মে$^{২}$ক | 'ঘা' |
| ইঙহো$^{২}$ | 'মুখ' |
| ইঙহো$^{১}$ | 'হৰিণাৰ চিঞৰ' |
| ৰি$^{১}$ | 'হাত' |
| ৰি$^{২}$ | 'বিচাৰ' |
| কে$^{১}$ঙ | 'ভৰি' |
| কে$^{২}$ঙ | 'পোণ' |
| মোনি$^{১}$ত | 'মানুহ' |
| দে$^{২}$ | 'জিভা' |
| নো$^{২}$ | 'কাণ' |
| নি$^{১}$ঙ | 'বুকু' |
| সু$^{১}$ঙ | 'পিঠি' |
| প$^{১}$ক | 'পেট' |
| ৰা$^{১}$ম | 'কঁকাল' |
| ৰা$^{১}$ন | 'ভাগ' |
| আ$^{১}$ন | 'ভাত' |
| মে'$^{১}$ঙ | 'মেকুৰী' |
| মে$^{১}$ঙ | 'কেৰাহিকৈ চা' |
| ভে$^{২}$ | 'বাইদেউ' ( মাইকীয়ে মাতিলে ) |

| | |
|---|---|
| চো$^{১}$ | 'বিষ' |
| আলো$^{২}$ | [redacted] |
| থে$^{১}$ঙ | |
| চা$^{১}$ঙ | 'চাউল' |
| ৰো$^{১}$ | 'চৰাই' |
| ফা$^{১}$ক | 'গাহৰি' |
| ইচি$^{২}$ | 'এক' |
| চ্চিক্‌লি$^{১}$ | 'ভূমিকম্প' |
| নোকা$^{১}$ন | 'নাক' |
| ফা$^{২}$ঙ | 'কান্ধ' |
| চ্চিমি$^{১}$ | 'নখ' |
| চ$^{১}$ক | 'ধান' |
| চ$^{২}$ক | 'ওপৰলৈ পানী তোল্' |
| চে$^{১}$ক | 'খুঁচি থ' |
| চা$^{১}$ক | 'গজাল মাৰ্' |
| চি$^{১}$ক | 'সাজু হ' |
| পো$^{১}$ | 'দেউতা' |
| ফো$^{১}$ | 'লগ পা' |
| ই$^{১}$ক | 'ককাই' |
| চোপো$^{১}$ | 'ল'ৰা' |
| চোপি$^{১}$ | 'ছোৱালী' |
| চুপো$^{১}$ | 'নাতি' |
| চুপি$^{১}$ | 'নাতিনী' |

থে² 'ডাঙৰ'
মি² 'তপিনা'
নি² 'বাইদেউ' ( মভাই মাতিলে )
পিথি² 'মাৰি পেলা'
বিথি² 'পাণ'
হা²ঙ 'খোজ্'
হা²ন 'তৰকাৰি'
চ্চ¹ক 'শুদ্ধ'
জ¹ক 'সুমুৱাই দি'
সো¹ 'তিতা'
আলো¹ 'কল গছৰ ডাঙৰ পাত'
আবো¹ 'গছৰ ডাল'
আপি¹ 'মাইকী' ( জন্তুৰ ক্ষেত্ৰত )

১০২ **নগা শাখা :** নগা শাখাৰ ভিতৰত বহুতো ভাষাৰ নাম পোৱা যায়। নগাসকলৰ মাজত নিজৰ জাতিটোৰ নাম অনুসৰি ভাষাটোৰ নাম থোৱাৰ উপৰিও গাওঁ অনুযায়ীও ভাষাৰ নাম থোৱা হয়। গতিকে নগা ভাষাৰ ভিতৰত আঙ্গামী, চেমা, ৰেংমা, আও, লোথা, কাবুই, মাও, মাকম, টাংখুল, কোন্যাক, টাংচা, ৰাঙ্খু, নক্টে আৰু অনেক ভাষাৰ উল্লেখ পোৱা যায়। নগা গাওঁবোৰৰ মাজত পাৰস্পৰিক অহা-যোৱা আৰু মিলা-মিচাৰ অভাৱ হেতুকে এখন গাওঁ আৰু আন এখন গাৱঁৰ ভাষাৰ মাজত যথেষ্ট পাৰ্থক্যই দেখা দিছে।

১০৩ **কুকি-চীন শাখা :** পৰ্বত আৰু উপত্যকাৰে আৱৰা এক বিস্তৃত অঞ্চলত এই ভাষা-কোৱা লোকসকলে বসতি কৰি আছে। এই শাখাৰ ভাষাৰ ভিতৰত বিশেষকৈ উল্লেখযোগ্য হৈছে মণিপুৰী বা মেইতেই। কুকি-চীন শাখাৰ ভিতৰত এই ভাষা-কোৱা লোকৰ সংখ্যাই আটাইতকৈ সৰহ। ইয়াৰ উপৰিও এই শাখাৰ আন কেইটামান ভাষাৰ ভিতৰত লাখেৰ, লুচাই বা মিজো, হ্মৰ্ আদি ভাষা আছে। এই শাখাৰে আন এটা উল্লেখযোগ্য ভাষা হৈছে° বিষ্ণুপুৰীয়া ভাষা। এই ভাষাটো অসমৰ কাছাৰ জিলাত প্ৰধানকৈ কোৱা হয়। গ্ৰিয়াৰ্ছনৰ মত অনুসৰি মায়ং ভাষাই বিষ্ণুপুৰীয়া ভাষা। গ্ৰিয়াৰ্ছনে মায়ঙক অসমীয়া ভাষাৰ এটা বিশিষ্ট ৰূপ হিচাপে

দেখুৱাইছিল যদিও ইয়াৰ শব্দভাণ্ডাৰ আৰু ৰূপতত্ত্বত তিব্বত-বৰ্মীয় ভাষাৰ বিশেষ প্ৰভাৱ থকা বুলি মন্তব্য দিছিল। "মণিপুৰী জনসাধাৰণে বিষ্ণুপুৰীয়াক মায়ং বুলি কয়, কাৰণ তেওঁলোক মণিপুৰৰ বাহিৰৰ লোক। মেইতেই ভাষাত মায়ং শব্দৰ অৰ্থ হৈছে বাহিৰৰ পৰা অহা লোক। এই লোকসকলৰ ভাষা মেইতেইৰ বাহিৰে আন একো নহয়, ভাৰতীয় আৰ্য-ভাষাৰ বৈশিষ্ট্য তেনে ধৰণে নাই। এইবোৰ কাৰণত. সম্ভৱতে বিষ্ণুপুৰীয়াক মণিপুৰী বা মেইতেই ৰূপে দেখুৱা হ'ল।"[৪৩] ১৯৭৪ ছনৰ ছেপ্টেম্বৰ মাহৰ ইণ্ডিয়ান লিঙ্গুইছটিক্সত কালীপ্ৰসাদ সিংহই লেখা এটা প্ৰবন্ধত বিষ্ণুপুৰীয়া বা বিষ্ণুপ্ৰিয়া ভাষাৰ মূল ভাৰতীয় আৰ্য-ভাষা বুলি কোৱা হৈছে আৰু এই ভাষাৰ অসমীয়া আৰু বঙলা ভাষাৰ সৈতে থকা সাদৃশ্য কিছুমানো দেখুৱা হৈছে। সিংহৰ মত অনুসৰি বিষ্ণুপ্ৰিয়া ভাষা-কোৱা মণিপুৰীসকলৰ সৰহ সংখ্যক লোকে ১৮১৯ খৃঃ ত ব্ৰহ্মদেশৰ আক্ৰমণকাৰীৰ আক্ৰমণত মণিপুৰৰ পৰা পলাই, কাছাৰ, ত্ৰিপুৰা, শ্ৰীহট্ট আদি ঠাইত বাস কৰিবলৈ লয়। বৰ্তমান সময়ত এই ভাষাটো অসম, ত্ৰিপুৰা, মণিপুৰ আৰু বাংলাদেশৰ কোনো কোনো অঞ্চলত কোৱা হয়। এই ভাষাটোৰ দুটা উপভাষা: ৰাজাৰ গাঙ আৰু মাদৈ গাঙ। শব্দভাণ্ডাৰৰ পিনৰ পৰা চালে মাদৈ গাঙত মেইতেই ভাষাৰ প্ৰভাৱ বেছি আৰু ৰাজাৰ গাঙ বঙলা আৰু অসমীয়াৰ লগত বেছি সম্বন্ধিত। ৰাজাৰ গাঙকে মান্যভাষাৰূপে ধৰা হয়। সিংহই দেখুৱা মতে এই ভাষাটোত অসমীয়া ভাষাৰ লগত ৰূপ-ৰচনা আৰু শব্দমালাৰ সাদৃশ্য মন কৰিবলগীয়া। ৰূপ-ৰচনাৰ ক্ষেত্ৰত ব্যৱহাৰ হোৱা বহুতো প্ৰত্যয় হুবহু বা অলপ ভিন্ন ৰূপত অসমীয়া মান্যভাষা বা উপভাষাতো পোৱা যায়। উদাহৰণ:

| বিষ্ণুপুৰীয়া | অসমীয়া |
|---|---|
| —অন: উৰ্-অন্>উৰন | উৰণ তু. পিন্ধন-উৰণ |
| —অক: বাপ-অক>বাপক | —এক: বাপেক |
| —আ: চল্-আ>চলা | চলা |
| —আ: পানি-আ>পানিয়া | পানী-আ, পনীয়া |
| মাটি-আ>মাটিয়া | মাটিয়া |
| —আই: কাম-আই>কামাই | কাম. কামাই 'উপাৰ্জন' |

৪৩ *Census of India*, 1961, Vol. 1

| বিষ্ণুপুৰীয়া | অসমীয়া |
|---|---|
| —উৱা : জাল-উৱা>জালুৱা | —ওৱা : জালোৱা |
| —উৰা : কাদুৰা, কাহুৰা | কান্দুৰা, কাহুৰা |
| —উলা : পেট-উলা>পেটুলা | পেটুলা |
| —গাছ : দৰিগাছ | ৰছীগছ |
| —খান : চালনিখান | কাম.-খান, চালণীখান ; মা. অ. চালনীখন |
| —টা : কহা-টা>কহাটা | কেঁহেটা |

১০৩.১ বিষ্ণুপুৰীয়া ভাষাৰ শব্দভাণ্ডাৰ তৎসম, তদ্ভৱ, দেশী, আৰবী-পাৰছী, মেইতেই আদি শব্দেৰে গঠিত বুলি সিংহই উল্লেখ কৰিছে। তলত বিষ্ণুপুৰীয়াত পোৱা তদ্ভৱ শব্দকেইটামান উল্লেখ কৰা হ'ল। সেইবোৰৰ কিছুমানৰ অসমীয়া শব্দৰ সৈতেও যথেষ্ট সাদৃশ্য আছে। উদাহৰণ :

ইজ্জু<ঋজু, মা. অ. উজু।

কণ্ডালা< * কোমলক, কাম. কঁৱাল।

দাৱা ধাৰক, কাম, ধাৰা।

নউ<নাৱ, কাম. নাউ, মা. অ. নাও

পহৰ 'উজ্জ্বল' কাম. পহাৰ, মা. অ. পোহৰ।

বক<বুভুক্ষা, কাম. ভখ, মা. অ. ভোক।

বউ<বাত, কাম. বাউ।

শউ<শাৱ, কাম. শাৱা ( ছাৱা )।

১০৩.২ 'বিষ্ণুপ্ৰিয়া মণিপুৰী' নামৰ সৰু পুস্তিকা এখনত* অসমীয়া ভাষাৰ সৈতে বিষ্ণুপ্ৰিয়াৰ কিছুমান একে ৰূপ আৰু একে অৰ্থৰ শব্দৰ উল্লেখ কৰা হৈছে ; যেনে, দুৱাৰ, উম, ঢৌ, বেলি, উবুৰি, মাদৈ, ডাঙৰ, আজি, কালি, বাউলি, গিৰী ইত্যাদি। কিছুমান শব্দৰ অৰ্থ একে হ'লেও বিষ্ণুপ্ৰিয়াত ৰূপৰ অলপ সলনি ঘটাও দেখুৱা হৈছে। উদাহৰণ :

| অসমীয়া | বিষ্ণুপ্ৰিয়া |
|---|---|
| ৰূপ, কাম. ৰূপা | ৰূপা |
| জিনিহি | বিনি |
| জোপা, কাম. ছুপা, ছপা | ছপা |

* শ্ৰীখুমল মহিদেৱ সিংহই লেখা

| অসমীয়া | বিষ্ণুপ্ৰিয়া |
| --- | --- |
| ছুকু | ছুকুৰ |
| মুনিহ | মুনি |

১০৩.৩ কিছুমান শব্দৰ আকৌ অৰ্থ নাইবা ৰূপ আৰু অৰ্থ দুয়োটাই বিষ্ণুপ্ৰিয়াত বেলেগ হোৱা দেখা হৈছে। উদাহৰণ :

| অসমীয়া | বিষ্ণুপ্ৰিয়া |
| --- | --- |
| বাম 'তল নোযোৱা ঠাই' | ফাম 'ঠাই' |
| কোৰা 'মতা কাউৰী' | কৱা 'কাউৰী' |
| মুগা 'এবিধ সূতা' | মকা 'এড়ীসূতা' |

১০৪ **ইউৰাল-আলটাই পৰিয়াল :** এই পৰিয়ালৰ ভাষাবোৰৰ কিছুমান বিশেষত্ব আছে। এই ভাষাবোৰ অন্তযোগাত্মক আৰু এইবোৰত স্বৰসঙ্গতিৰ বহুল প্ৰয়োগ দেখা যায়। এই নিয়ম অনুসৰি মূল বা প্ৰকৃতিত থকা স্বৰটোৱে প্ৰত্যয়ৰ স্বৰটোৰ সলনি ঘটায়। তুৰ্কী ভাষাৰ এটা উদাহৰণৰ পৰা কথাটো বুজিব পৰা হ'ব ; যেনে, তুৰ্কী এৰ-লেৰ 'ঘৰবোৰ', কিন্তু আট-লাৰ 'ঘোঁৰাবোৰ'। ইউৰাল পৰিয়ালৰ ভাষাৰ ভিতৰত ফিনলেণ্ডৰ ভাষা ফিনীয়, এস্তোনিয়াৰ এস্তোনীয়, হাঙ্গেৰীৰ মগ্যাৰ, ছাই-বেৰিয়াৰ ছামোয়েদ ভাষা পৰে। ইউৰাল আৰু আলটাই পৰিয়ালৰ মাজত যথেষ্ট সম্বন্ধ আছে। আলটাই পৰিয়ালৰ ভাষাৰ ভিতৰত তুৰ্কী ভাষা বিশেষ-ভাৱে উল্লেখযোগ্য। তুৰ্কী ভাষাৰ ওপৰত আৰবী আৰু পাৰছী ভাষাৰ প্ৰভাৱো আছে। এই পৰিয়ালৰ আন দুটা ভাষাৰ ভিতৰত এটা হ'ল মঙ্গোলিয়াৰ ভাষা মঙ্গোলী আৰু মাঞ্চুৰিয়াৰ ভাষা মাঞ্চু।

১০৫ **বাণ্টু পৰিয়াল :** দক্ষিণ আফ্ৰিকাৰ এটা বৃহৎ অংশত বাণ্টু পৰিয়ালৰ ভাষা বিয়পি আছে। এই পৰিয়ালৰ ভাষাবোৰৰ এটা প্ৰধান বৈশিষ্ট্য হৈছে এয়ে যে এইবোৰ পূৰ্বযোগাত্মক। বা-ণ্টু শব্দই মানুহবোৰ অৰ্থ বুজায়। এই পৰিয়ালৰ শাখাবোৰৰ ভিতৰত স্বাহিলী, জুলু, কাফিৰ আদি ভাষা পৰে। এইবোৰৰ ভিতৰত আকৌ স্বাহিলী ভাষাই আটাইতকৈ মহত্বপূৰ্ণ আৰু ব্যাপক।

১০৬ **ছেমীয়-হেমীয় পৰিয়াল :** আফ্ৰিকাত প্ৰচলিত ভাষা-পৰিয়ালৰ ভিতৰত ছেমীয়-হেমীয় পৰিয়াল দুটা বিশেষ উল্লেখযোগ্য পৰিয়াল। উত্তৰ আফ্ৰিকাৰ প্ৰায় সমগ্ৰ অঞ্চলত হেমীয় ভাষা-পৰিয়ালৰ ভাষা বিয়পি আছে।

হেমীয় ভাষা-পৰিয়ালৰ মাজত কিছুমান বৈশিষ্ট্য দেখা যায়: (ক) ব্যাকৰণ-সিদ্ধ লিঙ্গ ( পুৰুষ আৰু স্ত্রীবাচক অৰ্থৰ ওপৰত নিৰ্ভৰ নকৰাকৈ শব্দবোৰৰ একোটা বিশিষ্ট লিঙ্গ নিৰ্ধাৰিত হোৱা নিয়মক ব্যাকৰণসিদ্ধ লিঙ্গ বোলে। সংস্কৃত ভাষাত এই লিঙ্গ আছিল। বৰ্তমান ভাৰতীয় আৰ্য-ভাষা হিন্দীতো ব্যাকৰণসিদ্ধ লিঙ্গ আছে। হিন্দীত নাক, মেজ আদি শব্দ স্ত্রীলিঙ্গ। ) হেমীয় ভাষাত ডাঙৰ আৰু সবলসূচক বস্তুবোৰ পুংলিঙ্গ; সৰু আৰু দুৰ্বলবোৰ স্ত্রীলিঙ্গৰ হয়; যেনে, তৰোৱাল বুজোৱা শব্দটো পুংলিঙ্গ; কিন্তু কটাৰী বুজোৱা শব্দটো স্ত্রীলিঙ্গ।[৪৪]

(খ) বহুবচন বুজাবলৈ বিবিধ উপায়ৰ অৱলম্বন।

(গ) বিশেষ্যবোৰৰ বহুবচনত লিঙ্গ পৰিবৰ্তন; যেনে, হোয়ো-দি 'মা'; হোয়িন-কি 'মা-হঁত'। ইয়াত দিটো স্ত্রীবাচক প্ৰত্যয়; কিন্তু কিটো পুৰুষ-বাচক প্ৰত্যয়। গতিকে হোয়োদি স্ত্রীলিঙ্গ কিন্তু হোয়িন-কি পুংলিঙ্গ। হেমীয় পৰিয়ালৰ ভাষাৰ ভিতৰত লিবিয়া, ছোমালিলেণ্ড, ইথিওপিয়া আদি ঠাইৰ ভাষা পৰে।

১০৭ ছেমীয় আৰু হেমীয় পৰিয়ালৰ মাজত কিছুমান উমৈহতীয়া বৈশিষ্ট্য আছে; যেনে, দুয়োটা পৰিয়ালৰে সৰ্বনামবোৰৰ মূল স্থিতি একেটা। দুয়োটাতে ব্যাকৰণসিদ্ধ লিঙ্গ বৰ্তমান। ছেমীয় পৰিয়ালৰ স্বকীয়া বৈশিষ্ট্যৰ ভিতৰত বিশেষভাৱে উল্লেখযোগ্য হৈছে ত্ৰিব্যঞ্জনাত্মক ধাতু আৰু মধ্য প্ৰত্যয়ৰ সহায়েৰে বিভিন্ন শব্দৰ সৃষ্টি; যেনে, ক-ত-ৱ ৰ পৰা কি-তা-ব, কু-তু-ব, কা-তি-ব ইত্যাদি। ছেমীয় পৰিয়ালটোৰ ভাষাবোৰ শ্লিষ্ট আৰু অন্তৰ্মুখী। ছেমীয় পৰিয়ালত ভাৰত-ইউৰোপীয় পৰিয়ালৰ নিচিনা সমাসৰ প্ৰাধান্য নাই আৰু ইয়াত পূৰ্ব প্ৰত্যয়ৰ বহুল প্ৰয়োগ আছে। এইবোৰ লক্ষণে ছেমীয় পৰিয়ালক ভাৰত-ইউৰোপীয় পৰিয়ালৰ পৰা স্বকীয়া পৰিয়াল-ৰূপে প্ৰতিষ্ঠিত কৰে। ছেমীয় পৰিয়ালৰ ভাষাৰ ভিতৰত অক্কাদীয়, অৰমীয়, ( বাইবেলৰ ওল্ড্ টেষ্টামেণ্টৰ ভাষা হিব্ৰু), আৰবী আদি। ছেমীয় পৰিয়ালৰ ভিতৰত আৰবী ভাষাই শ্ৰেষ্ঠ ভাষা। ইছলাম ধৰ্মৰ বাহকৰূপে আফ্ৰিকা আৰু পূৰ্ব এছিয়াৰ বহু ভাষাক বিলুপ্ত কৰি লোক-সংখ্যাৰ ফালৰ পৰা ই যথেষ্ট শক্তিশালী হৈছে। ৩২৮ খৃষ্টাব্দত আৰবী ভাষাৰ প্ৰাচীনতম নিদৰ্শন পোৱা যায়।

৪৪ *B. S. L.*, p. 358

১০৮ **আমেৰিকা পৰিয়াল :** আমেৰিকাৰ অধিবাসীসকলৰ মাজত বহুতো ভাষাৰ এতিয়াও প্ৰচলন আছে। এই ভাষাবোৰক ভৌগোলিক দৃষ্টিৰে আমেৰিকা পৰিয়াল বুলি সূচোৱা হৈছে। এই পৰিয়ালৰ বেছি ভাগ ভাষাই হৈছে প্ৰশ্লিষ্ট যোগাত্মক। এই ভাষাবোৰক প্ৰধানকৈ এইকেইটা ভাগত ভগোৱা হয় :

(ক) কানাডা আৰু সংযুক্ত ৰাজ্যত—অথবস্কী, অলগোনকী, হোকা, য়ুৰোকৱা, ছিউই।

(খ) মেক্সিকো আৰু মধ্য আমেৰিকাত—অজটেক, মায়া, নহুঅত্‌ল।

(গ) দক্ষিণ আমেৰিকাত—অৰ্‌ৱক, চিবোচা, তুপী, কৰীৱ, কুইচুৱা।

এই ভাষাবোৰৰ ভিতৰত মায়া ভাষা উল্লেখযোগ্য। মায়া সভ্যতাও অতি প্ৰাচীন।

১০৯ **অবৰ্গীকৃত ভাষা :** উপযুক্ত নিদৰ্শনৰ অভাৱত নাইবা সম্পৰ্কিত ভাষাবোৰৰ মৃত্যু হোৱা বাবে কোনো কোনো ভাষাক এটা নিৰ্দিষ্ট পৰিয়ালৰ অন্তৰ্ভুক্ত কৰা টান হৈ পৰে। এনেকুৱা ভাষাবোৰক অবৰ্গীকৃত ভাষা বুলিব পাৰি। এনেকুৱা স্বকীয়া ভাষা কিছুমানক ঠায়ে ঠায়ে ওপৰত দিয়া বিবিধ ভাষা-পৰিয়ালৰ বিৱৰণিত উল্লেখ কৰা হৈছে। অবৰ্গীকৃত কিছুমান ভাষা বৰ্তমানত লুপ্ত হৈ গৈছে। সেইবোৰৰ ভিতৰত মেছোপোটেমিয়াৰ প্ৰাচীনতম ভাষা ছুমেৰীয়, পশ্চিম ইৰানৰ ভাষা এলামীয়, পূৰ্ব মেছোপোটেমিয়াৰ মিটান্নি, ক্ৰীট দ্বীপৰ প্ৰাচীন ভাষা, ইটালীয়ৰ প্ৰাচীন ভাষা এট্ৰুস্কান ইত্যাদি।

১০৯·১ আধুনিক কালৰ অবৰ্গীকৃত ভাষাৰ ভিতৰত উল্লেখযোগ্য হৈছে ফ্ৰান্স আৰু স্পেনৰ মধ্যৱৰ্তী পিৰেনীজ পৰ্বতমালাৰ পশ্চিম অংশত কথিত বাস্ক ভাষা ( বাস্ক ভাষাৰ শব্দভাণ্ডাৰ চহকী নহয়। অমূৰ্ত ভাব বাচক শব্দৰ ইয়াত অভাৱ পৰিলক্ষিত হয়), দক্ষিণ-পশ্চিম আফ্ৰিকাৰ বুছমেন আৰু হটেন্টট, জাপানী, কোৰীয়; বৰ্মা দেশৰ কৰেন আৰু মান। ভাৰতৰ উত্তৰ-পশ্চিম সীমান্তৰ বুৰুছস্কী বা খজুনা, আন্দামানৰ ভাষা আন্দামান আদি ভাষাবোৰক কোনো পৰিয়ালৰ অন্তৰ্ভুক্ত কৰা হোৱা নাই। "জাপানী ভাষা বৰ নম্ৰতাসূচক। দ্বিৰুক্তিৰ দ্বাৰা ইয়াত বহুবচন বুজোৱা হয়।"[৪৫] বুছমেন ভাষাত টোকালনি ধ্বনি আছে।

৪৫ *E. S. L.* pp. 95 and 423

## দুই

১১০ **ভাষাৰ উৎপত্তি :** ভাষা মানুহৰ এটা আচৰিত ক্ষমতা। মানুহ ইয়াৰ অধিকাৰী কেতিয়াৰ পৰা হ'ল এইটো এটা বিৰাট প্ৰশ্ন। যদি সৰু ল'ৰা এটাই ভাষা ক'ৰ পৰা শিকিছে চোৱা হয়, তেনেহ'লে সি মাক-বাপেকৰ পৰা শিকিছে বুলি ক'ব লাগিব। তাৰ মাক-বাপেকে ক'ৰ পৰা শিকিলে ? তেওঁলোকৰ মাক-বাপেকৰ পৰা। তেওঁলোকে আকৌ ক'ৰ পৰা শিকিলে ? এইদৰে গৈ গৈ আমি আদিম মানৱৰ ওচৰ চাপিম। তেতিয়াও প্ৰশ্ন হ'ব, তেওঁলোকেনো প্ৰথমতে ক'ৰ পৰা শিকিলে ? আধুনিক যুগৰ ভাষা-বিজ্ঞানীয়ে এই প্ৰশ্নটোৰ উত্তৰ বিচাৰি বেছি মূৰ নঘমায় যদিও কিছুদিন আগলৈকে ভাষাতাত্ত্বিকসকলে এই বিষয়ে যথেষ্ট চিন্তা কৰিছিল। এতিয়াও অনুসন্ধিৎসু মানৱে ইয়াৰ সমিধান দিবলৈ যত্ন কৰে। ধৰ্ম-গ্ৰন্থৰ প্ৰতি শ্ৰদ্ধা ৰাখোঁতাসকলে কয় যে সৃষ্টিৰ আৰম্ভণিত ঈশ্বৰে ঋষি-সকলক একোটা ভাষা শিকাই পঠিয়াইছে আৰু তাৰ পৰা আন আন ভাষা ওলাইছে। এনেকৈ ভৰাসকলেই সংস্কৃত ভাষাক 'দেৱভাষা' আখ্যা দিয়ে। বৌদ্ধসকলেও বুদ্ধদেৱে ধৰ্ম প্ৰচাৰ কৰা পালি ভাষাক সকলো ভাষাৰ মূল ভাষা বুলি জ্ঞান কৰে। কিন্তু পালি ভাষা সংস্কৃতৰ পৰা ওলোৱা এটা ৰূপান্তৰিত ভাষা। তেনেদৰে জৈনধৰ্মীসকলে মহাবীৰৰ ভাষা অৰ্ধমাগধীক মূল ভাষা বুলি স্বীকাৰ কৰে। কিন্তু ই সংস্কৃতৰ পৰা ৰূপান্তৰ হোৱা প্ৰাকৃত ভাষাৰ ৰূপান্তৰ মাথোন। বহুতে আদাম আৰু ঈশ্বৰৰ মাজত চলা ভাষাটো হিব্ৰু ভাষা বুলি বিশ্বাস কৰিছিল।

১১০.১ কিছুমানে আকৌ জন্মাৰ লগে লগে মানুহে ভাষা শিকি আহে বুলি কয়। তেতিয়াহ'লে আন এটা সমস্যাই দেখা দিয়ে ; সি হ'ল মানুহে নো কোনটো ভাষা শিকি আহে। এই সমস্যাটোৰ সমাধানৰ বাবে খৃঃ পূৰ্ব পঞ্চম শতিকাত হেৰোডটাছে উল্লেখ কৰা ঘটনা এটা মন কৰিবলগীয়া। এসময়ত ইজিপ্তৰ ৰজা ছেমেটিকুছে একে সময়তে ওপজা দুটা ল'ৰাক মানুহৰ সংশ্ৰৱ নোপোৱাকৈ এখন পাৰ্কত ৰাখিছিল। তেওঁ সিহঁতৰ প্ৰতি-পালনৰ বাবে দুটা মানুহ নিযুক্ত কৰিছিল। সিহঁতে ল'ৰা দুটাৰ ওচৰত যাতে কোনো শব্দ উচ্চাৰণ নকৰে তাৰ বাবে সিহঁতক সতৰ্ক কৰি দিয়া

হৈছিল। পিছত ল'ৰা দুটাৰ মাত ওলোৱা সময়ত দেখা গ'ল যে সিহঁতে মাত্র 'বেকোছ' শব্দটোহে উচ্চাৰণ কৰিব পাৰে। ফ্রিজিয়ান ভাষাত 'বেকোছ' মানে কটী। এই শব্দটো আলপৈচান ধৰা মানুহ দুটাৰ মুখৰ পৰা অজানিতে কেতিয়াবা ওলাই পৰিছিল। আকবৰ বাদছাহেও এনে এটা প্রয়োগ কেইটামান ল'ৰাৰ ওপৰত চলোৱা বুলি কোৱা হয় আৰু সিহঁত আটাইকেইটাই বোবা হৈছিল।[৪৬]

১১ ইয়াৰ পৰা ইয়াকে বুজিব পাৰি যে মানুহে জন্মৰ লগতে কোনো ভাষা শিকি নাহে। জন্মৰ পিছত শিশুৱে তাৰ আশে-পাশে যি ভাষা শুনে তাকেই অনুকৰণ কৰি ভাষা শিকি লয়। আনকি ডাঙৰ হোৱাৰ পিছতো বহুত দিন ধৰি যদি নিজৰ মাতৃভাষা নুশুনা, আন ভাষা-কোৱা ঠাইত কোনো মানুহ থাকে, তেনেহ'লে লাহে লাহে সি নিজৰ ভাষা পাহৰি যাব। গতিকে ভাষাৰ উৎপত্তি সম্পৰ্কীয় ওপৰৰ যুক্তিবোৰৰ কোনো বৈজ্ঞানিক ভিত্তি নাই। জগতৰ আন আন বস্তুৰ নিচিনা ভাষাও বিকাশৰ ফল মাথোন। বিকাশবাদৰ ওপৰত ভিত্তি কৰি কিছুমানে ক'বলৈ বিচাৰে যে আদিম মানুহে যেতিয়া আকাৰ-ইঙ্গিতৰ সহায়েৰে সকলো ভাব প্রকাশ কৰিব নোৱৰা হ'ল, তেতিয়া তেওঁলোকে গোটখাই অমুক বস্তুৰ নাম অমুক হ'ব; এইদৰে সর্বসম্মতিক্রমে ভাষাৰ সৃষ্টি কৰিলে। কিন্তু মানুহে যেতিয়া সংকেতৰ জৰিয়তে সকলো কাম চলাইছিল, তেতিয়া সম্মতি ল'বলৈ তেওঁলোকে ভাষাই বা ক'ত পালে? গতিকে এই মতটোও নিৰ্ভুল নহয়। ভাষাৰ বিকাশ সম্পর্কে মেক্সমুলাৰে আগবঢ়োৱা তলৰ বাদ কেইটামান মন কৰিবলগীয়া।

১২ মানুহ স্বাভাৱিকতে অনুকৰণশীল। আদিম মানৱেও তাৰ আশে-পাশে থকা পশু-পক্ষীৰ মাত অনুকৰণ কৰি কিছুমান শব্দৰ সৃষ্টি কৰিলে। কুলিয়ে কুউ-কু-উ কৈ মাতে। সেইবাবে ইংৰাজীত কুলিক 'কুকু' বোলা হয়। মেকুৰীয়ে মেও মেও কৰে কাৰণে চীনা ভাষাত মেকুৰীক 'মিঅউ' (miaou) বোলে। অসমীয়াতো সৰু ল'ৰা-ছোৱালীৰ ক্ষেত্ৰত মেকুৰীক মেও বুলি উল্লেখ কৰা হয়। কাক, কুকুৰা, কুকুৰ আদি শব্দও প্রাণীবোৰৰ মাতৰ পৰা উদ্ভৱ হোৱা বুলি পণ্ডিতসকলে অনুমান কৰে। জীৱ-জন্তুৰ মাত অনুসৰি নাম ৰখা আৰু এনেকৈয়ে কিছুমান শব্দৰ সৃষ্টি হোৱা বাদক

৪৬ চাটাৰ্জ্জী, বাবুৰাম : সামান্য ভাষা-বিজ্ঞান, ১৯৫০, পৃষ্ঠা ১৩

ধ্বন্যনুকৰণবাদ বোলা হৈছে। এই বাদৰ আনুষঙ্গিক আন এটা বাদ হৈছে ধ্বন্যাত্মকবাদ। কিছুমান শব্দ আছে সেইবোৰ উচ্চাৰণ কৰাৰ লগে লগে তাৰ অৰ্থটো প্ৰকাশ পায়। গছৰ শুকান পাতৰ পৰা 'মৰ্ মৰ্' আৰু চৰাই উৰোঁতে উঠা ডেউকাৰ 'ধপ্ ধপ্,' ইংৰাজী 'জিগ্ জাগ্' আদি শব্দ এনে বিধৰ। বেলেগ বেলেগ ভাষাত এনে ধৰণৰ শব্দবোৰ বেলেগ বেলেগ।

১১২.১ ভাষাৰ উৎপত্তি বিষয়ক আন এটা বাদ হৈছে বিস্ময়ভাৱাভিব্যক্তি-বাদ। মানুহৰ অন্তৰত আনন্দ, শোক, আশ্চৰ্য আদি ভাৱৰ আতিশয্যই যেতিয়াই দেখা দিয়ে, তেতিয়াই স্বাভাৱিকতে মুখৰ পৰা নানা শব্দ ওলায়; যেনে, বাহ্-বাহ্, হায়-হায়, আহ্, উঃ, ধেৎ, ছিঃ ইত্যাদি। কিন্তু সকলো ভাষাত এনেকুৱা শব্দবোৰ একে ৰূপত পোৱা নাযায়। কেতিয়াবা আকৌ মানুহে শৰীৰত বেছিকৈ জোৰ দিবলগীয়া কাম কৰোঁতে কিছুমান ধ্বনি উচ্চাৰণ কৰি শ্ৰমৰ লাঘৱতা অনুভৱ কৰে। ধোবাই কাপোৰ ধোৱা আৰু খৰিকটীয়াৰ খৰিকটা অৱস্থাত এনেকুৱা কিছুমান ধ্বনি উচ্চাৰণ কৰা শুনা যায়। জাহাজৰ লঙৰ তোলোঁতে নাৱিকসকলে 'য়ো-হে-হো'ৰ দৰে শব্দ কৰে। এই ধ্বনিৰ পৰাই ইংৰাজী 'হিৱ' (heave) শব্দৰ প্ৰথম অংশ পোৱা হৈছে বুলি পণ্ডিতসকলে মত প্ৰকাশ কৰিছে। এনেকৈ শব্দ-সৃষ্টি হোৱা বাদক পৰিহৰণবাদ বোলা হৈছে।

১১৩ ওপৰত উল্লেখ কৰা বাদবোৰৰ দ্বাৰা পোৱা শব্দ কিছুমান একোটা ভাষাত নথকা হয়। কিন্তু কোনো এটা ভাষাত ব্যৱহাৰ হোৱা শব্দৰাজিৰ তুলনাত আটাইবোৰ বাদৰ সমন্বয়ৰ দ্বাৰা পোৱা শব্দৰ সংখ্যা নিচেই তাকৰ। এটা ভাষাত নানা ভাব প্ৰকাশ কৰিবলৈ অসংখ্য শব্দৰ প্ৰয়োজন। সেইবোৰ কেনেকৈ পোৱা গ'ল তাৰ পোনপটীয়া উত্তৰ দিয়া সিমান সহজ নহয়। ভাষাবিজ্ঞানীসকলৰ ধাৰণা যে মানুহে ভাব আৰু বুদ্ধিৰ সহায়ত নিজৰ আৱশ্যকতা অনুযায়ী শব্দৰ সৃষ্টি কৰি নিজৰ বিভিন্ন অনুভূতি প্ৰকাশৰ সুবিধা কৰি লৈছে। বহুত ক্ষেত্ৰত এটা মূল শব্দৰ পৰাও অনেক শব্দ সজা হয়। সংস্কৃতৰ নিচিনা অপাৰ শব্দমালা আঠ শ মূলৰ পৰা ওলোৱা বুলি ধৰা হৈছে। সেইদৰে ইংৰাজী ভাষাৰ প্ৰায় ২৫০,০০০ শব্দৰ মূলতো কেইটামান মূলেই। তাৰ ভিতৰত প্ৰায় ৪৬০ টা আৰ্য-ভাষাৰ।[৪৭]

৪৭ Taraporewala: *Elements of the Science of Language*, 1951§110

১১৪ কিছুমান পণ্ডিতে ভাষাৰ উৎপত্তিৰ সমস্যা সমাধান কৰিবলৈ সৰু ল'ৰা-ছোৱালীয়ে প্ৰথম ভাষা-শিকা প্ৰণালীক আদিম মানৱৰ ভাষা-শিকা প্ৰণালীৰ সৈতে ৰিজাই চায়। অৱশ্যে ল'ৰা-ছোৱালীয়ে আগৰ পৰা তৈয়াৰ হৈ থকা ভাষা এটাহে শিকে। তথাপি সি তাক ভিন ভিন স্তৰত শিকি উঠে। প্ৰথমতে ল'ৰা-ছোৱালীয়ে তাৰ ওচৰে-পাজৰে শুনা ভাষাৰ ধ্বনি অনুকৰণ কৰিবলৈ যত্ন কৰে। তাৰ বাবে দৰ্কাৰ হয় ধ্বনিযন্ত্ৰৰ ব্যৱহাৰ কৰিবলৈ শিকাটো। সেয়েহে সিহঁতে কিছুমান দিন কেলকেলায়। ইতিমধ্যে সিহঁতে সদায় অশেষ ধ্বনি-সংযোগ শুনি থাকে। লাহে লাহে সিহঁতেও সেইবোৰ লক্ষ্য কৰি কৰি আটাইতকৈ সহজে উচ্চাৰণ কৰিব পৰা ধ্বনিবোৰ উচ্চাৰণ কৰিবলৈ আৰম্ভ কৰে। ধ্বনিৰ ভিতৰত আটাইতকৈ সহজে উচ্চাৰণ কৰিব পৰা ধ্বনি হৈছে ওষ্ঠ্য ধ্বনি—ম। সৰু ল'ৰা-ছোৱালীয়ে সেই কাৰণে প্ৰথমতে মা, মাম্, মামা আদি শব্দ উচ্চাৰণ কৰিব পৰা হয়। ('ম'ৰ উপৰি ন, ব, দ, প, ত এইকেইটা ব্যঞ্জনধ্বনি আৰু স্বৰধ্বনিৰ ভিতৰত আ, এ' স্বৰধ্বনিৰ উচ্চাৰণ সহজ। গোটেই পৃথিৱীত মা, দেউতা বুজোৱা শব্দবোৰৰ প্ৰায় ভাগতে এইকেইটা ধ্বনি পোৱা যায়)। তাৰ পাছত লাহে লাহে বয়সীয়াসকলক সুধি সুধি সচৰাচৰ ঘৰতে দেখা চৰাই বা জন্তুলৈ আঙুলিয়াই কোনটোৰ কি নাম শিকি লয়। অৰ্থাৎ মূৰ্ত বস্তুবোৰৰ বিষয়ে বুজি লয়। তাৰ পিছত কিছু ডাঙৰ হ'লেহে লাহে লাহে অমূৰ্ত ভাৱপ্ৰকাশক যেনে, ভাল, বেয়া, সুন্দৰ আদি শব্দবোৰ আয়ত্ত কৰিব পৰা হয়। পিছত মন আৰু বুদ্ধিৰ বিকাশৰ লগে লগে এটা ভাৱৰ পৰা আন এটা ভাব প্ৰকাশ কৰিবলৈ সমৰ্থ হয়। শিশুৱে পাঁচ-ছয় বছৰ বয়স প্ৰাপ্ত হোৱাৰ লগে লগে নিজৰ মাতৃভাষাটোৰ আৱশ্যকীয়খিনি আয়ত্ত কৰি লয় আৰু স্বাভাৱিকভাৱে ৰূপৰ সংযোগ ঘটুৱাই অসংখ্য বাক্যৰ সৃষ্টি কৰিব পাৰে। ভাষাৰ বিকাশৰ ক্ষেত্ৰতো মানুহে এনেদৰে ক্ৰমবিকাশৰ মাজেৰে বৰ্তমান অৱস্থা পাইছে বুলি বহুত পণ্ডিতৰ ধাৰণা; "এইটো সম্পূৰ্ণৰূপে সম্ভৱ যে ভাষা এনে এটা স্তৰৰ পৰা উৎপন্ন হৈছে যি সময়ত নেকি ডিঙি আৰু মুখৰ মাংসপেশীবোৰৰ চালনা আৰু কিছুমান সুৰদী নাইবা আচৰিত ধ্বনি উচ্চাৰণ কৰি নিজে আনন্দ লাভ কৰাটো নাইবা আনক আনন্দ দিয়াৰ বাহিৰে আন একো উদ্দেশ্য নাছিল।[৪৮]

৪৮ Jespersen : *Language*, 1954, p. 43/

’কোনো কোনোৱে ভাষাৰ বিকাশৰ স্তৰবোৰ এনেকৈ দেখুৱায়ঃ প্ৰথমতে সাৱধানসূচক শব্দ, আদেশসূচক শব্দ, বস্তু আৰু কাৰ্যৰ নাম, পাছত অমূৰ্ত ভাৱপ্ৰকাশক শব্দ। মানুহৰ মগজুৰ ভিতৰত হোৱা মনোবৈজ্ঞানিক প্ৰক্ৰিয়া কিছুমানৰ ফল স্বৰূপেই ভাষাৰ উৎপত্তি হৈছে। কোনো এটা বস্তু দেখাৰ লগে লগে মানুহৰ মনত অনুভূতি আৰু হেঁপাহৰ সৃষ্টি হয় আৰু সেইবোৰ পূৰণাৰ্থে ধ্বনি-যন্ত্ৰৰ চালনা হয়; ফলত হয় কিছুমান ধ্বনিৰ সৃষ্টি। লিওনাৰ্ড ব্লুমফিল্ডে এই প্ৰক্ৰিয়াক প্ৰতিক্ৰিয়া আৰু উদ্দীপনা নামেৰে অভিহিত কৰিছে। মানুহৰ মগজুৰ বিকাশ আৰু সমাজ সংগঠিত হোৱাৰ লগে লগে ভাষাৰো ক্ৰমবিকাশ হৈছে। “মনোবৈজ্ঞানিক আৰু সামাজিক পৰিস্থিতিয়ে ভাষাৰ সৃষ্টি সম্ভৱ কৰিছিল। সমাজৰ বুকুত ভাষাই গঢ় লৈছে। মানুহে ইজনে সিজনৰ সৈতে মনোভাৱ প্ৰকাশ কৰাৰ আৱশ্যকতা অনুভৱ কৰাৰ প্ৰথম দিনাখনৰ পৰাই ই জন্মিছে।”[৪৯]

১১৫ ভাষা আৱিষ্কৃত হৈছিল; ই হয়তো ধেমালিৰ ফলতো আৱিষ্কৃত হ’ব পাৰে। ধেমালিৰ ভাৱেৰেই আদিম মানৱে ধুমুহা, বৰষুণ, ঢেৰেকণিৰ শব্দ, কুকুৰৰ ভুকভুকনি আদিক অনুকৰণ কৰিছিল। স্বাভাৱিক ধ্বনি অনুকৰণক ধেমালিয়ে বুলিব লাগিব। এই ধেমালি কৰি থাকোঁতে আপোনা-আপুনি কিছুমান শব্দৰ আৱিৰ্ভাৱ হ’ল যেনে, বতাহৰ হোঁ-হোঁ, বৰষুণৰ পানী পৰা টপ্-টপ্, কুকুৰৰ ভুক-ভুক ইত্যাদি। সেইবোৰ এতিয়া আৰু অনুকৰণাত্মক নহয়। “এইটো স্পষ্ট কথা যে মানুহে আন আন বস্তুবোৰৰ নিচিনা (যেনে, চকা, ভাপৰ ইঞ্জিন, জেট প্লেন) ভাষাকো আৱিষ্কাৰ কৰিছিল। কেতিয়া আৰু কেনেকৈ আৱিষ্কাৰ কৰিছিল তাক আমি কেতিয়াও উলিয়াব নোৱাৰিব পাৰোঁ। বহুদিনৰ আগতে কোনো ঠাইত, কোনোৱে প্ৰথম শব্দটো উচ্চাৰণ কৰিছিল। সেই শব্দ কোনটো আছিল আমি নাজানো নাইবা সেই মানুহজন কোন আৰু তেওঁ ক’ত বাস কৰিছিল তাকো নাজানো। ইতিহাস-সৃষ্টিৰ বহুত আগতে সেই ঘটনা ঘটিছিল। লিখিত ঘটনাৱলীৰ নাম ইতিহাস। শব্দ নহ’লে ঘটনাৱলী

৪৯ Vendryes : *Language, A Linguistic Introduction to History*, 1952, p. 7 and p. 10.

৫০ Laird, H. and C. *The Tree of Language*, 1957, pp. 25-27

লিখি ৰাখিব নোৱাৰি। গতিকে আমি সাধু কথা কোৱাৰ নিচিনা ইয়াকে ক'ব পাৰোঁ যে এসময়ত মানুহে কথা ক'বলৈ শিকিছিল।[৮৫০] পৃথিৱীৰ ভাষাৰ লিখিত ৰূপ হিচাপে খৃঃ পূঃ ৪০০০ বছৰৰ আগৰ মাত্র ছুমেৰীয় ভাষাৰ নিদৰ্শন পোৱা গৈছে। মানৱতাৰ ইতিহাসত সি বহু যুগৰ পাছৰ ঘটনা। তাৰ বহু যুগ আগতে ভাষাৰ জন্ম হৈছিল আৰু তাৰ বিকাশো ঘটিছিল।

১১৬ **ভাষাৰ মূল ধ্বনি:** সাধাৰণভাৱে ক'বলৈ হ'লে ভাষা বাক্যৰ সমষ্টি। এটা বা অধিক বাক্যৰ সংযোগেৰে মানুহে মনৰ ভাৱ প্ৰকাশ কৰে। একোটা বাক্য বিশ্লেষণ কৰিলে আমি কিছুমান ক্ষুদ্র অংশ পাওঁ। একোটা অৰ্থ প্ৰকাশ কৰা একোটা ক্ষুদ্ৰাংশই একোটা ৰূপ। একোটা ৰূপ আকৌ এটা নাইবা অধিক ধ্বনিৰ সংযোগত হৈছে। গতিকে ৰূপক

**ধ্বনি-যন্ত্ৰ**




১ কণ্ঠনাল ২ কণ্ঠতন্ত্ৰী ৩ কোমল তালু ৪ আলজিভা ৫ জিভা ৬ দাঁত
৭ ওঁঠ ৮ দন্তমূল ৯ কঠোৰ তালু ১০ নাসিকা-বিবৰ।

বিশ্লেষণ কৰিলে আমি পাওঁ কিছুমান ধ্বনি ; যেনে, কি হ'ল এই বাক্যটোত কি এটা ৰূপ আৰু হ'ল এটা ৰূপ। কি ৰূপটো ক্+ই এই দুটা ধ্বনিৰ সমষ্টি আৰু হ'ল ৰূপটো হ্-অ'-ল এই তিনিটা ধ্বনিৰ সমষ্টি। প্ৰত্যেক ভাষাত এনে দৰে কিছুমান ধ্বনি, ধ্বনি-সংযোগ আৰু ৰূপ-সংযোগৰ সহায়েৰে মানৱ-মনৰ ভাব অভিব্যক্ত হৈ আহিছে। এতিয়া এই ধ্বনিবোৰনো কেনেকৈ উৎপন্ন হয়। এইবোৰৰ ধ্বনি-যন্ত্ৰৰ সহায়েৰে সৃষ্টি হয়। ধ্বনি-যন্ত্ৰই মানুহৰ শৰীৰৰ কোনো এঠাইত থকা এটা বিশেষ যন্ত্ৰক নুবুজায়। মানুহৰ শৰীৰত থকা কেইবাটাও যন্ত্ৰই ধ্বনি-উচ্চাৰণত সহায় কৰে। এটা বাঁহীত কেইবাটাও বিন্ধা থাকে। বাঁহীটো মুখেৰে ফুৱাই অৰ্থাৎ বাঁহীটোৰ ভিতৰত বতাহ সুমুৱাই দি বেলেগ বেলেগ বিন্ধাবোৰত বিভিন্ন ধৰণে সেই বতাহক বাধা দিলে যিদৰে বিভিন্ন মাত ওলায়, সেইদৰে মানুহৰ হাঁও-ফাঁওৰ পৰা ওপৰলৈ অহা বতাহক কেইবা ঠাইতো বাধা দিয়াৰ ফল স্বৰূপে বিভিন্ন ধ্বনিৰ সৃষ্টি হয়। কিছুমান ভাষাত বাহিৰৰ পৰা বতাহ ভিতৰলৈ নিও নানা ধ্বনি উচ্চাৰিত হোৱা দেখা যায়। ভাৰতৰ সিন্ধী আৰু গুজৰাটী ভাষাত এনে ধ্বনি আছে। ১০৮ পৃষ্ঠাত দিয়া চিত্ৰই ধ্বনি-যন্ত্ৰবোৰৰ আভাস দিব।

১১৭ হাঁও-ফাঁওৰ পৰা বতাহ ওপৰলৈ আহি মুখেৰে বা মুখ আৰু নাকেৰে ওলাই যাওঁতে পোণ-প্ৰথমে কণ্ঠনালত বাধা পায়। কণ্ঠনালৰ ভিতৰত ওঁঠ দুটাৰ নিচিনা দুচটা মাংসপেশী আছে। তাক কণ্ঠতন্ত্ৰী বোলে। তাৰ মাজৰ ঠাইখিনি কণ্ঠতন্ত্ৰীবিবৰ। কণ্ঠতন্ত্ৰী দুডাল আঁতৰাই ৰাখিব পাৰি নাইবা একেবাৰে ওচৰলৈ আনি ওপৰলৈ অহা শ্বাস বা বতাহ বন্ধ কৰি দিব পাৰি। মাংসপেশী দুচটা যেতিয়া ওচৰ চাপে আৰু তাৰ মাজেৰে বতাহ জোৰেৰে ওলাই যায়, তেতিয়া সিহঁত কঁপি উঠে। এনে অৱস্থাত যি ধ্বনিৰ সৃষ্টি হয় তাক ঘোষ ধ্বনি বোলে। কণ্ঠতন্ত্ৰী দুডাল আঁতৰত থকা অৱস্থাত বতাহ ওলাই গ'লে সিহঁত নকঁপে আৰু তেনে অৱস্থাত হোৱা ধ্বনিক অঘোষ ধ্বনি বোলা হয়। এই দুটা অৱস্থাৰ বাহিৰেও কণ্ঠতন্ত্ৰীদুডালৰ আৰু কিছুমান অৱস্থা হ'ব পাৰে আৰু তাৰ ফলত আন' কিছুমান ধ্বনিৰ সৃষ্টি হ'ব পাৰে। সংস্কৃত ভাষাৰ বৰ্গৰ তৃতীয় চতুৰ্থ আৰু পঞ্চম বৰ্ণ ( ধ্বনি ) ঘোষ ধ্বনি, প্ৰথম আৰু দ্বিতীয় ধ্বনি অঘোষ ধ্বনি। অসমীয়াতো ক, খ, গ, ঘ, ঙ ধ্বনিৰ ক আৰু খ অঘোষ

আৰু বাকীকেইটা ঘোষ ধ্বনি। কণ্ঠনালত হাতেৰে ধৰি নাইবা কাণ দুখন হাতেৰে বন্ধ কৰি ক আৰু গ, খ আৰু ঘ উচ্চাৰণ কৰিলে ঘোষ আৰু অঘোষ ধ্বনিৰ পাৰ্থক্য বুজিব পৰা যাব। গতিকে যি ধ্বনি উচ্চাৰণ কৰোঁতে কণ্ঠতন্ত্ৰীৰ কম্পন উঠে তাক ঘোষ ধ্বনি আৰু যি ধ্বনি উচ্চাৰণ কৰোঁতে কণ্ঠতন্ত্ৰীৰ কম্পন নুঠে তাক অঘোষ ধ্বনি বোলে। সাধাৰণতে স্বৰধ্বনিবোৰ ঘোষ ধ্বনি। কোনো কোনো ভাষাত অঘোষ স্বৰধ্বনিও পোৱা যায়। ব্যঞ্জনধ্বনিবোৰ ঘোষ-অঘোষ দুয়ো প্ৰকাৰৰ হ'ব পাৰে।

১১৮ কণ্ঠনাল এবাৰ পিছত সাধাৰণতে উশাহ লওঁতে বতাহখিনি নাকেৰে ওলাই যায়। কথা কওঁতে কিন্তু নাকেৰে বতাহ যোৱা বাটটোক বা নাসিকাবিবৰক কেতিয়াবা কোমল তালুৰ সহায়ত বন্ধ কৰি দিয়া হয়। তালুখনৰ পিছ ফালটোৰে অলপ লৰচৰ কৰিব পাৰে। ই আলজিভাত অন্ত হৈছে গৈ। এই কোমল তালুখন ওপৰলৈ উঠিব নাইবা তললৈ নামিব পাৰে। কেতিয়াবা নাকেৰে বতাহ যোৱা বাটটো কোমল তালুখন ওপৰলৈ দাঙি বন্ধ কৰি দিয়া হয়। তেতিয়া বতাহখিনি মুখেৰে ওলাই যায়। কেতিয়াবা আকৌ কোমল তালুখন নমাই দিয়া হয়। তেতিয়া বতাহখিনি একেবাৰে নাকেৰে নতুবা অলপ নাকেৰে আৰু অলপ মুখেৰে ওলাই যাব পাৰে। দুয়োটা অৱস্থাত দুবিধ বিভিন্ন ধ্বনিৰ সৃষ্টি হ'ব। যেতিয়া আটাইখিনি বতাহ নাকেৰে ওলাই যায়, তেতিয়া যি ধ্বনি হ'ব তাক নাসিক্য ধ্বনি বোলে। কিছুমান বতাহ নাকেৰে আৰু কিছুমান মুখেৰে ওলাই গৈ হোৱা ধ্বনি অনুনাসিক ধ্বনি, বতাহখিনি মুখেৰে ওলালে তাক মৌখিক ধ্বনি বুলিব। অসমীয়াত ম, ঙ, ন, ধ্বনি নাসিক্য ধ্বনি আৰু কাঁহৰ আঁ ধ্বনিটো অনুনাসিক ধ্বনি। কাহ শব্দৰ আ ধ্বনিটো অনানুনাসিক বা মৌখিক।

১১৯ **স্বৰধ্বনি:** মানুহৰ মুখৰ ভিতৰখন (মুখবিবৰ) খালী ঠাই। হাঁও-ফাঁওৰ পৰা ওপৰলৈ অহা বতাহ কণ্ঠনাল আৰু কোমল তালুৰ দ্বাৰা বাধাপ্ৰাপ্ত হৈ যেতিয়া মুখবিবৰ পায় হি তেতিয়া ধ্বনি-যন্ত্ৰৰ ভিতৰত আটাইতকৈ চলনশীল জিভাখনে বেলেগ বেলেগ অংশেৰে প্ৰভাৱিত কৰি বা বাধা দি আৰু অনেক ধ্বনিৰ সৃষ্টি কৰিব পাৰে। মুখৰ ভিতৰখন পাৰ হৈয়ে পোৱা যায় ওঠ দুটা। ওঁঠ দুটাও লৰচৰ কৰিব পৰা বিধৰ। বিশেষকৈ জিভা আৰু ওঁঠ দুটাৰ সহায়ত সৃষ্টি হয় স্বৰধ্বনিৰ। এইখিনিতে

মন কৰিব পাৰি যে ধ্বনি-যন্ত্ৰৰ সহায়েৰে মানুহে যিবোৰ ধ্বনি উচ্চাৰণ কৰে তাক দুভাগত ভগোৱা হয়—স্বৰধ্বনি আৰু ব্যঞ্জনধ্বনি। যেতিয়া হাঁও-ফাঁওৰ পৰা বতাহ মুখৰ ভিতৰত কোনো ঠাইতে বাধা নোপোৱাকৈ বা ঘঁহনি নোখোৱাকৈ অনৱৰত মুখেৰে ওলাব পাৰে, তেতিয়া জিভাৰ বিভিন্ন অংশৰ দ্বাৰা পৰিবৰ্তিত হৈ হোৱা ধ্বনিক স্বৰধ্বনি বোলে। মুখৰ ভিতৰত সম্পূৰ্ণ বা আংশিকৰূপে বাধা পাই হোৱা ধ্বনিৰ নাম ব্যঞ্জনধ্বনি। স্বৰধ্বনিবোৰ সাধাৰণতে ঘোষ ধ্বনি। ব্যঞ্জনধ্বনি ঘোষ অঘোষ দুয়ো বিধৰ হ'ব পাৰে। স্বৰ আৰু ব্যঞ্জনধ্বনিৰ ভিতৰত আন এটা পাৰ্থক্য হৈছে এয়ে যে স্বৰধ্বনিক একেলেথাৰিয়ে উচ্চাৰণ কৰি থাকিব পাৰি, ব্যঞ্জনধ্বনিক হ'লে নোৱাৰি। উদাহৰণ স্বৰূপে আমি অ, আ, ই নাইবা উ কৈ বহুত সময় থাকিব পাৰোঁ। কিন্তু ক, প, ত নাইবা ব কৈ বহুত সময় থাকিব নোৱাৰোঁ। অৱশ্যে ঘঁহনি খাই হোৱা ব্যঞ্জনধ্বনিক বহুত সময় উচ্চাৰণ কৰি থাকিব পৰা যায়; যেনে, অসমীয়া ভাষাৰ চ, জ, স বা হ ধ্বনি। স্বৰ আৰু ব্যঞ্জনধ্বনিৰ ভিতৰত আন এটা পাৰ্থক্য দেখা যায়। দূৰৰ পৰা স্বৰধ্বনি ব্যঞ্জনধ্বনিতকৈ স্পষ্টকৈ শুনা যায়।

১২০ ব্যঞ্জনধ্বনিৰ উচ্চাৰণত জিভাৰ কাম থাকিলেও স্বৰধ্বনি-উচ্চাৰণত জিভাই প্ৰধান অংশ গ্ৰহণ কৰে। সেই কাৰণে বিভিন্ন স্বৰধ্বনি নিৰ্ণয় কৰিবলৈ হ'লে চাব লাগে জিভাখনৰ কোন অংশৰ পৰা আৰু কিমান উচ্চতাৰ পৰা কোনো এটা ধ্বনি উচ্চাৰিত হৈছে। জিভাখনক সুবিধাৰ অৰ্থে চাৰিটা ভাগত ভগোৱা হয়। জিভাৰ আগ, জিভাৰ আগ ভাগ, জিভাৰ মাজ ভাগ আৰু জিভাৰ পিছ ফাল। উচ্চতা অনুসৰি জিভাৰ সচৰাচৰ চাৰিটা স্তৰ নিৰ্ণয় কৰা হয়: উচ্চ, উচ্চ-মধ্য, নিম্ন-মধ্য, আৰু নিম্ন। এইবোৰক সংবৃত অৰ্ধসংবৃত, অৰ্ধবিবৃত আৰু বিবৃত বুলিও কিছুমানে কয়। স্বৰধ্বনি-উচ্চাৰণত, জিভাৰ আগতকৈ জিভাৰ আগভাগৰ কাম বেছি। জিভাৰ আগভাগ ওপৰলৈ উঠি যি ধ্বনিৰ সৃষ্টি কৰে তাক সম্মুখ স্বৰধ্বনি, জিভাৰ মাজভাগ ওপৰলৈ উঠি হোৱা ধ্বনিক কেন্দ্ৰীয় স্বৰধ্বনি আৰু জিভাৰ পিছফালটো ওপৰলৈ উঠি হোৱা ধ্বনিক পশ্চ স্বৰধ্বনি বোলে। গতিকে জিভাৰ অংশ আৰু উচ্চতাৰ পিনৰ পৰা স্বৰধ্বনিক তলত দিয়া ধৰণে পোৱা যায়:

| | সন্মুখ | কেন্দ্ৰীয় | পশ্চ |
|---|---|---|---|
| উচ্চ | | | |
| উচ্চ-মধ্য | | | |
| নিম্ন-মধ্য | | | |
| নিম্ন | | | |

১২১ স্বৰধ্বনিৰ প্ৰকাৰ-নিৰ্ণয়ত ওঁঠ দুটাৰ কামো আছে। কিছুমান স্বৰধ্বনিৰ উচ্চাৰণৰ সময়ত ওঁঠ দুটা ঘোৰ খায় আৰু কিছুমান স্বৰধ্বনি উচ্চাৰণ কৰোঁতে ওঁঠ দুটা বহল হৈ যায়। ওঁঠ দুটা ঘোৰ খাই হোৱা স্বৰধ্বনি কুঞ্চিত বা বৰ্তুল আৰু ওঁঠ দুটা বহল হৈ উচ্চাৰিত হোৱা স্বৰধ্বনি প্ৰসৃত। অসমীয়াত পশ্চ স্বৰধ্বনিবোৰ কুঞ্চিত বা বৰ্তুল আৰু সন্মুখ স্বৰধ্বনিবোৰ প্ৰসৃত। জিভাৰ অংশ, জিভাৰ উচ্চতা আৰু ওঁঠৰ আকাৰ এইকেইটাৰ দ্বাৰাই স্বৰধ্বনি নিৰ্ণয় কৰা হয়।

১২২ **দৈৰ্ঘ্য :** স্বৰধ্বনিবোৰক মাত্ৰাৰ ফালৰ পৰাও ভাগ কৰিব পাৰি। এনেকৈ স্বৰধ্বনিৰ হ্ৰস্ব আৰু দীৰ্ঘ দুটা ভাগ পোৱা যায়। সংস্কৃতত আৰু এটা তৃতীয় ভাগ কৰি তাক প্লুত নাম দিয়া হৈছিল। কাৰবাক দূৰৰ পৰা মাতিবলৈ হ'লে শেষৰ স্বৰধ্বনি যথেষ্ট দীঘল হৈ উচ্চাৰিত হ'ব পাৰে যেনে, দেৱদত্ত....। হ্ৰস্ব স্বৰধ্বনি উচ্চাৰণ কৰা সময়ক যদি এক মাত্ৰা বুলি ধৰা হয়, তেনেহ'লে দীৰ্ঘ স্বৰৰ উচ্চাৰণৰ ক্ষেত্ৰত দুই মাত্ৰা আৰু প্লুত স্বৰৰ উচ্চাৰণত তিনি মাত্ৰা ধৰিব লাগিব। কিছুমান ভাষাত হ্ৰস্ব আৰু দীৰ্ঘ স্বৰৰ পাৰ্থক্য আছে। অৰ্থাৎ স্বৰধ্বনিটোৰ হ্ৰস্ব আৰু দীৰ্ঘ ৰূপত দুটা বেলেগ বেলেগ অৰ্থ হয় গৈ। যেনে, সংস্কৃতৰ দিন আৰু দীন শব্দ। অসমীয়াত উচ্চাৰণৰ দিশৰ পৰা চালে হ্ৰস্ব আৰু দীৰ্ঘ স্বৰৰ ভিতৰত পাৰ্থক্য নাই। স্বৰধ্বনিৰ দৰে ব্যঞ্জনধ্বনিবো দৈৰ্ঘ্য থাকিব পাৰে। অৰ্থাৎ

ব্যঞ্জনধ্বনিও হ্ৰস্ব বা দীৰ্ঘ হ'ব পাৰে। অসমীয়াত কোনো এটা শব্দৰ ওপৰত বিশেষ গুৰুত্ব দি উচ্চাৰণ কৰিলে কেতিয়াবা কোনো ব্যঞ্জনধ্বনি দীৰ্ঘ ৰূপত শুনা যায়; যেনে, থাপৰ, কিন্তু থাপ্পৰ।

১২৩ **ব্যঞ্জনধ্বনি**: ব্যঞ্জনধ্বনিত লক্ষ্য কৰিবলগীয়া কথা হৈছে (ক) কি কি ধ্বনি-যন্ত্ৰৰ সহায়েৰে ধ্বনিবোৰ উচ্চাৰিত হৈছে আৰু (খ) ধ্বনিবোৰ কি ধৰণে (আংশিকভাৱে বতাহে বাধা পাইছে নে সম্পূৰ্ণৰূপে বাধা পাইছে নে ঘঁহনি খাইছে) উচ্চাৰিত হৈছে। ওপৰত উল্লেখ কৰা ধ্বনি-যন্ত্ৰকেইটাৰ আটায়ে (কণ্ঠতন্ত্ৰী, কোমল তালু, জিভা আৰু ওঁঠ) চলনশীল। ইয়াৰ বাহিৰে কিছুমান ধ্বনি-যন্ত্ৰ স্থিৰ; যেনে, দাঁত, দাঁতৰ গুৰি বা দন্তমূল, কঠোৰ তালু ইত্যাদি। চলনশীল আৰু স্থিৰ আটাইবোৰ ধ্বনি-যন্ত্ৰৰ সহযোগিতাত ব্যঞ্জনধ্বনি উচ্চাৰিত হয়। বিবিধ ধ্বনি-যন্ত্ৰৰ সহায়েৰে উচ্চাৰিত হোৱা অনুযায়ী যদি ব্যঞ্জনধ্বনিবোৰক ভগোৱা হয় তেনেহ'লে আমি এইকেইটা প্ৰধান ভাগ পাওঁ:

(ক) ওঁঠ দুটাৰ সহযোগত উচ্চাৰিত ধ্বনি ওষ্ঠ্য ধ্বনি; যেনে অসমীয়া প, ব।

(খ) তলৰ ওঁঠ আৰু ওপৰ পাৰি দাঁতৰ সংযোগত উচ্চাৰিত ধ্বনি দন্তোষ্ঠ্য; যেনে, ইং. f. v.

(গ) জিভাৰ আগটো দুই পাৰি দাঁতৰ মাজত লাগি নাইবা ওপৰ পাৰি দাঁতত লাগি উচ্চাৰিত হোৱা ধ্বনি হ'ল দন্ত্য ধ্বনি; যেনে, সংস্কৃত ত, দ। জিভাৰ আগটো পিছৰ পিনে ঘূৰাই কৰা ধ্বনি মূৰ্ধন্য ধ্বনি; যেনে, সং. ট, ড।

(ঘ) জিভাৰ আগটো দাঁতৰ গুৰিত লাগি উচ্চাৰিত হোৱা ধ্বনিক দন্তমূলীয় ধ্বনি বোলে; যেনে, অসমীয়া ত, দ, ট, ড।

(ঙ) জিভাৰ আগভাগ আৰু কঠোৰ তালুৰ সংযোগত হোৱা ধ্বনি তালব্য ধ্বনি; যেনে, সং. চ, জ।

(চ) জিভাখনৰ পিছফাল আৰু কোমল তালুৰ সংযোগত হোৱা ধ্বনি কণ্ঠ্য ধ্বনি; যেনে, অসমীয়া ক, গ।

আলজিভাৰ ওচৰৰ অংশৰ সহায়ত উচ্চাৰিত ধ্বনি কণ্ঠমূলীয় বা অলিজিহ্ব যেনে, আৰবী ক।

(ছ) কণ্ঠতন্ত্ৰীবিবৰত উচ্চাৰিত ধ্বনিক কণ্ঠনালীয় বোলা হয়; যেনে, অসমীয়া হ।

১২৩.১ উচ্চাৰণৰ ধৰণৰ পিনৰ পৰা চালে ব্যঞ্জনধ্বনিবোৰক আকৌ পাঁচোটা ভাগত ভগাব পাৰি ; যেনে ঃ

(ক) মুখলৈ অহা বতাহক কোনো এঠাইত অলপ সময়ৰ কাৰণে সম্পূৰ্ণ-ৰূপে বাধা দি হঠাৎ খুলি দিয়াৰ ফলত বতাহখিনি এটা শব্দ কৰি ওলাই গৈ যিবোৰ ধ্বনি উচ্চাৰিত হয় সেইবোৰক স্পৰ্শ ধ্বনি বোলে ; যেনে, অসমীয়া প, ব, ত, দ, ক, গ।

(খ) মুখলৈ অহা বতাহক মুখৰ কোনো এঠাইত সম্পূৰ্ণৰূপে বাধা দি কোমল তালুখন নমাই ৰাখি নাকেৰে বতাহখিনি যাবলৈ দিয়াত যি ধ্বনিৰ সৃষ্টি হয় তাক নাসিক্য ধ্বনি বোলে ; যেনে, অসমীয়া ম, ন, ঙ।

(গ) মুখৰ মাজত বতাহক বাধা দি বতাহখিনি জিভাৰ একাষ বা দুই কাষেৰে যাবলৈ দিয়াৰ ফলত যি ধ্বনি উচ্চাৰিত হয় তাক পাৰ্শ্বিক ধ্বনি বোলে ; যেনে, অসমীয়া ল।

(ঘ) জিভাৰ আগটো কঁপি কঁপি দাঁতৰ আলুৰ ওচৰত যি ধ্বনিৰ সৃষ্টি কৰে তাৰ নাম কম্পিত ধ্বনি ; যেনে, অসমীয়া ৰ।

(ঙ) বতাহ অহা বাটক কোনো এঠাইত ঠেক কৰি বতাহখিনি ঘঁহনি খাই উচ্চাৰিত হোৱা ধ্বনিৰ নাম উষ্ম ধ্বনি ; যেনে, অসমীয়া স, চ, জ।

নাসিক্য, পাৰ্শ্বিক আৰু কম্পিত ব্যঞ্জনধ্বনিবোৰক একেলগে দ্ৰৱধ্বনিও বোলে।

তলত দিয়া ধৰণে এতিয়া আমি ব্যঞ্জনধ্বনিবোৰ ভাগ কৰিব পাৰোঁ ঃ

| | ওষ্ঠ্য | দন্তৌষ্ঠ্য | দন্ত্য | দন্তমূলীয় | তালব্য | কণ্ঠ্য | কণ্ঠনালীয় |
|---|---|---|---|---|---|---|---|
| স্পর্শ | | | | | | | |
| নাসিক্য | | | | | | | |
| পার্শ্বিক | | | | | | | |
| কম্পিত | | | | | | | |
| উষ্ম | | | | | | | |

১২৪ স্পর্শ আৰু উষ্ম ধ্বনিবোৰৰ কিছুমান অঘোষ আৰু কিছুমান ঘোষ ধ্বনি। নাসিক্য, পার্শ্বিক আৰু কম্পিত ধ্বনিবোৰ সাধাৰণতে ঘোষ ধ্বনি। কোনো ধ্বনিৰ সৃষ্টি হোৱাৰ লগে লগে যদি অলপ বতাহ বেছিকৈ ওলায়, তেতিয়া তাক মহাপ্রাণ ধ্বনি বোলে। লগে লগে অধিক মাত্রাৰ বতাহ নোলোৱা ধ্বনিক অল্পপ্রাণ ধ্বনি বোলা হয়। সংস্কৃতৰ বর্গৰ দ্বিতীয় আৰু চতুর্থ বর্ণ (ধ্বনি) মহাপ্রাণ। বর্গৰ প্রথম, তৃতীয় আৰু পঞ্চম ধ্বনি অল্পপ্রাণ। অসমীয়াত খ, ঘ, থ, ধ, ফ, ভ আদি মহাপ্রাণ আৰু ক, গ, ঙ, ত, দ, প, ব, ম আদি অল্পপ্রাণ।

১২৪.১ কোনো ধ্বনি উচ্চাৰণ কৰোঁতে আন এবিধ ধ্বনি উচ্চাৰণ কৰাৰ সময়ত ধ্বনি-যন্ত্ৰই লোৱা ৰূপ লৈ উচ্চাৰিত হ'ব পাৰে; যেনে, ওষ্ঠ্য

ধ্বনিৰ বাহিৰে আন কোনো ধ্বনি উচ্চাৰণ কৰাৰ লগে লগে যদি ওষ্ঠ্য ধ্বনি উচ্চাৰণ কৰাৰ নিচিনা ওঁঠ দুটা ঘোৰ খুৰাই উচ্চাৰণ কৰা হয়, তেনেহ'লে সেই প্ৰথাক ওষ্ঠীকৰণ বোলা হ'ব। তেনেদৰে তালব্য ধ্বনিৰ বাহিৰে আন ধ্বনি উচ্চাৰণ কৰোঁতে যদি তালব্য ধ্বনি উচ্চাৰণ কৰাৰ নিচিনা জিভাৰ আগ ভাগ কঠিন তালুৰ পিনে ওপৰলৈ আগ বঢ়াই দিয়া হয়, তেনেহ'লে সেই প্ৰথাক তালব্যীকৰণ বুলিব। মূৰ্ধন্য ধ্বনিৰ বাহিৰে আন ধ্বনি উচ্চাৰণ কৰোঁতে যদি মূৰ্ধন্য ধ্বনি উচ্চাৰণ কৰাৰ নিচিনা জিভাৰ আগটো দাঙি বা পিছৰ পিনে ঘূৰাই দিয়া হয় তেনেহ'লে তাক মূৰ্ধন্যীকৰণ বোলা হ'ব।

১২৫ **অক্ষৰ:** কোনো ধ্বনি-সমষ্টিৰ এটা আনটো বা আনবোৰতকৈ যদি বেছি মুখৰ হয়, তেনেহ'লে মুখৰ আৰু মুখৰ নোহোৱা ধ্বনিকেইটা লগ লাগি একোটা অক্ষৰত পৰিণত হয়। ধ্বনিৰ মুখৰতা প্ৰধানকৈ নিৰ্ভৰ কৰে ধ্বনিৰ প্ৰকাৰৰ ওপৰত আৰু কিছু পৰিমাণে উচ্চাৰণ কৰোঁতে দিয়া জোৰৰ ওপৰত। জোৰৰ তাৰতম্যৰ কথা এৰিলে, ব্যঞ্জনধ্বনিতকৈ স্বৰধ্বনি বেছি মুখৰ। নিম্ন স্বৰধ্বনিবোৰ উচ্চ স্বৰধ্বনিবোৰতকৈ বেছি মুখৰ, ঘোষ ব্যঞ্জনধ্বনিবোৰ অঘোষবোৰতকৈ বেছি মুখৰ। ঘোষ দ্ৰৱ ব্যঞ্জন-ধ্বনিবোৰ আন ঘোষ ব্যঞ্জনধ্বনিবোৰতকৈ বেছি মুখৰ।[৫১] এটা অক্ষৰৰ ভিতৰত আটাইতকৈ মুখৰ ধ্বনিটোক আক্ষৰিক ধ্বনি বোলে। সূত্ৰ আকাৰে ক'বলৈ হ'লে "মুখৰতাৰ শিখৰটোৱে এটা অক্ষৰ। ই সচৰাচৰ স্বৰধ্বনিয়ে হয়। ইয়াৰ আগত, পাছত নাইবা আগ আৰু পিছ দুয়ো ঠাইত ব্যঞ্জনধ্বনিও থাকিব পাৰে।"* উদাহৰণ: ই, আন, সি, কাণ। এটা অক্ষৰৰ আক্ষৰিক ধ্বনিটো কেতিয়াবা ব্যঞ্জনধ্বনিও হ'ব পাৰে; যেনে, ইং. ritn (written). ব্যঞ্জনধ্বনিৰে শেষ হোৱা অক্ষৰক বদ্ধাক্ষৰ আৰু স্বৰধ্বনিৰে শেষ হোৱা অক্ষৰক মুক্তাক্ষৰ বোলে। ওপৰত উল্লেখ কৰা ই আৰু সি মুক্তাক্ষৰ; আন আৰু কাণ বদ্ধাক্ষৰ। উদাহৰ একে ভানতে

৫১ Jones, D. *The Pronunciation of English*, 1919 p. 55

* "A Syllable is a peak of sonority, usually a vowel sound with other sounds usually, but not invariably, preceding or following or both preceding and following the peak: M. Pei.

দুটা স্বৰধ্বনি একেলগে উচ্চাৰণ কৰোঁতে যদি এটা অক্ষৰত পৰিণত হয়, তেতিয়াহ'লে তাক সন্ধ্যক্ষৰ বা দ্বিস্বৰ বোলে। তিনিটা স্বৰধ্বনি মিলি এক অক্ষৰত পৰিণত হ'লে ত্রিস্বৰ বোলে। অসমীয়া ভাষাৰ কামৰূপী উপভাষাত ইয়াৰ উদাহৰণ পোৱা যায়; যেনে, মা. অ. ভাৱৰীয়া > কাম. ভাউইৰা। "এটা আক্ষৰিক আৰু এটা অনাক্ষৰিক স্বৰধ্বনিৰ সংযোগক সন্ধ্যক্ষৰ বোলে।[৫২] অনাক্ষৰিক স্বৰধ্বনিক অর্ধস্বৰ বুলি কোৱা হয়। য় আৰু ৱ এই দুটা ধ্বনি অর্ধস্বৰ। ইইঁত ই আৰু উ স্বৰধ্বনি দুটাতকৈ জিভাৰ বেছি উচ্চতাত উচ্চাৰিত হোৱা ধ্বনি।

১২৬ **সংগম:** মানুহে কথা কওঁতে একে ধ্বনিকেইটামানৰ ভিতৰত কেতিয়াবা এঠাইত অলপ বৈ আৰু কেতিয়াবা আন ঠাইত বৈ উচ্চাৰণ কৰে আৰু তেতিয়া দুয়ো ক্ষেত্রতে দুটা বেলেগ অর্থ প্রকাশিত হয়। সমধ্বনিৰ মাজৰ এনে বিৰামক সংগম বোলা হৈছে; যেনে, হিন্দী ভাষাত তুম্ হাৰে আৰু তুম্হাৰে এই দুয়ো ক্ষেত্রত ধ্বনিবোৰ একে, কিন্তু অর্থ বেলেগ বেলেগ। প্রথমৰ ধ্বনিকেইটাৰ অর্থ হ'ল তুমি পৰাজিত হ'লা; দ্বিতীয় অংশৰ ধ্বনিকেইটাৰ অর্থ হ'ল তোমাৰ। ইয়াত প্রথমৰ ধ্বনি-কেইটাৰ ম্ ৰ পাছত অলপ ৰোৱা গৈছে বা বিৰাম লোৱা হৈছে আৰু দ্বিতীয় অংশৰ ধ্বনিবোৰৰ মাজত কোনো বিৰাম হোৱা নাই। গতিকে আমি প্রথম অংশটোক তুম্+হাৰে আৰু দ্বিতীয় অংশটোক তুম্–হাৰে এইদৰে লেখিব পাৰোঁ। তেতিয়া প্রথমটোক মুক্ত সংগম আৰু দ্বিতীয়টোক বদ্ধ সংগম বুলিব। ইংৰাজীত night+rate আৰু night-rate ক্রমে মুক্ত আৰু বদ্ধ সংগম। অসমীয়াত সি বা+কি থায় আৰু সি বা–কি থায় ক্রমে মুক্ত আৰু বদ্ধ সংগম। শব্দৰ আক্ষৰিক বিভাজনৰ সৈতে সংগম ঘনিষ্ঠভাৱে জড়িত। কাৰণ অক্ষৰবোৰৰ মাজত প্রায় ধৰিব নোৱৰা বিৰাম থাকে আৰু সেই বিৰামক মুক্ত সংগমৰ সৈতে যুক্ত কৰিব পাৰি।

১২৭ **শ্রুতিধ্বনি:** কেতিয়াবা কেতিয়াবা ওচৰাউচৰিকৈ থকা দুটা বিভিন্ন ধ্বনি উচ্চাৰণ কৰি এটাৰ পৰা আনটোলৈ যাওঁতে মাজতে হঠাৎ এটা নতুন ধ্বনি উচ্চাৰিত হয়। এনে ধ্বনিক শ্রুতি বোলে। উদাহৰণ

৫২ Bloch and Trager: *Outline of Linguistic Analysis*, 1942 p. 23

স্বৰূপে অসমীয়াত কোনো শব্দত দুটা স্বৰধ্বনি ওচৰাউচৰিকৈ থাকিলে তাৰ প্ৰথমটো যদি ই নাইবা উ হয়, তেনেহ'লে ইৰ পিছত য় আৰু উৰ পিছত ৱ আপোনাআপুনি উচ্চাৰিত হ'ব; যেনে, শিয়াল: শ-ই-আ-ল > শ-ই-য়-আ-ল, পুৱা: প-উ-আ > প-উ-ৱ-আ। হ ধ্বনিও কেতিয়াবা এনেদৰে হঠাৎ উচ্চাৰিত হ'ব পাৰে; যেনে, শূকৰ>শূঅৰ> শূ আৰ>শ-উ-হ-আ-ৰ>শূহাৰ>চুহাৰ (কাম.)। এনেকুৱা শ্ৰুতিধ্বনিক পৰ বা পশ্চাৎ শ্ৰুতিধ্বনি নাম দিয়া হৈছে। কেতিয়াবা কোনো শব্দৰ আগত অকস্মাৎ উচ্চাৰিত হোৱা ধ্বনিক পূৰ্ব শ্ৰুতি বোলে; যেনে, স্কুল>ইস্কুল, স্নান>অস্নান (হি.), অস্থি>হড্‌ডী (হি.)।[৫৩]

১২৮ **বলাঘাত, সুৰ আৰু সুৰলহৰ:** কথা কওঁতে বাক্যৰ আটাইবোৰ শব্দক সমান ধৰণে উচ্চাৰণ কৰা নহয়। তাৰ ভিতৰত কোনো এটা বা দুটা শব্দ স্পষ্ট হয় আৰু আনবোৰ নহয়। শব্দৰ ক্ষেত্ৰতো শব্দৰ কোনো এটা অক্ষৰ বেছি স্পষ্ট হয় আৰু আন এটা অক্ষৰ সিমান স্পষ্ট নহয়। শব্দৰ মাজৰ স্পষ্টতাৰ এনে তাৰতম্যক বলাঘাত বোলে। যিটো অক্ষৰ বেছি স্পষ্ট তাৰ ওপৰত বলাঘাত পৰিছে বুলি কোৱা হয়। কোনো কোনো ভাষাত শব্দৰ বেলেগ বেলেগ অক্ষৰত বলাঘাত পেলাই বেলেগ অৰ্থ কৰা হয়। তাৰ ভিতৰত ইংৰাজী ভাষাও এটা। ইংৰাজীত বলাঘাতৰ তাৰতম্য অনুসৰি কোনো এটা শব্দ বিশেষ্য আৰু ক্ৰিয়া দুই ৰূপত দেখা যাব পাৰে; যেনে, ইম্পোর্ট আৰু ইম্পোর্ট। একোটা শব্দক তেনেদৰে বেলেগ বেলেগ সুৰত উচ্চাৰণ কৰিব পাৰি। কণ্ঠতন্ত্ৰীৰ দৃঢ়তা বঢ়াই নাইবা কমাই এনে কৰা হয়। কিছুমান ভাষাত শব্দৰ বিভিন্ন সুৰ অনুযায়ী অৰ্থৰ তাৰতম্য ঘটে। ইয়াৰ নাম সুৰ। চীনা ভাষা এনে এবিধ সুৰযুক্ত ভাষা। অসমৰ জনজাতীয় ভাষাবোৰো প্ৰধানকৈ সুৰযুক্ত। উদাহৰণ স্বৰূপে দেউৰী-চুতীয়া ভাষাৰ নিম্ন স্তৰৰ পৰা উচ্চ স্তৰলৈ গতি কৰা 'চি' আৰু উচ্চ স্তৰৰ পৰা নিম্ন স্তৰলৈ গতি কৰা 'চি' শব্দ দুটা চাব পাৰি। ইয়াৰ প্ৰথমটোৰ অৰ্থ হ'ল তেজ আৰু দ্বিতীয়টোৰ অৰ্থ হ'ল মৰ্। খামটি ভাষাত চাৰিটা সুৰ অতি স্পষ্ট—(১) নিম্ন (২) উচ্চ (৩) মধ্য (৪) মধ্য নিম্ন। সেই অনুযায়ী মা শব্দটোৰ অৰ্থ ক্ৰমে হয় ঘোঁৰা, কুকুৰ, পাগল আৰু আহা। তেনেকৈ ফা[১] (দা) ফা[২] (কাপোৰ) ফা[৩] (বেৰ) ইত্যাদি।

৫৩ তিৱাৰী, ভোলানাথ: ভাষা-বিজ্ঞান, ৪ৰ্থ তাঙৰণ, পৃঃ ৩১৭

একোটা বাক্যও বিভিন্ন সুৰত উচ্চাৰিত হ'ব পাৰে। বাক্যত সুৰৰ উঠা নমাক বাক্যৰ সুৰ বা সুৰলহৰ বোলে। সকলো ভাষাত সুৰলহৰ থাকে। কিন্তু সুৰ সকলো ভাষাত নাথাকে। অসমীয়া ভাষাত বলাঘাত আৰু সুৰ অনুযায়ী শব্দৰ অৰ্থৰ ভিন্নতা প্ৰকাশ নাপায়। কিন্তু সুৰলহৰ অনুযায়ী ভিন্ন অৰ্থ প্ৰকাশিত হয়; যেনে, তুমি আহিবা। তুমি আহিবা? তুমি আহিবা! প্ৰথমটোত আজ্ঞা, দ্বিতীয়টোত প্ৰশ্ন আৰু তৃতীয়টোত আশ্চৰ্যৰ ভাব মিহলি হৈ আছে।

১২৯ **ধ্বনি-বিজ্ঞান আৰু বিশিষ্টধ্বনি-বিজ্ঞান:** ওপৰত উল্লেখ কৰা ধ্বনিৰ উৎপত্তি বিষয়ক আলোচনাক একেবাৰে সম্পূৰ্ণ বুলি ক'ব নোৱাৰি। সিয়ে ধ্বনি-উচ্চাৰণৰ ক্ষেত্ৰ যে বিশাল তাৰ আভাস দিব। ধ্বনিযন্ত্ৰৰ সহায়েৰে অলেখ ধ্বনি উচ্চাৰণ কৰিব পাৰি আৰু সেইবোৰ বুজাবৰ কাৰণে ধ্বনি-বিজ্ঞানত স্বকীয়া প্ৰতীক আদিও ব্যৱহাৰ কৰা হয়। অন্তৰ্ৰাষ্ট্ৰীয় ধ্বনি-সন্থাই এনে কিছুমান প্ৰতীক মানি লৈছে। সিটো পৃষ্ঠাত তাৰ হুবহু চিত্ৰ দিয়া হ'ল। কিন্তু কোনো এটা ভাষা কোৱা লোক এজনৰ পৰা যদি ভাষাটোৰ ধ্বনি সম্বন্ধে চাবলৈ বিচৰা যায়, তেন্তিয়া ধ্বনি-বিজ্ঞানীসকলৰ ভিতৰত কোনো দুজন এক মতৰ নহ'ব। অৰ্থাৎ যি জনৰ পৰা ভাষাটোৰ ধ্বনি শুনিছে, সিজনৰ পৰা প্ৰত্যেকেই স্বকীয়া ধৰণে বিবৰণ দিব। কোনো ভাষাৰ ধ্বনি-প্ৰতিলেখনৰ বিজ্ঞানসম্মত উপযোগিতাৰ এটা সীমাবদ্ধতা আছে। গতিকে দৰ্কাৰ হয় বিশিষ্টধ্বনি-লিপিৰ, য'ত কোনো এটা ভাষাৰ ধ্বনিবোৰৰ সংখ্যা সঙ্কুচিত কৰি কেইটামান স্পষ্ট এককত পেলাব পাৰি। যিটো ধ্বনিৰ এটাৰ ঠাইত আন এটা বহুৱালে (বাকী অংশ একে ৰাখি) অৰ্থৰ পৰিৱৰ্তন ঘটে তেনেকুৱা ধ্বনিক বিশিষ্টধ্বনি বোলে। অসমীয়াৰ বিল, বেল (স্কুল বা কলেজৰ), বেল (গছৰ) এই তিনিটা শব্দ ল'ব পাৰি। ইয়াত ই, এ, এ' এই ধ্বনিকেইটাৰ বাহিৰে শব্দ কেইটাৰ প্ৰত্যেকৰে বাকী অংশ দুটা একে আৰু এই ধ্বনিকেইটাই শব্দকেইটাৰ অৰ্থবো ভিন্নতা সূচাইছে। গতিকে ই, এ আৰু এ' অসমীয়াত বিশিষ্ট স্বৰধ্বনি। কোনো ভাষাৰ বিশিষ্ট-ধ্বনি নিৰ্ণয় কৰাৰ আগতে ধ্বনি-বিজ্ঞানৰ পদ্ধতি প্ৰয়োগ কৰি উচ্চাৰিত হোৱা আটাইবোৰ ধ্বনি সংগ্ৰহ কৰি বিশিষ্টধ্বনিবোৰ বাছি উলিয়াব লাগে। অৰ্থাৎ কোনো ভাষাৰ ধ্বনি বিষয়ক আলোচনা কৰিবলৈ হ'লে ধ্বনি-বিজ্ঞান আৰু বিশিষ্টধ্বনি-বিজ্ঞান দুয়ো বিধৰে আৱশ্যক।

# তিনি

১৩০ **ভাষাৰ পৰিৱৰ্ত্তন:** জগতখনৰ বস্তুবোৰ যিদৰে সদায় একে ধৰণে নাথাকে, কোনো এঠাইৰ ভাষাও চিৰকাল একেটা ৰূপত নাথাকে। কোনো এটা ভাষা-কোৱা ঠাই এডোখৰৰ মানুহৰ আন ভাষা-কোৱা ঠাইৰ মানুহৰ লগত সম্বন্ধ ঘটাবলগীয়া হয়। এই সম্বন্ধ বন্ধুভাৱেও হ'ব পাৰে, শত্ৰুভাৱেও হ'ব পাৰে। ব্যৱসায়-বাণিজ্য, কলা, সংস্কৃতি, বিজ্ঞান, ধৰ্ম্ম আদিৰ যোগাযোগৰ ফল স্বৰূপেও বিভিন্ন ঠাইৰ লগত সম্বন্ধ ঘটিব পাৰে। এনে হোৱা কাৰণে এঠাইৰ ভাষাৰ প্ৰভাৱ আন এঠাইৰ ভাষাত পৰেগৈ। ফলত কোনো এঠাইৰ ভাষাৰ সময়ত কিছু পৰিৱৰ্তন হয়। এই পৰিৱৰ্তনৰ দুটা ৰূপ: এটা বহিৰ্ৰূপ আৰু এটা অন্তৰ্ৰূপ। ভাষাৰ পৰিৱৰ্তনৰ আৰু দুটা ভাগ হ'ব পাৰে। এটা মুখ্য আৰু এটা গৌণ। সমাজৰ সকলো পৰিৱৰ্তন প্ৰথমতে এজন বা দুজন মানুহৰ ক্ষেত্ৰত ঘটে; পাছত সেইটো কেতিয়াবা আনেও গ্ৰহণ কৰে। ভাষা সম্পৰ্কীয় যি পৰিৱৰ্তন প্ৰথমতে এজন বা দুজনৰ মাজত আবদ্ধ থাকে তাক মুখ্য পৰিৱৰ্তন আৰু সি যেতিয়া আন বহুতৰ সৈতে ব্যাপ্ত হয় তেতিয়া তাৰ নাম হয় গৌণ পৰিৱৰ্তন।

১৩১ ভাষাৰ বহিৰ্ৰূপ সলনি হোৱাৰ মূলত আছে ভাষাৰ ধাৰ কৰা ৰীতি। ব্যক্তিয়ে ব্যক্তিৰ পৰা নাইবা ৰাষ্ট্ৰই ৰাষ্ট্ৰৰ পৰা ধাৰ লোৱাৰ নিচিনা কোনো এটা ভাষাই আন এটা ভাষাৰ পৰা ধাৰ লয়। সাধাৰণ ঋণ আৰু ভাষা বিষয়ক ঋণৰ ভিতৰত এটা ডাঙৰ পাৰ্থক্য হৈছে এয়ে যে ইয়াত মহাজন আৰু ধৰুৱা দুয়ো পক্ষৰ ভিতৰত কোনো প্ৰকাৰৰ কাজিয়া-পেচাল নহয়। মহাজনে কেতিয়াও ধাৰ পৰিশোধ কৰিবলৈ নকয় আৰু ধৰুৱাই যিমান ইচ্ছা সিমান ধাৰ ল'ব পাৰে। অৱশ্যে বৰ বেছিকৈ ধাৰ ললে নিজৰ অস্তিত্ব নাইকিয়া হোৱাৰ ভয় নথকা নহয়। জগতৰ আটাইবোৰ চহকী ভাষাতে ধাৰ কৰা দৃষ্টান্ত অলেখ। আন ভাষাৰ পৰা ধাৰ কৰি ইংৰাজী ভাষায়ো শব্দভাণ্ডাৰৰ পৰিসৰ বঢ়াইছে। ইংৰাজী টেবুল শব্দটো লেটিন ভাষাৰ (tabula) শব্দৰ পৰা লোৱা, ছুগাৰ আৰবীৰ মাজেৰে সংস্কৃত শৰ্কৰা শব্দৰ পৰা লোৱা, পিয়ানো শব্দটো ইটালীয় ভাষাৰ। সেইদৰে ইংৰাজীত ব্যৱহাৰ হোৱা পণ্ডিত শব্দটোও ভাৰতীয়: মালয় ভাষাৰ পৰা বেম্বু, ওৰাং

উটান ; দ্ৰাবিড়-ভাষাৰ পৰা বিটল (betel), কেলিকো ; বঙলাৰ পৰা বাংলো ; হিন্দীৰ পৰা জাঙ্গল ; পাৰছীৰ পৰা ছাহ, আৰবীৰ পৰা হেৰেম ; কোৰান ; অষ্ট্ৰেলীয়াৰ পৰা কেঙ্গাৰু ; আফ্ৰিকাৰ ভাষাৰ পৰা চিম্পাঞ্জী, গৰিলা, জেব্ৰা আদি শব্দ ইংৰাজীত সোমাইছে।[৫৪] কেতিয়াবা বিদেশী শব্দ নাইবা বাক্যাংশ একোটাক স্থানীয় ভাষাত অনুবাদ কৰাও দেখা যায়। সেইবোৰক অনুবাদাগত ধাৰ বোলে। কিছুমান শব্দৰ সহজে প্ৰতিশব্দ দিব পাৰি ; যেনে, ইংৰাজী এৰোপ্লেনক ভাৰতীয় ভাষাত বিমান কৰা হৈছে। অসমীয়াত আকাশী যান বা আকাশী জাহাজ বা উৰাজাহাজ শব্দকেইটা একো অযোগ্য নহয়। কিছুমানে ইং· টৰ্চ লাইট আৰু ফাউণ্টেন পেনৰ ঠাইত অসমীয়াত চুঙা-চাকি আৰু নিজৰি-কাপ শব্দৰ ব্যৱহাৰ চলাইছিল। সোণালী সুযোগ, আন হাতে আদি বাক্যাংশ ইংৰাজী গোল্ডেন অপৰ্চুনিটি আৰু অন ডি আডাৰ হেণ্ডৰ অনুবাদ।

১৩২ ভাষাৰ ধাৰ বুলিলে ধ্বনি, শব্দ-গঠন-প্ৰণালী আৰু শব্দাৱলীৰ ধাৰক বুজায়। প্ৰথম দুবিধতকৈ এটা ভাষাৰ পৰা আন এটালৈ শব্দহে সহজে আহে। কোনো এটা ভাষাৰ চলিত প্ৰণালীটোৰ পৰা ব্যতিক্ৰমৰূপে দেখা দিয়া যি কোনো ভাষা বিষয়ক ঘটনাই ভাষা বিষয়ক ঋণ। এটা ভাষাত হয়তো এটা বিশেষ ধ্বনি সচৰাচৰ উচ্চাৰণ কৰা নহয়। কিন্তু দুই এটা শব্দত যদি তাক শুনা যায় তেনেহ'লে তাক আন ভাষাৰ পৰা অহা ধ্বনি বুলি বিবেচনা কৰিব পাৰি। উদাহৰণ স্বৰূপে সংস্কৃতৰ তালব্য শ, মূৰ্ধন্য ষ আৰু দন্ত্য স এই বিভিন্ন ধ্বনি তিনিটা অসমীয়াত অযুক্ত ধ্বনি হ'লে এটা ধ্বনি 'স' ৰূপে উচ্চাৰিত হয়। সেই কাৰণে লেখোঁতে শব্দ, ষষ্ঠ, সত্য, আকাশ আদিক অসমীয়াত উচ্চাৰণত কৰা হয় সব্দ, সচ্‌থ, সইত্ত আৰু আকাস বুলি। তেতিয়াহ'লে সংস্কৃত বিংশ শব্দৰ পৰা উৎপন্ন হোৱা বিশ (একুৰি) শব্দৰ উচ্চাৰণ [বিস] হোৱা উচিত আছিল। কিন্তু বিশক (বিচ্‌) বুলিহে মতা হয়। সেই অনুক্ৰমত এবৈচ, বাইচ আদি উচ্চাৰিত হয়। এই ব্যতিক্ৰমটো আন ভাষাৰ ধ্বনিৰ প্ৰভাৱৰ ফল। ভাৰতীয় আৰ্য-ভাষাত মূৰ্ধন্য ধ্বনিৰ ব্যৱহাৰ দ্ৰাবিড়ীয় ভাষা-পৰিয়ালৰ প্ৰভাৱতে হোৱা অৰ্থাৎ সেই পৰিয়ালৰ ভাষাৰ পৰা ধাৰ কৰা।

৫৪ Sturtevant : *An Introduction to Linguistic Science* 1947 p. 143.

১৩৩ কোনো এটা ভাষাই একে ভৌগোলিক সীমাৰ ভিতৰত আন ভাষা বা উপভাষাৰ পৰা, একে ৰাষ্ট্ৰৰ আন ভাষাৰ পৰা নাইবা বিদেশী ভাষাৰ পৰাও শব্দ ধাৰ কৰিব পাৰে। এটা ভাষাই আন এটা ভাষাৰ পৰা ধাৰ কৰোঁতে এঠাইৰ বস্তু আন ঠাইলৈ অনাৰ নিচিনা বান্ধি-চাতি অনা নহয়। ভাষাৰ সকলো প্ৰকাৰৰ ধাৰৰ গুৰিত আছে কোনো এজন দ্বিভাষী। তেওঁ খেতিয়ক, বেপাৰী, পণ্ডিত, সংবাদসেৱী, অনাতাৰ বক্তা আদি যি কোনো লোক হ'ব পাৰে। গতিকে ধাৰ কৰা প্ৰথা কোনো ভাষাৰ কোনো এটা বিশেষ সময়ৰ অৱস্থা নহয়। ই চিৰন্তনীয় প্ৰথা। বিভিন্ন ঠাইৰ মাজত সাংস্কৃতিক বিনিময় থকালৈকে ই চলি থাকিব।

১৩৪ এটা ভাষাই আন এটা ভাষাৰ পৰা শব্দ ধাৰ কৰাৰ এটা কাৰণ হ'ল আৱশ্যকতা বা অভাৱ পূৰণৰ অভিপ্ৰায়। সকলো দেশত একে ধৰণৰ বস্তু উৎপন্ন নহয়। বেলেগ বেলেগ সমাজৰ নীতি-নিয়ম, খোৱা-লোৱা, সাজ-পাৰ আদিও বেলেগ বেলেগ। এনে অৱস্থাত এখন ঠাই বা সমাজত নথকা কিছুমান বস্তু আন ঠাই বা সমাজলৈ আহিলে সেই সেই বস্তুবোৰ বুজাবলৈ নতুন শব্দৰ সৃষ্টি কৰিবলগীয়া হয়। কিন্তু এটা শব্দৰ সৃষ্টি কৰাতকৈ থকা শব্দটোকে গ্ৰহণ কৰাটো সহজ কাম। সেয়েহে সেই বস্তুবোৰ বুজোৱা শব্দবোৰ নতুন ঠাইত প্ৰচলিত হৈ উঠে। ইংৰাজী ভাষাৰ পৰা এনে ধৰণৰ বহুতো শব্দ অসমীয়াই গ্ৰহণ কৰিছে। সেইবোৰৰ কিছুমান সভ্যতা আৰু সাজ-পাৰসূচক, কিছুমান শিক্ষা বিষয়ক, কিছুমান বাণিজ্যৰ লগত জড়িত আৰু কিছুমান ক্ৰিড়া সংক্ৰান্ত আদি। তলত কেইটামান উদাহৰণ দিয়া হ'ল ; যেনে, অফিছ, ফৰম, ফাইল, ডিৰেক্টৰ, জেইল, পুলিছ, পিষ্টল, চাইকেল, মটৰ, ৰেল, ষ্টেছন, টিকট, টেলিগ্ৰাম, টেলিফোন, ৰেডিঅ', ফটো, ডাক্তৰ, হছপিটেল, ফাৰ্মাছি, এক্সৰে, কুইনাইন, পেনিছিলিন, লেম্প, 'লাইট, মাইক, কোট, পেণ্ট, টাই, ফ্ৰক, ব্লাউজ, ছেণ্ডেল, স্কুল, কলেজ, চেয়াৰ, বেঞ্চ, টেবুল, মাষ্টৰ, বেঙ্ক, চেক, ন'ট, ৰেছন, কণ্ট্ৰ'ল, ইক্বিওৰেঞ্চ, ফুটবল, ভলি, বেডমিণ্টন ইত্যাদি।*

১৩৫ সংস্কৃতি সম্পৰ্কীয় শব্দৰ ধাৰক সাংস্কৃতিক ধাৰ বুলি কোৱা হয়। সাংস্কৃতিক ধাৰে এটা জাতিৰ বা এখন দেশৰ আন এটা জাতি বা আন এখন দেশৰ ওপৰত পৰা প্ৰভাৱৰ কথাই সূচনা কৰে। আনভাৱে ক'বলৈ হ'লে

*দ্ৰষ্টব্য : অসমীয়া ভাষা আৰু সংস্কৃতি : অসমীয়া ভাষাত ইংৰাজী শব্দ

এটা জাতিয়ে আন এটা জাতিৰ পৰা কি শিকিছে সাংস্কৃতিক ধাৰৰ পৰা তাকো জানিব পাৰি। ফৰাচী ভাষাৰ পৰা ইংৰাজীয়ে মাইকী মানুহৰ সাজ-পাৰ, প্ৰসাধন আৰু বিলাসৰ সামগ্ৰী বুজোৱা অনেক শব্দ গ্ৰহণ কৰিছে। জাৰ্মানিৰ পৰা কিছুমান খাদ্যসংক্ৰান্ত শব্দ, কিছুমান দাৰ্শনিক শব্দ আৰু বৈজ্ঞানিক শব্দ লৈছে। ইটালীৰ পৰা বাদ্যযন্ত্ৰ সম্বন্ধীয় শব্দ ইংৰাজীলৈ আহিছে। এটা ভাষাই আন এটা ভাষাৰ পৰা শব্দ-ধাৰৰ মূলত ধাৰ কৰা ভাষাটোৰ মৰ্যাদা নিহিত হৈ থাকে। মৰ্যাদা হেতুকে কেতিয়াবা এটা ভাষাই কোনো প্ৰাচীন ভাষাৰ পৰাও শব্দ গ্ৰহণ কৰিব পাৰে। ইংৰাজী ভাষাই গ্ৰীক আৰু লেটিন ভাষাৰ পৰাও বহুত শব্দ লৈছে। মৰ্যাদাসম্পন্ন প্ৰাচীন ভাষাৰ পৰা গ্ৰহণ কৰা শব্দক **পাণ্ডিত্যপূৰ্ণ শব্দ** বুলিব পাৰি। বিজ্ঞান, দৰ্শন আদি পাণ্ডিত্যপূৰ্ণ বিষয়ত এনে ধৰণৰ শব্দৰ ব্যৱহাৰ যথেষ্টৰূপে বৃদ্ধি পায়। ভাৰতীয় আৰ্য-ভাষাবোৰে এনে ক্ষেত্ৰত সংস্কৃতৰ পৰা অলেখ শব্দ গ্ৰহণ কৰিছে।

১৩৬ কোনো এটা ভাষা-কোৱা মানুহৰ প্ৰতি আন এটা ভাষা-কোৱা মানুহৰ উচ্চ মনোভাৱৰ কাৰণেও শব্দ কিছুমান এটা ভাষালৈ আহে। উচ্চ-ভাৱ-পোষণৰ ফলত ভাষাৰ উপৰি চাল-চলন, সাজ-পাৰ, খাদ্যাখাদ্য আদিৰ অনুকৰণো হয়। ইংৰাজসকলৰ প্ৰতি এনে মনোভাৱ থকা কাৰণে ভাৰতীয় ভাষালৈ কিছু পৰিমাণৰ ইংৰাজী শব্দ আহিছে। নিজক উচ্চৰূপে নাইবা উচ্চ ৰুচিসম্পন্ন যেন দেখুৱাবলৈও বহুতে মাতৃভাষাৰ শব্দ পৰিহাৰ কৰি আন ভাষাৰ আশ্ৰয় লয়। সম্বন্ধবাচক শব্দ কিছুমান, ল'ৰা-ছোৱালী আৰু পোহনীয়া জীৱ-জন্তুৰ নামকৰণ আদিত বিদেশী ভাষাৰ শব্দ-প্ৰয়োগৰ মূলত এনে মনোভাৱে কাৰ্য কৰে। পিতা, দেউতা, মা নাইবা আইৰ ঠাইত ডেডি, মামী, নামবাচক লিলি, ৰোজ, বিউটি, বেবি, ছুইটু, লাইকা, পুছি আদি শব্দৰ প্ৰচলনলৈ এই ক্ষেত্ৰত মন কৰিব পাৰি। কেতিয়াবা নিজ ভাষাৰ শব্দৰ প্ৰতি অৱহেলা নতুবা মাতৃভাষাৰ জ্ঞানৰ অভাৱতো এনে ঘটনা হয়। গণিত বা অঙ্কশাস্ত্ৰৰ ঠাইত মেথমেটিক্স, ভূগোলৰ ঠাইত জোগ্ৰাফি, কাণ্ডজ্ঞানৰ ঠাইত কমনছেন্স, দায়িত্ববোধৰ ঠাইত ৰেছপনছিবিলিটি এনে ধৰণৰ শব্দ ইংৰাজী জনা প্ৰায় সকলো মানুহে ব্যৱহাৰ কৰে।

১৩৭ দুটা ভাষা-কোৱা লোকৰ মাজত ঘনিষ্ঠ সম্পৰ্ক স্থাপিত হ'লে সাংস্কৃতিক শব্দৰ উপৰি দৈনন্দিন জীৱনত ব্যৱহৃত নানা ধৰণৰ শব্দ এটা

ভাষাই আন এটাৰ পৰা গ্ৰহণ কৰে। এনে ধৰণৰ ধাৰক ঘনিষ্ঠ ধাৰ বোলে। দুটা ভিন্ন ভাষা-কোৱা লোকৰ মাজত নানা প্ৰকাৰে সম্পৰ্ক ঘটিব পাৰে। অসমৰ পৰ্বতে-ভৈয়ামে বাস কৰা বিৱিধ ভাষা-কোৱা জনজাতিবোৰ আছে। তেওঁলোকৰ ভাষা প্ৰধানকৈ তিব্বত-বৰ্মীয় ভাষাগোষ্ঠীৰ। তেওঁলোক অসমৰ বিৱিধ ঠাইত সিঁচৰতী হৈ অতি প্ৰাচীন কালৰ পৰা থাকি অসমীয়াৰ লগত মিলা-মিচা কৰা হেতুকে তেওঁলোকৰ ভাষাৰ পৰা শব্দ অসমীয়াত সোমাইছে। এটা বেলেগ ভাষা-কোৱা লোকে যদি আন এটা ভাষা-কোৱা ঠাই এডোখৰ বাৰে বাৰে আক্ৰমণ কৰে তেতিয়া হ'লেও আক্ৰমণকাৰীসকলৰ ভাষাৰ শব্দ আক্ৰান্তসকলৰ ভাষাত সোমাব হি। তেৰ শতিকাৰ প্ৰাৰম্ভৰ পৰা সোতৰ শতিকাৰ শেষলৈকে মোগল সৈন্যই অসম আক্ৰমণ কৰিছিল। প্ৰায় ছাব্বিশ বছৰ কাল নামনি-অসমত মোগলৰ ৰাজত্ব স্থাপন হৈছিল। তাৰ ফলত তেওঁলোকৰ হিন্দুস্থানী ভাষাৰ মাজেৰে বহুত আৰবী, পাৰছী আৰু তুৰ্কী ভাষাৰ শব্দ অসমীয়াত প্ৰৱেশ কৰিছে। উকীল, আদালত, দৰ্খাস্ত, দলিল, খাজনা, মোকৰ্দমা, হাকিম আদি আইন বা শাসন বিষয়ক শব্দৰ উপৰি নানা তৰহৰ নিত্য ব্যৱহৃত শব্দৰ বহুতৰ মূল আৰবী, পাৰছী আৰু তুৰ্কী ভাষা। পাৰছীৰ পৰা অহা কিছুমান শব্দ হ'ল—কমাল, কাগজ, খৰচ, খোৰাক, খিছমিছ, গোলাপ, চান্দা, জেদ, জেদী, দৰ্জা, দোকান, পিয়লা, বকছিছ, মছলা, মম, মেতৰ, মোজা, লেকাম আদি। আৰবীৰ পৰা লোৱা শব্দ কেইটামান হ'ল—আফিং আছল, কাজিয়া, কলম, কিস্তি, খবৰ, খাতিৰ, গবজ, ছখ, ছৌখিন, ছৰবত, ছাবোন, দোৱাত, নকল, বদল, মজ্লিল, লেফাফা, লেপ, হজম, হাজিৰা আদি। তুৰ্কী ভাষাৰ পৰা অহা শব্দৰ সংখ্যা তাকৰ। তথাপি তাৰ কেইটামান প্ৰচলিত শব্দ হ'ল—কেঁচী, জেপ, কাবু, লাছ ইত্যাদি। অসমীয়া ভাষাৰ বিশ, বাইশ, আদি শব্দত (শ) ধ্বনি (চ) ধ্বনিত পৰিণত হোৱাৰ কাৰণো হিন্দুস্থানী ভাষাৰ সৈতে হোৱা সম্পৰ্ক।

১৩৮ কোনো এটা ভাষা-কোৱা মানুহে যদি আন ভাষা-কোৱা ঠাই এখন অধিকাৰ কৰি ৰাজত্ব চলায় তেতিয়াও শাসকসকলৰ ভাষাৰ শব্দ শাসিত লোকসকলৰ ভাষাত সোমাই পৰে। কিন্তু শাসনকৰ্তাসকলৰ সংখ্যা যদি তাকৰ হয় কিম্বা তেওঁলোকৰ অকল মতা মানুহবোৰ আহি অধিকৃত ঠাইত বিয়া-বাৰু চলায়, তেনেহ'লে তেওঁলোকৰ ভাষাৰ ঋণৰ পৰিমাণ কম

হয় ; এনে ক্ষেত্ৰত শাসকসকলৰ ভাষাৰ মৃত্যু ঘটে। সেই কাৰণে আহোম-সকলে ছশ বছৰ কাল ৰাজত্ব চলোৱা সত্ত্বেও তেওঁলোকৰ ভাষাৰ পৰা অসমীয়া ভাষালৈ অহা শব্দৰ সংখ্যা কম দিন ৰাজত্ব চলোৱা ইংৰাজসকলৰ ভাষাৰ তুলনাত যথেষ্ট কম। আক্ৰমণ নকৰাকৈ শান্তিপূৰ্ণভাৱেও কোনো ভাষা-কোৱা ঠাইলৈ আন ভাষা-কোৱা লোক আহিব পাৰে আৰু তেওঁলোকৰ ভাষা যদি সাংস্কৃতিক কাৰণত সময়ত গৈ মৰ্যাদা প্ৰাপ্ত হয় তেতিয়া সেই ভাষাত স্থানীয় ভাষাৰ সাঁচ ৰয় স্থানবাচক শব্দবোৰত। অসমীয়া ভাষাত স্থানবাচক আৰু নদীবাচক অনা-অসমীয়া ভাষাৰ কিছুমান শব্দ আছে ( পৰি. ৩ )।

১৩৯ ওপৰত দৰ্শোৱা কাৰণবোৰৰ বশৱৰ্তী হৈ আন ভাষাৰ দৰে অসমীয়া ভাষাই অসংখ্য আন ভাষাৰ শব্দ ধাৰ কৰিছে। ইংৰাজীৰ কথা বাদ দিলেও ভাৰতৰ আন প্ৰান্তীয় ভাষাৰ, আন ইউৰোপীয় আৰু বিদেশী ভাষাৰ শব্দ কিছুমান অসমীয়াত দৈনন্দিন ব্যৱহাৰ হ'বলৈ ধৰিছে। এই-খিনিতে বঙলা ভাষাৰ ৰসগোল্লা, ভেজাল, ; হিন্দীৰ সস্তা, ঠিক, ঠিকা, কেঁচা, ডকাইত, মিহী ; গুজৰাটীৰ হৰতাল ; পৰ্তুগীজৰ বাল্টি, আলমাৰি, আচাৰ, বটল, মিস্ত্ৰী, পাউৰুটী ; চীনা ভাষাৰ চাহ, চেনি ; জাপানীৰ ৰিকছ' ; ফৰাচী ভাষাৰ কাৰ্তিজ, কুপন ; ওলণ্ডাজৰ ইচক্ৰুপ, ছিৰ্তন, হৰ্তন, ৰহিতন, ইস্কাপন আদি শব্দবোৰলৈ আঙুলিয়াব পাৰি।

১৪০ সকলো ভাষাই আন ভাষাৰ পৰা ধাৰ লয়। তথাপি প্ৰত্যেক ভাষাৰ নিজস্ব কিছুমান শব্দআছে,এটা শব্দৰ পৰা আন এটা শব্দ সজোৱাৰ কিছুমান স্বকীয়া নিয়ম আছে। আন ভাষাৰ শব্দ গ্ৰহণ কৰিলেও সেই-বোৰক নিজ ভাষাৰ সাঁচত ঢালি, নিজ ভাষাৰ প্ৰচলিত শব্দবোৰলৈ আওকাণ কৰি হাতত পোৱা বিদেশী শব্দ এটাকে ব্যৱহাৰ নকৰি চলিব পৰাটোতে ভাষা এটাৰ সমৃদ্ধি আৰু উন্নতি নিৰ্ভৰ কৰে। মানুহে আনৰ ধাৰৰ ওপৰত চলি কিছুমান দিন থিউ থাকিলেও এদিনাখন নিজৰ ঠাইভোখৰকে এৰিবলগীয়া অৱস্থা হ'ব পাৰে, নাইবা আনৰ দ্বাৰা অপমানিত হোৱাৰ আশঙ্কাও নুগুচে। ভাষাৰ ক্ষেত্ৰত আন ভাষাৰ পৰা সকলো সময়তে ধাৰ কৰা অভ্যাসত এটা ভাষাৰ অস্তিত্ব লোপ পোৱা একো আচৰিত নহয়।

১৪১ শব্দ ধাৰ কৰা হেতুকে কোনো এটা ভাষাৰ শব্দ-ভাণ্ডাৰৰ পৰিৱৰ্তন কিদৰে হ'ব পাৰে ওপৰৰ আলোচনাৰ পৰা বুজা যাব। ভাষাৰ

পৰিৱৰ্তনৰ আন এটা দিশো আছে। এটা ভাষাই আন ভাষাৰ পৰা ধাৰ নকৰিলেও ভাষাটোৰ পৰিৱৰ্তন হ'ব পাৰে। ইয়াক ভাষা এটাৰ ভিতৰুৱা পৰিৱৰ্তন বোলে। এই ভিতৰুৱা পৰিৱৰ্তন ভাষাৰ শব্দমালা, শব্দৰ অৰ্থ, ৰূপ-গঠন, ধ্বনিতত্ত্ব আদি বিভিন্ন ক্ষেত্ৰত ঘটিব পাৰে। ভিতৰুৱা পৰিৱৰ্তনৰ এটা সাধাৰণ পৰিৱৰ্তন হৈছে কোনো এটা ভাষাৰ শব্দৰ লোপ আৰু বৃদ্ধি। নানা কাৰণত কোনো এটা ভাষাত পোৱা শব্দবোৰ সদায় একে ধৰণে নাথাকে। এসময়ত কোনো এটা ভাষাত থকা শব্দ কিছুমানৰ সময়ত ব্যৱহাৰ নোহোৱা হয় গৈ (§ ১৯০)। সমাজৰ অগ্ৰগতিৰ লগে লগে নানা ভাৱ-প্ৰকাশৰ হেতুকে আনহাতে কিছুমান শব্দৰ আৱশ্যক হৈ পৰে। তেতিয়া ধাৰ নকৰাকৈয়ে নতুন শব্দ কিছুমান সজাই লোৱা হয় (§ ১৯১)। এটা ভাষাত থকা শব্দবোৰৰ অৰ্থও সকলো সময়তে একে ধৰণে নাথাকে। শব্দৰ অৰ্থৰ পৰিৱৰ্তন হয় (§ ১৮০)। কোনো এটা ভাষাত এসময়ত হয়তো তিনিটা বচন, তিনিটা লিঙ্গ, কেইবাটাও শব্দ-বিভক্তি, কেইবাটাও কাৰক থাকিব পাৰে। কিন্তু সময়ত সেইবোৰৰ সংখ্যা কমি যাব পাৰে আৰু সিহঁতৰ গঠন-পদ্ধতিৰো সলনি হ'ব পাৰে। ভাষাৰ এনে পৰিৱৰ্তন হ'ল ৰূপ-গঠনৰ পৰিৱৰ্তন।

১৪১'১ ধ্বনিৰ ক্ষেত্ৰতো পৰিৱৰ্তন হয়। কোনো এটা ভাষাৰ বিভিন্ন সময়ৰ ৰূপৰ তুলনাৰ দ্বাৰা ভাষাটোৰ ধ্বনিতাত্ত্বিক পৰিৱৰ্তনৰ বিষয়ে গম পাব পাৰি। ধ্বনি-পৰিৱৰ্তনৰ ভিতৰত বিশিষ্টধ্বনিৰ পৰিৱৰ্তনটোৱে ভাষা এটাৰ উল্লেখযোগ্য পৰিৱৰ্তন। ইয়াক অৱয়ৱী পৰিৱৰ্তন বা ক্ৰমবিকাশ বুলিও কোৱা হয়। কোনো এটা ভাষাৰ ভিতৰুৱা ক্ৰমবিকাশ বা বিশিষ্টধ্বনিৰ পৰিৱৰ্তন লাহে লাহে হয়। ই ইমান মন্থৰ গতিত আগ বাঢ়ে যে সেই ভাষা-কোৱা লোকসকলে তাৰ গমকে নাপায়; গম পালেও সেই পৰিৱৰ্তনৰ অতি ক্ষুদ্ৰ অংশহে দেখে আৰু তাৰ ওপৰত বিশেষ গুৰুত্ব নিদিয়ে। শ শ বছৰ পাৰ হোৱাৰ পাছত অৱশ্যে আগতে থকা ভাষাৰ ৰূপৰ তুলনাত ভাষাটো যথেষ্টৰূপে ভিন্ন হৈ পৰে। বিশিষ্টধ্বনিৰ পৰিৱৰ্তনৰ আগতে ধ্বনিৰ পৰিৱৰ্তনহে ঘটে। সেই পৰিৱৰ্তনে সংধ্বনিৰূপে দেখা দিয়ে। কিছুমান ৰূপত ব্যৱহাৰ হোৱা আৰু সাদৃশ্য থকা দুটা ধ্বনিৰ এটা যদি এটা পৰিৱেশত আৰু এটা আন এটা পৰিৱেশত (যেনে, ৰূপবোৰৰ আদি, মধ্য বা অন্ত্য স্থানত; নাইবা স্বৰ আৰু ব্যঞ্জনধ্বনিৰ আগত বা পাছত, নতুবা ঘোষ বা অঘোষ ধ্বনিৰ

আগত বা পাছত ইত্যাদি ) ব্যৱহাৰ হয় ; তেতিয়া হ'লে সিহঁতৰ ভিতৰত যিটোৰ ব্যৱহাৰ বেছি সেইটোক মূল বিশিষ্টধ্বনি হিছাপে লৈ বাকীটোক তাৰ সংধ্বনি বুলি নিৰ্ধাৰণ কৰা হয়। উদাহৰণ স্বৰূপে দেউৰী-চুতীয়া ভাষাৰ কথাকে লোৱা হৈছে। এই ভাষাটোত সাদৃশ্য থকা দুটা ধ্বনিৰ এটা 'ঙ' আৰু আনটো 'ঞ'। 'ঙ' ধ্বনিটো ৰূপৰ আৰম্ভণিত ব্যৱহাৰ নহয়, ৰূপৰ মাজ বা শেষত হ'লে ব্যৱহাৰ হয়। কিন্তু 'ঞ' ধ্বনিটো ৰূপৰ আৰম্ভণিতহে ব্যৱহাৰ হয়। গতিকে এটা বিশিষ্ট পৰিৱেশত ব্যৱহাৰ হোৱা 'ঞ' ধ্বনিটো 'ঙ' ধ্বনিৰ সংধ্বনি। দুটা সাদৃশ্য থকা ধ্বনি একে পৰিৱেশত থাকি দুটা ভিন্ন অৰ্থ প্ৰকাশ কৰিলে ধ্বনি দুটা বিশিষ্টধ্বনিত পৰিণত হ'ব , যেনে, অস· তিল আৰু তে'ল। ভাষাৰ ভিতৰুৱা পৰিৱৰ্তনত ভিতৰুৱা ধাৰে যথেষ্ট সহায় কৰে।

১৪২ **সাদৃশ্য :** ভিতৰুৱা ধাৰক সাদৃশ্য বুলিও কোৱা হয়। ইও এক প্ৰকাৰ পৰিৱৰ্তনেই। ইয়াক প্ৰধানকৈ ল'ৰা-ছোৱালীয়ে সৰুতে মাতৃভাষা আয়ত্ত কৰোঁতে দেখা যায়। প্ৰত্যেক ভাষাত কিছুমান শব্দৰ পৰা আন কিছুমান শব্দ গঢ়ি উঠোঁতে একোটা বিশেষ নিয়ম থকা যেন লাগে। কিন্তু দুই এটা তাৰ ভিতৰত ব্যতিক্ৰমো দেখা যায় ; যেনে, অসমীয়া ভাষাত √ খা ৰ পৰা খালে, √ শুৰ পৰা শুলে আদি ৰূপ হয়। কিন্তু √ যা ৰ পৰা যালে নহৈ গ'লে হয়। সেই কাৰণে সৰু ল'ৰা-ছোৱালীয়ে আগৰ শব্দকেইটাৰ পৰিৱৰ্তনৰ ধাৰা অনুযায়ী গ'লেৰ ঠাইত যালে ক'ব। ইংৰাজীতো তেনেকৈ সচৰাচৰ একবচনৰ শব্দৰ পিছত—ছ (S) লগ লগাই বহুবচন কৰা হয় ; যেনে-কট, কটছ ; হেট, হেটছ ; বুক, বুকছ ইত্যাদি। এইবোৰৰ অনুকৰণত ইংৰাজ ল'ৰা-ছোৱালীয়ে ফুটৰ পৰা ফুট্‌ছ কৰিব। ইয়াৰ নাম সাদৃশ্য। প্ৰথমতে সকলো ল'ৰা-ছোৱালীয়ে এনে প্ৰয়োগ কৰে। পিছত ডাঙৰৰ পৰা শুনি বা শুধৰাই সেইবোৰৰ প্ৰয়োগ নকৰা হয়। অসতৰ্ক মুহূৰ্তত এনে প্ৰয়োগ পিছতো কৰা হয়। অসমীয়াত পুৰুষবাচক শব্দৰ পিছত—নী প্ৰত্যয় লগ লগাই স্ত্ৰীবাচক কৰা হয়। এনে নিয়মৰ সাদৃশ্যত ইংৰাজী শব্দ মাষ্টৰৰ লগত—নী লগাই মাষ্টৰনী কৰা হৈছে। তেনেকৈ মেম শব্দটো ইংৰাজী মেডেম শব্দৰ পৰা হোৱা। কিন্তু তাৰ পিছতো—নী লগাই মেমনী শব্দ গঢ়া হৈছে। ইংৰাজী হেডমাষ্টৰৰ সাদৃশ্যত হ'লগৈ হেডপণ্ডিত। অকল প্ৰত্যয়ৰ ক্ষেত্ৰতে নহয় ধ্বনি, ৰূপ, ৰূপ-ৰচনা, বাক্য-ৰচনা আৰু শব্দাৰ্থৰ

ক্ষেত্ৰতো সাদৃশ্যই কাম কৰে। তাৰ ফলত ভাষাত পৰিবৰ্ত্তনে দেখা দিয়ে।

১৪৩ প্ৰথমতে ধ্বনিৰ ক্ষেত্ৰত সাদৃশ্যই কেনেদৰে কাম কৰে চোৱা যাওক। ইংৰাজী shall আৰু will শব্দত l ধ্বনি আছে কাৰণে সিহঁতৰ পৰা ক্ৰমে should আৰু would পোৱা গ'ল। কিন্তু can শব্দত l ধ্বনি নাই; তথাপি আন দুটা শব্দৰ সাদৃশ্যত তাতো l ধ্বনি আহি could ৰূপ পালে। ফৰাচী plaisir শব্দৰ পৰা ইংৰাজীত* pleasir হ'ব লাগিছিল। কিন্তু measure ( ফৰাচীত mesure ) শব্দৰ সাদৃশ্যত শেষৰ অংশ—ure লৈ ৰূপান্তৰিত হৈ শব্দটো হ'লগৈ pleasure. ফৰাচী femelle শব্দৰ পৰা মধ্যযুগীয় ইংৰাজীত শব্দটো হ'ল femel (e). কিন্তু male শব্দৰ সাদৃশ্যত নব্য ইংৰাজীত e>a আৰু শব্দটো হ'ল female. সংস্কৃতৰ দ্বাদশ শব্দৰ সাদৃশ্যত একদশ শব্দ একাদশ হ'ল। ইয়াত আ ৰ সাদৃশ্যত অ>আ. ৰূপ-ৰচনাৰ ক্ষেত্ৰত সাদৃশ্যৰ প্ৰভাৱৰ বিষয়ে ওপৰত প্ৰত্যয় সম্পৰ্কীয় কিছুমান উদাহৰণ দিয়া হৈছে। সেইবোৰৰ উপৰি আন কিছুমানৰ উল্লেখ কৰিব পাৰি। হিন্দীত তীন শব্দৰ পৰা তীনোঁ স্বাভাৱিকভাৱে সিদ্ধ হ'ব। কিন্তু তাৰ সাদৃশ্যত দো শব্দৰ পৰাও দোনোঁ হ'ল। আৰবী, পাৰচী ভাষাৰ ৰূহ, উম্ৰ, ফতহ, কিতাব আদি স্ত্ৰীবাচক শব্দৰ সাদৃশ্যত তৎসম পুৰুষবাচক আত্মা, আয়ু, জয়, পুস্তক আদি শব্দ স্ত্ৰীবাচক হৈ পৰিল।[৫৫] প্ৰথমতে সংস্কৃতত যিবোৰ বস্তু স্বাভাৱিকতে এযোৰ হৈ আছিল তাতেই দ্বিবচনৰ ব্যৱহাৰ হৈছিল; যেনে কাণ দুয়ায় দুখন কাৰণে কৰ্ণৌ, তদ্বি দুখন কাৰণে পাদৌ ইত্যাদি। একেলগে সম্বন্ধিত দুজন ব্যক্তি বা দেৱতাৰ কাৰণেও দ্বিবচনৰ ব্যৱহাৰ চলিছিল; যেনে, ৰাম-লক্ষ্মণৌ, মিত্ৰাৱৰুণৌ। সময়ত গৈ দুটাৰ মাজত সম্বন্ধ নথকা বস্তু বা প্ৰাণীৰ ক্ষেত্ৰতো দ্বিবচনৰ প্ৰয়োগ চলিবলৈ ধৰিলে; যেনে, সিংহ-শৃগালৌ। সাদৃশ্যৰ ফলত সংস্কৃতৰ বহুৰূপতা প্ৰাকৃতত ক্ষীণ হৈ পৰিছে। সংস্কৃতত কেইবাটাও গণত ধাতু-বোৰৰ ভিন্ন ৰূপ হৈছিল। প্ৰাকৃতত বেছি ভাগ ধাতু ভ্বাদিগণীয় হ'ল। শব্দ-বিভক্তি আৰু আন আন ক্ষেত্ৰতো এনেদৰে সমৰূপতাৰ সৃষ্টি হৈছে। শব্দৰ ক্ষেত্ৰত সাদৃশ্যৰ প্ৰভাৱৰ উদাহৰণ স্বৰূপে কাৰকনীৰ জীয়ত, জীয়াত <জীৱন্ত শব্দটো মন কৰিবলগীয়া। ইয়াৰ সাদৃশ্যত মৰত হৈ মাত্ৰ

৫৫ শৰ্মা, দেবেন্দ্ৰ নাথ: ভাষা-বিজ্ঞান কী ভূমিকা, পৃষ্ঠা ২০৬

অসমীয়াত মৰতী শব্দৰ উদ্ভৱ হৈছে। বাক্য-ৰচনাৰ ক্ষেত্ৰত সাদৃশ্যৰ প্ৰভাৱৰ বিষয়ে ইয়াকে ক'ব পাৰি যে ইংৰাজী মিশ্ৰ আৰু যৌগিক বাক্যৰ সাদৃশ্যত অসমীয়াতো তেনে ধৰণৰ বাক্য-ৰচনা হ'বলৈ ধৰিলে। ইংৰাজীত that লগাই বাক্যটো দীঘল কৰা ৰীতিৰ অনুকৰণত অসমীয়াতো যে বহুৱাই দীঘল বাক্য-ৰচনাৰ প্ৰচলন বাঢ়িছে। শব্দৰ অৰ্থৰ ক্ষেত্ৰত সাদৃশ্যই কেনেদৰে কাম কৰে তাৰ উদাহৰণ লোক-বুৎপত্তিত (§ ১৮৯) পোৱা যাব। তাৰ বাহিৰে আৰু দুই এটা উদাহৰণ চাব পাৰি : প্ৰশ্ৰয় শব্দটোৰ সংস্কৃতত বিনয়, শিষ্টতা, নম্ৰতা আদি অৰ্থ আছিল। কিন্তু আশ্ৰয় শব্দৰ সাদৃশ্যত তাৰো প্ৰায় একে অৰ্থ হ'ল গৈ। সাদৃশ্য এক প্ৰকাৰ ধাৰ ; মাত্ৰ ধাৰৰ উৎসটো ভাষাৰ ক্ষেত্ৰৰ বাহিৰত নহয়। ভাষা এটাৰ ভিতৰতে সি আছে।

১৪৪ পশ্চ গঠন : সাদৃশ্যৰ আন এটা ভাগ আছে। প্ৰচলিত একোটা শব্দৰ দীঘল আৰু চুটী ৰূপৰ সাদৃশ্যত কেতিয়াবা মাত্ৰ দীঘল ৰূপৰ প্ৰচলন থকা শব্দৰ পৰা একোটা চুটী ৰূপ কৰা হয় ; যেনে, ইংৰাজী ষ্টোনছ , ষ্টোন আদি শব্দৰ সাদৃশ্যত মধ্যযুগৰ ইংৰাজীৰ বহুবচনৰ ৰিডেলছ (redels) ৰূপৰ পৰা আধুনিক ইংৰাজীৰ একবচন ৰিডল্ (riddle) ৰূপ হৈছে। তেনেকৈ ইংৰাজী পীজ (peas) আৰু চেৰিজ (cherries) শব্দৰ পৰা পী (pea) আৰু চেৰি (cherry) শব্দৰ সৃষ্টি হৈছে। অৰ্থাৎ এটা শব্দ এটা মূল শব্দৰ পৰা প্ৰত্যয় যোগ হৈ হোৱা বুলি ধাৰণা কৰি আছলতে তেনে নোহোৱা শব্দ এটাৰো একোটা মূল নিৰ্ধাৰণ কৰা হয়। এই প্ৰথাৰ নাম পশ্চ গঠন। কোনো প্ৰকৃত বা কল্পিত প্ৰত্যয় নাইকিয়া কৰি এটা শব্দৰ পৰা আন এটা শব্দৰ সৃষ্টিৰ নাম পশ্চ গঠন : যেনে, peddle < peddler, buttle < butler. পশ্চ গঠনৰ ফলত নতুন শব্দ কিছুমানৰ সৃষ্টি হয়। এনে সৃষ্টিৰ কিছুমান জানি-শুনি কৰা আৰু কিছুমান অজানিত ভাবে হোৱা।[৫৬]

১৪৫ বিষমচ্ছেদ : সাদৃশ্যৰ প্ৰভাৱত বাক্যাংশ নাইবা শব্দৰ ৰূপবো (বিশ্লেষণ বিকৃতিৰ ফলত) পৰিবৰ্তন হয়, নতুন প্ৰত্যয় বা নতুন শব্দবো উদ্ভৱ হয়। শব্দ-বিকাৰৰ এনেকুৱা ৰূপক বিষমচ্ছেদ বোলা হৈছে। উদাহৰণ : সং. নৰঙ্গ > পাৰছী নাৰাঙ্গ > আৰবী নাৰঞ্জ > ইং. a norange > ইং. an orange. এনেকৈ norange শব্দৰ ঠাইত

৫৬ Sheard, J. A. *The Words we Use*, 1954 p. 83

orange শব্দটোৰ সৃষ্টি হ'ল। 'অসুৰ' শব্দটো মৌলিক। ইয়াৰ প্ৰথম অক্ষৰক নাস্ত্যৰ্থক অংশ বুলি ভাবি লোৱাৰ ফলত বিষমচ্ছেদ অনুযায়ী 'সুৰ' শব্দটো হ'ল।[৫৭] বিষমচ্ছেদক পশ্চ গঠন বুলিয়ে ক'ব পাৰি।

১৪৬ **বিশিষ্ট ধ্বনিৰ পৰিবৰ্তন:** কোনো এটা ভাষাৰ আভ্যন্তৰ ক্ৰমবিকাশ বা বিশিষ্টধ্বনিৰ পৰিবৰ্তন অৰ্থাৎ কোনো ভাষাৰ অন্তৰ্বৰ্তী পৰিবৰ্তনটোৱে ভাষা বিষয়ক প্ৰাথমিক পৰিবৰ্তন। শব্দমালাৰ পৰিবৰ্তনৰ কিছুমান কাৰণ পোৱা যায়। বিশিষ্টধ্বনিৰ পৰিবৰ্তনৰ কাৰণ নো কি? ইয়াৰ উত্তৰত ক'ব পাৰি যে মানুহৰ ধ্বনি-উচ্চাৰণৰ চলিত অভ্যাসৰ পৰিবৰ্তন ঘটে। ইয়াৰ লগত মানব-সংস্কৃতিৰ আন ফালবোৰ, মানৱৰ পাৰিপাৰ্শ্বিকতা, জলবায়ু, ব্যৱসায়, জাতীয় মনোভাব ইত্যাদি সাঙোৰা হৈ আছে। কিন্তু ইয়াৰ কোনো এটাক বিশেষভাৱে দায়ী বুলি ক'ব নোৱাৰি। মানুহৰ সাজ-পাৰ, খোৱা-লোৱা আদিৰ যিদৰে পৰিবৰ্তন হয়, ধ্বনি-পৰিবৰ্তনো তেনেদৰে হয় বুলি ক'ব লাগিব। ভাষা-বিজ্ঞানী-সকলে তলত উল্লেখ কৰাবোৰকে ধ্বনি-পৰিবৰ্তনৰ প্ৰধান কাৰণ বুলি বিবেচনা কৰে:

(ক) **অনুকৰণৰ অপূৰ্ণতা:** ভাষা অনুকৰণৰ পৰা শিকা হয়। শিশুৱে তাৰ আশে-পাশে শুনা ভাষাৰ অনুকৰণত ধ্বনি-যন্ত্ৰৰ পৰিচালনা কৰি স্তৰে স্তৰে এটা ভাষাত কথা ক'ব পৰা হয়। কিন্তু কোনোৱে অনুকৰণ সদায় পূৰ্ণ ৰূপত কৰিব নোৱাৰে। সেই কাৰণে শিশুৰ মাত শুনোৱাৰ পাছত যেতিয়া দুই এটা শব্দ ক'বলৈ আৰম্ভ কৰে তেতিয়া সি প্ৰায়ে এটা ধ্বনিৰ ঠাইত আন এটা ধ্বনিৰ ব্যৱহাৰ কৰে। সচৰাচৰ 'ৰ' আৰু 'ল' ধ্বনিৰ মাজত এনে বিপৰ্যয় ঘটে। কোনো কোনো ক্ষেত্ৰত তাৰ কাৰণে কোনো এটা শব্দৰ আটাইকেইটা ধ্বনিও একেলগে অনুকৰণ কৰাটো সম্ভৱ নহয়। তেতিয়া এটা শব্দৰ আৰম্ভণি আৰু শেষৰ ধ্বনিৰ সংযোগত নতুন শব্দ এটা সৃষ্টি কৰি লয়। সেয়েহে কোনো কোনো শিশুৰ মুখত বহুতো সময়ত 'পিলাছ'ৰ ঠাইত 'পিছ' শুনা যায়। সি কেতিয়াবা একোটা বাক্যাংশৰ কিছুমান ধ্বনি এৰিও একোটা নতুন শব্দ বনাই লয়; যেনে, সেই কালে > সেকে, এই কালে > একে। অকল যে শিশু অৱস্থাতে

৫৭ সেন, সুকুমাৰ: ভাষাৰ ইতিবৃত্ত, ১৯৬৬, পৃষ্ঠা ৫১

অনুকৰণৰ অপূৰ্ণতা থাকে এনে নহয়, ডাঙৰতো থাকে। ব্যক্তি অনুযায়ী ভাষাৰ তাৰতম্যৰ কথা আগতে আলোচনা কৰা হৈছে। বিভিন্ন ব্যক্তিয়ে একেটা শব্দক একে ধৰণে উচ্চাৰণ নকৰে। সেইবাবে কোনো এটাৰ অনুকৰণৰ ফলত এটা ধ্বনিৰ প্ৰকৃত উচ্চাৰণ হৈ নুঠে। কেতিয়াবা যিসকল লোকক সমাজত গণ্য-মান্য বুলি ধৰা হয় তেওঁলোকৰ অনুকৰণতো ধ্বনিৰ প্ৰকৃত ৰূপৰ সলনি ঘটে। মানুহে যিটো ধ্বনি শুনে সেইটোক হুবহু ৰূপে নিজে উচ্চাৰণ কৰিব নোৱাৰে। মানুহৰ কাণখনো একেবাৰে দোষশূন্য যন্ত্ৰ নহয়।

(খ) **অজ্ঞতা:** কেতিয়াবা এটা শব্দক আছলতে কেনেদৰে উচ্চাৰণ কৰিব লাগে নজনাৰ ফলত অশুদ্ধৰূপে উচ্চাৰিত হয়। তাৰ পৰিণাম স্বৰূপে ধ্বনি পৰিবৰ্তনে দেখা দিয়ে। বিদেশী ভাষাৰ শব্দ উচ্চাৰণ কৰোঁতে ই প্ৰবলৰূপে কাম কৰে। এই ক্ষেত্ৰত লিখা-পঢ়া নজনা মানুহৰ মুখত পৰি বিদেশী শব্দৰ কি অৱস্থা হয় তালৈ লক্ষ্য কৰিলে যথেষ্ট হ'ব। সৰ্বসাধাৰণৰ মুখত পৰি সেয়েহে পোলিছ > পুলিছ, দৰোগা > দাৰ্‌কা, প্ৰিন্সিপাল > তিন্‌ছিপাল, ডিছমিছ > ঘিছমিছ। ( এই উদাহৰণবোৰ কামৰূপী উপভাষাৰ )।

(গ) **কথন-ভঙ্গীৰ ক্ষিপ্ৰতা:** খৰকৈ কথা কোৱাৰ ফলতো ধ্বনি-পৰিবৰ্তন হ'ব পাৰে। হিন্দীত জব হী, কব হী, অব হী, তবহী > জভী, কভী, অভী, তভী। তেনেকৈ ইস্ হী, কিস্ হী > ইসী, কিসী ইত্যাদি।

(ঘ) **উচ্চাৰণৰ সুবিধা বা প্ৰযত্ন-লাঘৱ:** সহজে উচ্চাৰণ কৰাৰ ইচ্ছাৰ ফলত যে বহুতো ধ্বনিৰ পৰিবৰ্তন হয় তাত সন্দেহ নাই। ইয়াৰ ফলত কেতিয়াবা এটা ধ্বনিৰ ঠাইত আন এটা ধ্বনি উচ্চাৰিত হয়; যেনে, কিতাব > কিতাপ। কেতিয়াবা একোটা ধ্বনি একেবাৰে উচ্চাৰণ কৰিবলৈ এৰাও হয়। ইংৰাজীত এনেকুৱা কেইটামান শব্দ হৈছে walk, know, knife, psychology ইত্যাদি। উচ্চাৰণৰ সুবিধাৰ কাৰণে কেতিয়াবা নতুন ধ্বনি সংযোগ কৰা হয়; যেনে; ষ্টেছন > ইষ্টেছন, স্কুল > ইস্কুল। মধ্যবৰ্তী দুটা ব্যঞ্জনৰ মাজত স্বৰধ্বনিৰ প্ৰয়োগ প্ৰযত্ন-লাঘৱৰ আন এটা উদাহৰণ যেনে, ইং. হৰ্ন > হৰন।

(ঙ) **ভাৱপ্ৰৱণতা:** ভাৱপ্ৰৱণতাৰ ফলত হোৱা ধ্বনি-পৰিবৰ্তনৰ কেইটামান উদাহৰণ হ'ল: বাপ + উ > বাপু, বাপ + আ > বাপা >

বোপা + ই > বোপাই ; তৃথী < তৃথীয়া > তৃথু, বাজা > বাজ > বাজু, বাম > বামু, বমুআ ( হি. ) ইত্যাদি।

(চ) **আন ভাষাৰ প্ৰভাৱ :** এটা ভাষা-কোৱা লোকৰ আন ভাষা-কোৱা লোকৰ সৈতে ঘনিষ্ঠ সম্পৰ্ক স্থাপন হ'লে সেই ভাষাৰ ধ্বনিৰ প্ৰভাৱত প্ৰথমৰ ভাষাৰ ধ্বনিৰ পৰিবৰ্তন ঘটে। অসমীয়া ভাষাৰ দন্ত্য আৰু মূৰ্ধন্য ধ্বনিৰ ঠাইত দন্তমূলীয় ধ্বনিৰ ব্যৱহাৰ অনাৰ্য ভাষাৰ ধ্বনিৰ প্ৰভাৱৰ ফল। সংস্কৃততো ট বৰ্গৰ প্ৰচলন দ্ৰাবিড়ীয় ভাষাৰ প্ৰভাৱত হোৱা বুলি কোৱা হয়। কোনো কোনোৱে এটা ভাষাৰ ধ্বনি-পৰিবৰ্তনত নানা কাৰণত নিঃচিহ্ন হৈ যোৱা আন ভাষা-কোৱা লোকৰ ভাষাৰ প্ৰভাৱৰ কথাও কয়। ইয়াক প্ৰাচীন ভাষাৰ অৱশেষ বা স্তৰ (linguistic substrata) বুলি কোৱা হয়। কিন্তু এনে স্তৰৰ সঠিক বিৱৰণ উলিওৱা সহজ নহয় কাৰণে বহুতে ইয়াৰ কথা ক'বলৈ নিবিচাৰে।

(ছ) **ভাষাৰ লিখিত ৰূপ :** ভাষাৰ লিখিত ৰূপে কেতিয়াবা ধ্বনিৰ পৰিবৰ্তনত সহায় কৰে। উৰ্দু ভাষাত যুক্ত আখৰ লেখাৰ ব্যৱস্থা নাই কাৰণে ৰাজেন্দ্ৰ, ইন্দ্ৰ আদি শব্দ ৰাজেন্‌দ্‌ৰ, ইন্‌দ্‌ৰ হৈ গৈছে। মান্য অসমীয়াৰ ক'ৰি, ক'ৰ, হ'ৰ, আদি শব্দ মান্যভাষা নোকোৱাসকলে লিখিত ৰূপ অনুযায়ী কৰি, কৰ, হৰ বুলি মাতিব। লিখিত ৰূপৰ কাৰণে অ' > অ।

(জ) **সাদৃশ্য :** সাদৃশ্যৰ ফলত ধ্বনিৰ পৰিবৰ্তনৰ বিষয়ে ওপৰত আলোচনা কৰা হৈছে ( § ১৪২ )।

(ঝ) **বলাঘাত :** বলাঘাতৰ তাৰতম্যৰ ফলত একোটা মূল শব্দৰ ধ্বনি-পৰিবৰ্তন ঘটি বিভিন্ন শব্দৰ সৃষ্টি কেনেদৰে হয় তাৰ উদাহৰণ সংস্কৃতৰ পৰা অসমীয়া ভাষাৰ মান্যভাষা আৰু কামৰূপী উপভাষাত হোৱা পৰিবৰ্তনলৈ লক্ষ্য কৰিব পাৰি ; যেনে, সং. কুক্কুট-ক > কুকুৰা (মা. অ.), কুকৃৰা (কাম.) ; সং. ভ্ৰমৰক > ভৰৰা > ভোমোৰা (মা. অ.) > ভম্‌ৰা (কাম.)। মান্য-ভাষাতো বলাঘাতৰ ফলত ভনী+টি > ভন্‌টি।

(ঞ) **অন্ধ-বিশ্বাস :** অন্ধ-বিশ্বাসৰ ফলত যে ধ্বনিৰ পৰিবৰ্তন হয় তাৰ নিদৰ্শন হৈছে হিন্দী গোভী শব্দটো। এই শব্দটোৰ আৰম্ভণিত গৰু বুজোৱা গো-ধ্বনি থকা কাৰণে কোনো অঞ্চলৰ লোকে খোৱা বস্তু তেনেদৰে নাম-

কৰণ নকৰি গোভীৰ ঠাইত কোভী ক'বলৈ লৈছিল।[৫৮] অসমীয়াত অৱশ্যে গোভী > ক'ৱি। ইয়াত অন্ধ-বিশ্বাসৰ লৈতে কোনো সম্পৰ্ক নাই।

(ট) **ভৌগোলিক প্ৰভাৱ :** ভাষাৰ গঢ আৰু গঠনৰ লৈতে ভৌগোলিক পৰিস্থিতিৰ কি সম্পৰ্ক তাৰ আলোচনা ওপৰত কৰা হৈছে ( § ৫৩ )। ধ্বনি-পৰিৱৰ্তনৰ ক্ষেত্ৰতো ভৌগোলিক প্ৰভাৱৰ কথা বহুতে ক'বলৈ বিচাৰে। তেওঁলোকৰ মতে বেছি ঠাণ্ডা ঠাইত বিবৃত ধ্বনিৰ বিকাশ নঘটে। গৰম ঠাইত হ'লে তাৰ ওলোটাৰূপে ধ্বনি-পৰিৱৰ্তন হয়। বহুতে ধ্বনি-পৰিৱৰ্তনৰ ক্ষেত্ৰত ভৌগোলিক প্ৰভাৱৰ কথা স্বীকাৰ কৰিবলৈ নিবিচাৰে। তথাপি ই একেবাৰে উলাই কৰিবলগীয়া নহয়।

(ঠ) **সামাজিক আৰু ৰাজনৈতিক প্ৰভাৱ :** সমাজৰ অৱস্থা অনুযায়ী ধ্বনিৰ পৰিৱৰ্তনৰ কথা কওঁতে বহুতে ক'বলৈ বিচাৰে যে কোনো সমাজত যদি কোনো কাৰণত দুখৰ বাতাৱৰণৰ সৃষ্টি হয়, তেতিয়া সাধাৰণ লোকে ধীৰে ধীৰে কথা কয়। এনে পৰিস্থিতিত সংবৃত ধ্বনিৰ প্ৰচলন বাঢ়ে। মানুহে অসাৱধানভাৱে কথা ক'বলৈ ল'লেও ধ্বনি-পৰিৱৰ্তন হয়। যুদ্ধৰ সময়ত মানুহৰ কথা কোৱাৰ গতি ক্ষিপ্ৰ হয়, শব্দৰ কোনো অংশত বেছি জোৰ পৰে আৰু তাৰ ফলত আন অংশৰ কিছুমান ধ্বনি লুপ্ত হয়। আন-পিনে যুদ্ধৰ সময়ত নানা ভাষা-ভাষী লোকৰ সংমিশ্ৰণৰ ফলতো কোনো ঠাইৰ ভাষাৰ ধ্বনি-পৰিৱৰ্তন ঘটে। অসমীয়া ভাষাত সচৰাচৰ ব্যৱহাৰ কৰা আৰবী-পাৰছী শব্দৰ আমদানি আৰু একৈশ, বাইশ আদি শব্দৰ 'চ' ধ্বনি মোগলসকলৰ অসম আক্ৰমণ আৰু তেওঁলোকৰ ভাষাৰ লৈতে হোৱা সম্পৰ্কৰে ফল। সমাজত সুখ-শান্তি বিৰাজ কৰিলে বিদ্যা প্ৰচাৰ হয়, মানুহে ভাবি-চিন্তি কথা কয়, নতুন ধ্বনিৰ আগমনৰ সময়ত মন সচেতন হৈ থকা কাৰণে বাধা জন্মে। এনে পৰিস্থিতিত সাংস্কৃতিক পুনৰুত্থানো হয়। তাৰ প্ৰভাৱো কেতিয়াবা ধ্বনিৰ ওপৰত পৰে। "বাৰাণসী শব্দ বহু শতিকাৰ যাত্ৰাৰ পাছত 'বনাৰস'হৈছিল গৈ। সাংস্কৃতিক জাগৰণৰ ফলত ১৯৫৬ চনৰ ২৫ মে তাৰিখে সি পুনৰ 'বাৰাণসী' হ'বলগীয়াত পৰিল।"[৫৯] সামাজিক প্ৰভাৱৰ লগত সামাজিক প্ৰথা কিছুমানৰ কথাও মন কৰিবলগীয়া। কোনো সমাজৰ মানুহে নিজৰ অনুভূতিৰ সকলো প্ৰকাৰে প্ৰকাশ কৰিবলৈ বিচাৰে

৫৮ তিৱাৰী, ভোলানাথ : ভাষা-বিজ্ঞান, পৃষ্ঠা ৩৯০
৫৯ তিৱাৰী, ভোলানাথ : ভাষা-বিজ্ঞান, পৃষ্ঠা ৩৮৭

আৰু কোনো সমাজত মানুহে নিজৰ অনুভূতিক ঢাকি ৰাখিবলৈ যত্ন কৰে। এই দুয়োটা পৰিস্থিতিয়ে ধ্বনি পৰিবৰ্তনত সহায় কৰে। "বহুতো যথেষ্টৰূপে বিকশিত ভাষাত শব্দীয় সুৰৰ বিলুপ্তি ঘটাৰ কাৰণে বোধহয় লোকসকলৰ অনুভূতিক ঢাকি ৰখা অভ্যাস আংশিকভাৱে দায়ী।"[৬০]

১৪৬ ১ তলত ধ্বনি-পৰিবৰ্তনৰ কেইটামান প্ৰধান প্ৰধান দিশৰ আলোচনা কৰা হ'ল। ইয়াত ধ্বনি শব্দটো বিশিষ্টধ্বনি অৰ্থত ব্যৱহাৰ কৰা হৈছে।

১৪৭ **সমীভৱন :** দুটা বিভিন্ন ধ্বনি ওচৰা-উচৰিকৈ থাকিলে কেতিয়াবা এটাৰ প্ৰভাৱত আনটোৰ পৰিবৰ্তন ঘটি সি সমৰূপতা লাভ কৰে। ইয়াৰ নাম সমীভৱন। দুটা ধ্বনি ওচৰা-উচৰিকৈ একেটা ৰূপৰ মাজতো থাকিব পাৰে নাইবা এটা ৰূপৰ শেষ আৰু আন এটা ৰূপৰ আৰম্ভণিতো থাকিব পাৰে। দুয়ো ক্ষেত্ৰতে সমীভৱন হ'ব। সমীভৱনৰ দ্বাৰা সংস্কৃতৰ সন্ধিৰ অনেক ৰূপ সিদ্ধ হৈছে; যেনে, জগৎ+নাথঃ > জগন্নাথঃ, দিক্+গজঃ > দিগ্‌গজঃ, তৎ+লক্ষম্, তল্লক্ষম্, তৎ+চ তচ্চ > ইত্যাদি। স্বৰ আৰু ব্যঞ্জনধ্বনি অনুযায়ী সমীভৱনো স্বৰ সমীভৱন আৰু ব্যঞ্জন সমীভৱন এই দুই প্ৰকাৰৰ হ'ব পাৰে। সমীভৱনক আকৌ তিনিটা ভাগত ভগোৱা হয়—(ক) প্ৰগত (খ) পৰাগত আৰু (গ) পাৰস্পৰিক বা অন্যোন্য। পূৰ্ববৰ্তী ধ্বনিয়ে পৰবৰ্তী ধ্বনিৰ পৰিবৰ্তন আনিলে হয় প্ৰগত, পৰবৰ্তী ধ্বনিৰ প্ৰভাৱত পূৰ্ববৰ্তী ধ্বনিৰ পৰিবৰ্তন হ'লে পৰাগত আৰু পৰস্পৰৰ প্ৰভাৱত দুয়োটা ধ্বনিৰে পৰিবৰ্তন হ'লে হয় পাৰস্পৰিক বা অন্যোন্য সমীভৱন। তৃতীয় বিধ সমীভৱনৰ উদাহৰণ আপেক্ষিকভাৱে কম।

**ব্যঞ্জন সমীভৱন :**

| | সং. | প্ৰা. |
|---|---|---|
| (ক) | লগ্ন | লগ্‌গ |
| | অগ্ৰ | অগ্‌গ |
| | চক্ৰ | চক্ক |
| | পদ্ম | পদ্দ, পদ্দ (কাম.) |

ইং. London > Lunnon (কোকনি উচ্চাৰণত)

(খ) কৰ্ম > কম্ম (প্ৰা.)

ধৰ্ম > ধম্ম (পালি.)

৬০ Sturtevant. E. H. *Linguisitic Change*. 1962. p. 66

বৈদিক কুৰ্‌, কুৰ > কুক্কুৰ ( সং· )

কীৰ্ত্তন > *কীত্তন > কীত্তান ( কাম. )

পদ + জল > পদ্ + জল্ > পজ্জল্ ( কাম· )

অসমীয়া ভাক + ঘৰ > ডাগ্‌ঘৰ। কামৰূপীত ওচৰাউচৰিকৈ থকা দুটা শব্দৰ প্ৰথমটোৰ শেষত—ৰ আৰু দ্বিতীয়টোৰ আৰম্ভণিত ত (ট), থ (ঠ), দ, ধ, ন, ল, চ, জ ধ্বনি থাকিলে পৰাগত সমীভৱন হয়। তাৰ কেইটামান উদাহৰণ হ'ল : চাৰি + টা > *চাইৰ + টা > চাইট্টা, চাৰি + টকা > *চাইৰ + টকা > চাইট্টকা ; বৰ্‌ + নাম > বন্নাম, ফিৰ্‌ + দিনা > ফিদ্দিনা ( পিছ দিনাখন )।

(গ) সত্য > সচ্চ ( প্ৰা· ), ৰাদ্য > বাজা ( হি· ), বিদ্যুত > বিজ্‌লী হি·), বিজুলী ( অস· )।

১৪৮ **স্বৰ সমীভৱন :** ব্যঞ্জন ধ্বনিৰ নিচিনা নিকটৱৰ্ত্তী দুটা ভিন্ন স্বৰধ্বনিয়ে সমৰূপতা লাভ কৰাৰ নাম স্বৰ সমীভৱন। ইও প্ৰগত, পৰাগত আদি হ'ব পাৰে :

(ক) প্ৰগত : সং· মেখলা > মেখেলা ( অস· )

কৃপণ > কিৰ্‌পণ > কিৰপিণ ( কাম· )

দুষ্ট > দুষ্টু ( কাম· )

সূৰ্য > সূৰজ ( হি· ) > সূৰুজ ( অস· )

(খ) **পৰাগত :** পৰাগত স্বৰ সমীভৱনৰ সুন্দৰ চানেকি আছে অসমীয়া ক্ৰিয়াৰ নাস্ত্যৰ্থক ৰূপত। ইয়াৰ পৰৱৰ্ত্তী ধাতুৰ স্বৰধ্বনি অনুযায়ী পূৰ্বৱৰ্ত্তী ন-অংশৰ স্বৰধ্বনিৰ পৰিবৰ্ত্তন ঘটে। উদাহৰণ।

ন—মৰ্‌—এ > নমৰে

ন—মাৰ্‌—এ > নামাৰে, নেমাৰে

ন—মিল্—এ > নিমিলে

ন—শুন্—এ > নুশুনে

ন—মেল্—এ > নেমেলে

ন—বোল—এ > নোবোলে

ন—হ'ল্ > ন'হ'ল, ইত্যাদি।

১৪৯ **বিষমীভৱন :** সমীভৱনৰ ওলোটা প্ৰণালীৰ নাম বিষমীভৱন। ইয়াত কোনো এটা শব্দত থকা দুটা সম ধ্বনিৰ এটা ধ্বনি আন এটা ভিন্ন

ধ্বনিত পৰিণত হয়। ইয়াকো (ক) ব্যঞ্জন আৰু (খ) স্বৰ এই দুই ভাগত ভগাব পাৰি ; যেনে,

(ক) মন্মথ > বম্মহ ( প্রা. )

পিপীলিকা > কিপিল্লিকা ( পালি )

স্নান > পু. অস. চিনান > চিনান ( কাম. )

লাঙ্গল > লাঙাল, নাঙাল ( কাম. ) > নাঙল

turtur ( লেটিন ) > turtle (ইং.)

marmor ( লেটিন ) > marble (ইং.)

(খ) নূপুৰ > নেউৰ ( প্রা. )

পুৰুষ > পুৰিস ( প্রা.)

১৫০ ধ্বনি-বিপর্যয় : কোনো শব্দৰ বিভিন্ন স্থানত থকা দুটা ধ্বনিৰ পাৰস্পৰিক স্থান-পৰিবর্তন-প্রণালীৰ নাম ধ্বনি-বিপর্যয়। কোনো কোনোৱে ইয়াক বর্ণ-বিপর্যয়, বিপর্যয় আদি নামো দিয়ে। কিন্তু ধ্বনি-বিপর্যয়টোৱে বেছি প্রযুক্ত হ'ব যেন লাগে। ইয়াকো (ক) ব্যঞ্জন আৰু (খ) স্বৰ এই দুই ক্ষেত্রত আলোচনা কৰিব পাৰি ; যেনে :

(ক) তৃষ্ণা > তণ্হা ( প্রা. )

জোৎস্না > জোণ্হা ( প্রা. )

দীর্ঘ > দীবহ > দীহৰ > দেৰ ( হি. )

বার্তা > বাত্রা ( কাম ), > * বাতৰা > বতৰা ( মা. অ. )

মুকুট > মোটুক ( কাম. ), বঙলা মটুক, ভোজপুৰী মটুক

কমাল ( পাৰছী ) > উৰমাল ( কাম. )

(খ) সং. উন্দৰু > সং. উন্দুৰ > ইন্দুৰ ( কাম. ) > এন্দুৰ ( মা. অ. )

বিন্দু > বুঁন্দ ( হি. )

১৫১ স্পুনাৰিজম (Spoonerism) : ধ্বনি-বিপর্যয়ৰ ওপৰৰ উদাহৰণবোৰত একোটা শব্দৰ বিভিন্ন স্থানৰ ধ্বনিৰ স্থান-পৰিবর্তনৰ কথা কোৱা হৈছে। কেতিয়াবা একোটা বাক্যৰ ভিতৰত থকা এটা শব্দৰ ধ্বনিয়ে আন এটা শব্দৰ ধ্বনিৰ ঠাই অধিকাৰ কৰে। এইদৰে ইটো শব্দৰ ধ্বনি সিটো শব্দলৈ গমন কৰে ; যেনে ঘোড়া গাড়ী > গোড়া ঘাড়ী ( হি. )। কোনো কোনো মানুহৰ কথা কওঁতে এনে এটা অভ্যাসেই হয় গৈ। এই ক্ষেত্রত অক্সফোর্ডৰ ডঃ স্পুনাৰ চাহাবৰ নাম বিশেষভাৱে উল্লেখযোগ্য।

তেওঁৰ নাম অনুসৰি সেই কাৰণে এই প্ৰথাৰ নাম স্পূনাৰিজমৰূপে প্ৰচলিত হৈছে। স্পূনাৰে ব্যৱহাৰ কৰা প্ৰয়োগবোৰ এনেকুৱা : two bags and a rug > two rags and a bug. (you have) wasted a whole term > (you have) tasted a whole worm. হিন্দীত স্পূনাৰিজমৰ দুই এটা উদাহৰণ এনেকুৱা : দাল চাৱল > চাল দাৱল, বড়ী কিতাপ > কড়ী বিতাব ইত্যাদি।

১৫২ **মেলাপ্ৰপিজম** (Melapropism) : মানুহে কেতিয়াবা সামান্য-ভাৱে ধ্বনিৰ সাদৃশ্য থকা অথচ সম্পূৰ্ণ ভিন্ন অৰ্থৰ দুটা শব্দৰ এটাৰ ঠাইত আন এটা ব্যৱহাৰ কৰে। ইয়াক এক প্ৰকাৰ শব্দৰ বিপৰ্যয় বুলিব পাৰি। ইয়াৰ নাম মেলাপ্ৰপিজম। ডঃ তাৰাপোৰেৱালাই ইয়াৰ দুটা উদাহৰণ দিছে : he standards (tenders) his apology. he is a stamina (stigma) to the family. বিদেশী ভাষা এটাৰ শব্দবোৰৰ প্ৰকৃত অৰ্থ নজনা কাৰণে আৰু অসাৱধানতাৰ ফলতো এনে শব্দ-বিপৰ্যয় ঘটে। কৃপাবৰৰ কাকতৰ টোপোলাত এনে দুই-এটা উদাহৰণ পোৱা যায় :

I hape the honor to reform (inform) you.... that the post of the revenue super'ntanden is lying vecancy (văcant) ....... and I bag (beg) ......কথা কওঁতেও কোনো কোনোৱে principle আৰু principal শব্দ দুটাৰ এটাৰ ঠাইত আন এটা প্ৰয়োগ কৰা শুনা যায়।

১৫৩ **স্বৰভক্তি ( বিপ্ৰকৰ্ষ )** : কোনো সংযুক্ত ব্যঞ্জনধ্বনিৰ মাজত এটা স্বৰধ্বনি সুমুৱাই দি ব্যঞ্জনধ্বনি দুটা বিভক্ত কৰাৰ নাম স্বৰভক্তি। বহুতো ভাষাত স্বৰভক্তিৰ নিয়মেৰে শব্দৰ ধ্বনি-পৰিৱৰ্তন হোৱা দেখা যায়। আনকি সংস্কৃততো ইয়াৰ উদাহৰণ আছে ; যেনে, স্বৰ্ণ > সুৱৰ্ণ, পৃথ্বী > পৃথিৱী। পাঞ্জাবী ভাষাত শব্দৰ আৰম্ভণিত থকা সংযুক্ত ব্যঞ্জন-ধ্বনিক স্বৰভক্তিৰে উচ্চাৰণক সৰল কৰা উদাহৰণ পোৱা যায় ; যেনে, ইং, ষ্টেশন > সটেশন, স্কুল > সকুল, ষ্টুল > সটূল আদি।[৬১] অসমীয়া ভাষাতো প্ৰাচীন সময়ৰ পৰা স্বৰভক্তিৰ প্ৰয়োগ বহুলৰূপে দেখা যায় ; যেনে, শব্দ > শবদ, যুক্ত > যুকত, কৃষি > * কিৰ্‌ষি > কিৰিষি, ভাৰতবৰ্ষ > ভাৰতবৰিষ, ক্ৰোধ > কোৰোধ ইত্যাদি। সংযুক্ত ব্যঞ্জন-ধ্বনিৰ মাজত দি কোনো স্বৰধ্বনি সোমাই ব্যঞ্জনধ্বনি দুটা বিভক্ত কৰিব পাৰে।

৬১ Taraporewala : *E. S. L.*, 1951, p. 164

উদাহৰণ : ভক্ত > ভকত, বৰ্ণ > বৰণ, মাংস > মঙহ, তপ্ত > তপত, মুক্তা > মুকুতা, পদ্ম > পদুম, শুক্ল > শুকুলা, দ্বাৰ > দুৱাৰ ইত্যাদি।

১৫৪ **লোপ :** বলাঘাতৰ অভাৱত কোনো কোনো ক্ষেত্ৰত শব্দৰ ভিন ভিন স্থানত থকা ধ্বনি লোপ পায়। শব্দৰ আৰম্ভণিত থকা ধ্বনিৰ লোপ হ'লে আদি-লোপ, মাজত থকা ধ্বনিৰ লোপ হ'লে মধ্য-লোপ আৰু শেষত থকা ধ্বনি লোপ পালে অন্ত্য-লোপ বোলে। স্বৰৰ নিচিনা তিনিও ঠাইত ব্যঞ্জনবো লোপ হ'ব পাৰে। উদাহৰণ :

(ক) আদি স্বৰ লোপ : অভ্যন্তৰ > ভিতৰ ( অস. )
উদক > দক (প্ৰা.)
অগৰ > গৰ (হি.)
উদ্ধাৰ > উধাৰ (হি.) > ধাৰ (অস.)
অলাবু > লাও (অস.)
ই. amid > mid

(খ) মধ্য স্বৰ লোপ : সুবৰ্ণ > স্বৰ্ণ
বলদেৱ > বল্‌দেৱ
প্ৰা. ইং. Stanas > stones [Stownz]
ইং. interesting > int'resting
মা. অ. কুকুৰা > কুক্‌ৰা (কাম.)
মা. অ. ভোমোৰা > ভম্‌ৰা (কাম.)

(গ) অন্ত্য স্বৰ লোপ্ : শিলা > শিল্
আকাশ > আকাশ্
bombe (ফৰাচী) bomb (ইং.)
singe (প্ৰা. ই.) > sing

(ক) আদি ব্যঞ্জন লোপ : স্থান > থান
স্থাপনা > থাপনা

(খ) মধ্য ব্যঞ্জন লোপ : জ্বৰ > জৰ্ ( উচ্চাৰণত )
নগৰ > ণঅৰ ( প্ৰা. )
ইং. talk, walk > টক, ৱাক

(গ) অন্ত্য ব্যঞ্জন লোপ : পশ্চাৎ > পচ্চা (প্ৰা.)
যাবৎ > জাৱ ( প্ৰা. )

কেতিয়াবা শব্দৰ আদি, মধ্য আৰু অন্ত্য অক্ষৰো লোপ পাব পাৰে ; যেনে, (ক) necktie > tie, university > varsity, until > till, উপাধ্যায় > ঝা ; (খ) দস্তখত > দসখত (গ) মাতা>মা, ভ্ৰাতৃজায়া>ভাবজ (হি.), জীৱ > জী (হি.)।

১৫৫/ **সমাক্ষৰলোপ :** কোনো শব্দত ওচৰাউচৰিকৈ দুটা একে অক্ষৰ থাকিলে তাৰ এটা লোপ হোৱা প্ৰথাক সমাক্ষৰলোপ বোলে ; যেনে :

মুখ+শুদ্ধি > *মুহহুদ্ধি > *মুহুহুদ্দি > মুহুদি
মশ+হৰিকা > *মহহৰিআ > মহ্ৰী (কাম.)
লোহ+ভাণ্ড > লহ্ৰা (কাম.)
দাদা > দা

১৫৬ **আগম :** লোপৰ ওলোটা প্ৰথা হৈছে আগম। যি কোনো স্থানত স্বৰ আৰু ব্যঞ্জন দুয়ো বিধ ধ্বনিৰ আগম হ'ব পাৰে। সেইবাবে আদি স্বৰাগম, মধ্য স্বৰাগম, অন্ত্য স্বৰাগম ; আদি ব্যঞ্জনাগম, মধ্য ব্যঞ্জনাগম আৰু অন্ত্য ব্যঞ্জনাগমৰ নিদৰ্শন পোৱা যায়।

(ক) আদি স্বৰাগম : শব্দৰ আৰম্ভণিত থকা সংযুক্ত নাইবা এক ব্যঞ্জনৰ আগতো কেতিয়াবা স্বৰধ্বনি একোটা লগ লাগি উচ্চাৰণৰ সুবিধা জন্মায়। ইয়াৰ নাম আদি স্বৰাগম। কোনোৱে স্বৰাগম বুলিও কয়। উদাহৰণ :

স্ত্ৰী > ইথী (প্ৰা.)
বিহীন > বিহন > অবিহনে
খদিকা > আৰৈখ
কণ > অকণ
স্কুল > ইস্কুল
ষ্টেছন > ইষ্টেছন

(খ) মধ্য স্বৰাগম : ইয়াক স্বৰভক্তি বা বিপ্ৰকৰ্ষও বোলে (§ ১৫৩)।

(গ) অন্ত্য স্বৰাগম : ইয়াৰ উদাহৰণ বৰ বেছি পোৱা নাযায়। জাৰ্মান agon > ইং. agony, দবা > দবাই (হি.), কৰে (কাম. ম. অ.)> কৰেই (মঙলদৈ অঞ্চল), শোধে > শোধেই (মঙলদৈ অঞ্চল)।

(ঘ) আদি ব্যঞ্জনাগম : হিন্দীত এনে উদাহৰণ দুই চাৰিটা পোৱা যায় ; যেনে, ওষ্ঠ > হোঁঠ, অস্থি > হড্ডী।

(ঙ) মধ্য ব্যঞ্জনাগম : বানৰ > বান্দৰ, সুনৰ > সুন্দৰ, সুনৰী>সুন্দৰী সমুদ্র > সমুন্দৰ ( হি. )।

(চ) অন্ত্য ব্যঞ্জনাগম : কল > কল্‌হ, ভোঁ > ভোঁহ, পৰৱা > পৰৱাহ ( হি. )।

১৫৭ অপিনিহিতি : কোনো শব্দৰ পৰৱৰ্তী অক্ষৰত থকা ই বা উ স্বৰধ্বনি পূৰ্বৱৰ্তী অক্ষৰলৈ আহি সেই অক্ষৰৰ স্বৰধ্বনিৰ লগতে লগ লাগি একেলগে উচ্চাৰিত হোৱা প্ৰথাক অপিনিহিতি বোলে। অসমীয়া মাতৃ-ভাষাত অপিনিহিতিৰ উদাহৰণ প্ৰচুৰ নহয়। কোনো ব্যঞ্জনধ্বনিৰ লগত—য় যুক্ত হৈ থাকিলে সাধাৰণতে সেই—য়, ই ধ্বনিত পৰিণত হৈ পূৰ্বৱৰ্তী অক্ষৰৰ স্বৰধ্বনিৰ লগত যুক্ত হয়। ইয়াৰ বাহিৰে দুই এটা শব্দত মাত্ৰ অপিনিহিতি শুনা যায় ; যেনে :

অন্ত > *অনিঅ > অইন্‌অ > অইন
বাজ্য > *বাজিঅ > বাইজ্‌অ > বাইজ
বাক্য > *বাকিঅ > বাইক্‌অ > বাইক
আৰো *সাধুক > সাধুঅ > *সাউধ্‌অ > সাউদ
*কণ্ট-ইক > *কাঁট-ইঅ > *কাঁইট্‌অ > কাঁইট

কোনো কোনো ভাষাত শব্দৰ পৰৱৰ্তী অক্ষৰত ই, উ নাইবা য়, ৱ থাকিলে পূৰ্বৱৰ্তী অক্ষৰতো ই, উ ৰ আগম হোৱা দেখা যায়। এই ক্ষেত্ৰত সংস্কৃত আৰু আবেস্তাৰ শব্দকেইটামান চাব পাৰি। সংস্কৃতৰ ভৱতি, তৰুণ, সৰ্ব শব্দ আবেস্তাত বৱইতি, তউৰুন, হউৰৱ হৈছে।

১৫৭.১ কামৰূপী উপভাষাত অপিনিহিতিয়ে বিশেষ স্থান অধিকাৰ কৰি আছে। কোনো ব্যঞ্জনধ্বনিৰ লগত য় যুক্ত হ'লে মাতৃভাষাৰ নিচিনা ই ধ্বনিৰ অপিনিহিতিতো হয়েই তদুপৰি দুটাতকৈ অধিক অক্ষৰ যুক্ত ( মৌলিক বা যৌগিক ) শব্দৰ পৰৱৰ্তী অক্ষৰত থকা ই, উ ধ্বনি ( অন্ত্য নহ'লে ) সকলো সময়তে পূৰ্বৱৰ্তী অক্ষৰৰ ই, উৰ বাহিৰে আন স্বৰধ্বনিৰ লগত যুক্ত হৈ দ্বিস্বৰ বা ত্ৰিস্বৰ ধ্বনিত পৰিণত হয়। তাৰ ফলত শব্দটোৰ অক্ষৰ-হ্ৰাস হয়। অৰ্থাৎ পাঁচোটা অক্ষৰযুক্ত শব্দ চাৰি অক্ষৰযুক্ত, চাৰি অক্ষৰযুক্ত তিনি অক্ষৰযুক্ত আৰু তিনি অক্ষৰযুক্ত শব্দ দুই অক্ষৰযুক্ত শব্দত পৰিণত হয়। অপনিহিতিৰ -ই- আৰু -উ- ধ্বনিয়ে যুক্ত হোৱা-অ-ধ্বনিক -ও- লৈ ৰূপান্তৰিত কৰে ; উদাহৰণ :

কন্যা+ > *কনিআ > কইনা > কোইনা
শাৰিকা > *শালিখা > শাইল্‌খা
বামুণ-ঈআ > বাউ্‌ইম্‌না, বাউম্‌না
নাৰিকেল > নাইৰ্‌কল

দ্বি অক্ষৰযুক্ত শব্দত সাধাৰণতে কামৰূপীত অপিনিহিতি নহয়। কিন্তু তেনে শব্দৰ পিছত আন মৌলিক শব্দ বহিলে নাইবা আন শব্দাংশ যোগ হ'লে অপিনিহিতিয়ে দেখা দিয়ে ; যেনে, চাবি+কুবি > চাই্‌ব কুবি, বাটি+টু > বাইট্‌টু ইত্যাদি।

১৫৮ মিশ্ৰণ: এটা শব্দৰ এটা অংশ আৰু আন এটা শব্দৰ আন এটা অংশ লগ লাগি এটা সম্পূৰ্ণ নতুন শব্দত পৰিণত হোৱা প্ৰথাৰ নাম মিশ্ৰণ। উদাহৰণ:

জীৱা+ৱাষ্প > জীপ
নৱ+কোমল > নোমল
গৰ্ব+দৰ্প > গপ
কুণপ+কবন্ধ+চ < ত্য > কুন্ধচ
দ্যুতি+শালা > জুহাল
জয়+কাৰ > জকাৰ (কাম.)
সৌবৰ্ণ+দাক > সোণাক
breakfast+luncheon > bruncheon
snake+serpent > snerpent

১৫৮.১ মিশ্ৰণ আৰু এক প্ৰকাৰৰ হ'ব পাৰে। দুটা বা অধিক শব্দৰ সংস্পৰ্শত এটা নতুন শব্দৰ সৃষ্টি হ'লে তাক সংস্পৰ্শ-বিকাৰ বোলা যায় ; যেনে, লেটিন reddere+prendere > ফৰাচী rendre.[৬২] মিশ্ৰণৰ আন এটা প্ৰকাৰ হৈছে সঙ্কৰ। বিভিন্ন ভাষাৰ উপাদানেৰে এটা নতুন শব্দৰ সৃষ্টি হ'লে সঙ্কৰ আখ্যা পায় ; যেনে, লেটিন, acidus+গ্ৰীক প্ৰত্যয়—osis > acidosis. অসমীয়াত সঙ্কৰ শব্দ কেইটামান হ'ল: হেডপণ্ডিত, বে-টাইম, মাষ্টৰনী আদি।

১৫৯ স্বৰসঙ্গতি: পৰৱৰ্তী অক্ষৰত থকা উচ্চ স্বৰধ্বনিৰ প্ৰভাৱত পূৰ্বৱৰ্তী অক্ষৰত থকা নিম্ন স্বৰধ্বনিৰ উচ্চ স্বৰধ্বনিলৈ হোৱা পৰিবৰ্তনক

৬২ Gray : *Foundations of Language*, p. 257

স্বৰসঙ্গতি বোলে। পৰৱৰ্তী অক্ষৰৰ নিম্ন স্বৰধ্বনিৰ ফলত পূৰ্বৱৰ্তী অক্ষৰৰ উচ্চ স্বৰধ্বনিও নিম্ন স্বৰধ্বনিলৈ গতি কৰিব পাৰে।[৬৩] তলৰ উদাহৰণবোৰ প্ৰথম বিধৰ স্বৰসঙ্গতিৰ উদাহৰণ: প্ৰোষ্ঠি> পুঠী, গোধিকা > গুই, বেটা > বেটী, ঢোল-ঈয়া > ঢুলীয়া, জোল—ঈয়া > জুলীয়া।

১৬০ **অভিশ্ৰুতি:** পৰৱৰ্তী অক্ষৰত থকা এটা ভিন্ন স্বৰধ্বনি বা অৰ্ধ স্বৰধ্বনিৰ প্ৰভাৱত পূৰ্বৱৰ্তী অক্ষৰত থকা স্বৰধ্বনিৰ পৰিৱৰ্তনক অভিশ্ৰুতি বোলা হয়।[৬৪] পৰৱৰ্তী অক্ষৰৰ ব্যঞ্জনধ্বনিৰ প্ৰভাৱতো কেতিয়াবা পূৰ্বৱৰ্তী অক্ষৰৰ স্বৰধ্বনিৰ পৰিৱৰ্তন হ'ব পাৰে। দুটা স্বৰধ্বনি লগ লাগি এটা সম্পূৰ্ণ ভিন্ন স্বৰধ্বনিত পৰিণত হোৱা দৃষ্টান্তকো অভিশ্ৰুতিৰ অন্তৰ্গত কৰা হয়। অসমীয়াত এনে উদাহৰণ প্ৰচুৰ; যেনে, চৈত্ৰ >* চইত্ত> চৈত (কাম.) > চ'ত (মা. অ.), ময়ূৰ >* মউৰ >* মইৰ > মৈৰা (কাম.) > ম'ৰা (মা. অ.), চতুষ্ক > চ'ক।

আন উদাহৰণ:

তৰৱাৰি > তৰোৱাল

চক্ৰবাক > চকোৱা

কৰ্কট > কংকড় > কেঁকোৰা

লঞ্জ > লেজ (কাম.)> নেজ (মা. অ.)

১৬১ **অপশ্ৰুতি:** বিশেষকৈ ভাৰত-ইউৰোপীয় ভাষা-পৰিয়ালত (অৱশ্যে ছেমীয়-হেমীয় ভাষা-পৰিয়ালতো পোৱা যায়)। স্বৰধ্বনিৰ এটা নিৰ্দিষ্ট ক্ৰম অনুযায়ী হোৱা পৰিৱৰ্তনৰ ফলত একে মূলৰ পৰা সৃষ্ট ৰূপৰ অৰ্থৰ সৈতে পৰিৱৰ্তন ঘটে; যেনে, সং. দশৰথ, দাশৰথি, ভৰদ্বাজ, ভাৰদ্বাজ,; হি. চল্‌না, চলানা, মেল্, মিলা; ইং. sing, sang, sung, man, men, goose, geese, mouse, mice, foot, feet; আৰবী. কিতাব, কুতুব, কাতিব ইত্যাদি। ইয়াৰ নাম অপশ্ৰুতি। জাৰ্মান ভাষাত ইয়াক ablaut বোলে। ইয়াৰ শব্দগত অৰ্থ হৈছে স্বৰধ্বনিৰ পৰিৱৰ্তন। এই ablaut নামটো গ্ৰিম নামৰ পণ্ডিতে দিয়া। অপশ্ৰুত স্বৰধ্বনিৰ তিনিটা ক্ৰম। প্ৰথম ক্ৰমত মূল স্বৰধ্বনি অবিকৃতভাৱে থাকে; দ্বিতীয় ক্ৰমত দীৰ্ঘ হয় আৰু তৃতীয় ক্ৰমত লুপ্ত হয়। এই তিনিটা ক্ৰমৰ নাম যথাক্ৰমে স্বাভাৱিক বা সবল বা গুণিত,

৬৩ Kakati, B: *A. F. D.* §259

৬৪ " " " §249

প্ৰবৰ্ধিত আৰু দুৰ্বল বা ক্ষয়িত। সংস্কৃত বৈয়াকৰণসকলে এনে পৰিবৰ্তনৰ প্ৰথম দুটা ক্ৰমক গুণ আৰু বৃদ্ধি নাম দিছে। সংস্কৃতত অপশ্ৰুতিৰ উদাহৰণ: কৃ> কৰণ (গুণিত), কাৰণ (প্ৰবৰ্ধিত), কৃত (ক্ষয়িত)।[৬৫]

সংস্কৃতত স্বৰধ্বনিবোৰক এইদৰে ভগোৱা হয়:

সৰল স্বৰধ্বনি: অ আ ই ঈ উ ঊ ঋ ৠ ঌ

গুণ স্বৰধ্বনি: অ এ ও অৰ্ অল্

বৃদ্ধি স্বৰধ্বনি: আ ঐ ঔ আৰ ×

১৬১.১ স্বৰধ্বনিৰ গুণ আৰু বৃদ্ধি অনুযায়ী হোৱা আন কেইটামান ৰূপ: √ দ্বিষ্, দ্বেষ্টি, √স্তু, স্তৌতি, কৃ, কাৰ্য, দাতৃ, দাতাৰম্, পৃথ্বী, পাৰ্থিৱ আদি। য়, ৱ, ৰ, ক্ৰমে ই, উ, ঋ লৈ পৰিবৰ্তন হোৱা অৱস্থাক সংস্কৃত বৈয়াকৰণ-সকলে সম্প্ৰসাৰণ বুলিছে। ইয়াৰ কেইটামান উদাহৰণ হ'ল: য়ষ্টৱে, য়জ্ঞ, ইষ্ট ; ৱক্তৱে, উক্ত ; প্ৰথতি, পৃথিৱী, পৃথু ; শ্বন্, শুনঃ ইত্যাদি। অপশ্ৰুত স্বৰধ্বনিৰ পৰিৱৰ্তনৰ কাৰণ হৈছে বলাঘাত আৰু সুৰাঘাত।

১৬২ **ঘোষীভৱন:** মূলৰ অঘোষ ধ্বনি একোটা কেতিয়াবা ঘোষ ধ্বনিলৈ ৰূপান্তৰিত হয় আৰু তাক ঘোষীভৱন বোলে ; যেনে:

একাদশ > এগাৰহ > এঘাৰ

শতী > সদী (হি.)

শকুন > শগুন

নিথনিক > * নিঘনিঅ > * নিগনিঅ > নিগনি

১৬৩ **অঘোষীভৱন:** মূলৰ ঘোষ ধ্বনিও কেতিয়াবা অঘোষ ধ্বনিত পৰিণত হ'ব পাৰে। ইয়াৰ নাম অঘোষীভৱন ; যেনে:

ঘুণ্টিকা > খুঁটি ;

ব্যজন > বিচনি

কিতাব ( আৰবী ) > কিতাপ

গুলাব ( পাৰছী. ) > গোলাপ

১৬৪ **মহাপ্ৰাণীকৰণ আৰু অল্পপ্ৰাণীকৰণ:** কেতিয়াবা মূলত থকা অল্পপ্ৰাণ ধ্বনি মহাপ্ৰাণ ধ্বনিলৈ আৰু মূলৰ মহাপ্ৰাণ ধ্বনি অল্পপ্ৰাণলৈ ৰূপান্তৰিত হয়। ইয়াৰ নাম (ক) মহাপ্ৰাণীকৰণ আৰু (খ) অল্পপ্ৰাণী-কৰণ ; যেনে:

---

৬৫ সেন, সুকুমাৰ: ভাষাৰ ইতিবৃত্ত, ১৯৬৮, পৃষ্ঠা ৮০

(ক) পেচক > ফেঁচা
কট > কঠ
শাৰিকা > শাইল্‌খা ( কাম. )
টঙ্ক > ঠেং
ত্রোটি > ঠোঁট

(খ) শিৰ+স্থান > শিথান ( কাম. ) > শিতান
বুভুক্ষা > ভুক্‌খা > ভুখ, ভখ ( কাম. ), ভোখ (মঙ্গলদৈ) > ভোক
চক্ষু > চক্‌খু > চখু ( কাম. ) > চকু

কামৰূপী উপভাষাত মহাপ্ৰাণ ধ্বনিৰ প্ৰয়োগ বেছি। আনকি এক অক্ষৰতে দুটা মহাপ্ৰাণ ধ্বনি থাকিব পাৰে, যেনে, বাষ্প > ভাফ ( কাম. ) > ভাপ (মা. অ.), কামৰূপী ভুখ, ভখ ইত্যাদি।

১৬৫ **অনুনাসিকীকৰণ :** মূলত অনুনাসিকতা নথকা সত্বেও কেতিয়াবা কোনো শব্দত অনুনাসিক ধ্বনিৰ আগমন হয়। ইয়াৰ নাম অনুনাসিকীকৰণ বা স্বতঃ অনুনাসিকীভৱন ; যেনে, পুস্তিকা > পুঁহি (কাম.), সৰ্প > সাঁপ ( হি. ), গৰ্ত্ত > গত্ত > গাত্তা ( কাম.) > গাঁত, কোশিকা > কুঁহি, খাস > সাঁচ (হি.) ইত্যাদি।

১৬৬ **মূৰ্ধন্যীভৱন :** মূলৰ অমূৰ্ধন্য ধ্বনি পিছত মূৰ্ধন্য ধ্বনিত পৰিণত হোৱা অৱস্থাৰ নাম মূৰ্ধন্যীভৱন, যেনে, বৈদিক অতন্তি > সং. অটতি, সং. পততি > প্ৰা. পড়ই > পৰে (অস.), *নগৰ > ণঅৰ (প্ৰা.), স্থামিক > ঠাৱিঁঅ > ঠাঁই (বঙলা.) > ঠাই (অস.), *আন্নাতক > অথাটক (পালি), পতঙ্গ > পটঙ্গ ( পালি )।

১৬৭ **তালব্যীভৱন :** মূলত তালব্য নোহোৱা ধ্বনি তালব্য ধ্বনিত পৰিণত হোৱা অৱস্থাৰ নাম তালব্যীভৱন ; যেনে, কিৰাতঃ > চিলাও (প্ৰা.), কুন্দ > চুন্দ ( পালি ), তিষ্ঠতি > চিট্‌ঠদি ( প্ৰা. ) ; লেটিন কেণ্টুম (centum), ইটালীয় চেণ্টো (cento) ইত্যাদি।

১৬৮ **ৰকাৰীভৱন :** চ (s) > জ (z) > ৰ। এই পৰিৱৰ্তনৰ নাম ৰকাৰীভৱন। উদাহৰণ : প্ৰা. লেটিন ausosa > * auzoza > aurora, প্ৰা. ইং. hasa > * haza > hare.

১৬৯ বিশিষ্টধ্বনিৰ পৰিৱৰ্তনৰ ফলত কেতিয়াবা কেইবাটাও শব্দই একেটা ৰূপ লয় গৈ আৰু কেতিয়াবা একেটা শব্দই কেইবাটাও ৰূপ লোৱাও

দেখা যায়। প্ৰথম বিধৰ পৰিবৰ্তনক **অভিসাৰী** পৰিবৰ্তন আৰু দ্বিতীয় বিধক **অপসাৰী** পৰিবৰ্তন বোলে। দ্বিতীয় বিধৰ ভিতৰত একোটা শব্দই দুটা ভিন্ন ৰূপ ল'লে **দ্বিত্বক**, তিনিটা ৰূপ ল'লে **ত্ৰিক** আৰু তাতকৈ বেছি ৰূপ ল'লে **গুচ্ছক** নাম পায়। অভিসাৰী পৰিবৰ্তনৰ উদাহৰণ: সং. কৰ্ম> অস. কাম, সং. কাম > কাম। অপসাৰী পৰিবৰ্তনৰ উদাহৰণ: সং. কৰ্ম > কাম, কাম (কাম. শ্ৰাদ্ধ)। সং. চক্ৰ > চাক (মৌ-চাক), চকা, চকৰ, চকৰি, চকল, চকলা, চাকি, চেক।

৭। **ধ্বনিনিয়ম**: ওপৰৰ আলোচনাৰ পৰা ভাষাৰ বিশিষ্ট ধ্বনিবোৰৰ সময়ত যে পৰিবৰ্তন হয় সেই বিষয়ে এটা সাধাৰণ আভাস পোৱা গ'ল। প্ৰাচীন ভাৰতীয় আৰ্য-ভাষাই মধ্য ভাৰতীয় আৰ্য-ভাষা আৰু পিছত নব্য ভাৰতীয় আৰ্য-ভাষাৰ ৰূপ লোৱাত বিশিষ্টধ্বনিৰ পৰিবৰ্তনে প্ৰধান অংশ গ্ৰহণ কৰিছে। ধ্বনি-পৰিবৰ্তনৰ একোটা পদ্ধতিও দেখা যায়। যেনেকৈ একোটা ভাষাৰ বিশিষ্ট ধ্বনিবোৰৰ এটা সাঁচ আছে, ধ্বনি-পৰিবৰ্তনৰো একোটা সাঁচ আছে। ধ্বনি-পৰিবৰ্তনৰ ক্ষেত্ৰত দুটা দিশ দৃষ্টিগোচৰ হয়। কিছুমান পৰিবৰ্তনে শ শ শব্দত দেখা দিয়ে আৰু কিছুমান পৰিবৰ্তন মাত্ৰ এটা বা দুটা শব্দৰ লগতে সীমিত হৈ থাকে। অনেক শব্দৰ ক্ষেত্ৰত যেতিয়া একোটা পৰিবৰ্তন ঘটে, তেতিয়া সেই পৰিবৰ্তন শব্দবোৰৰ বিশেষ এক পৰিস্থিতি বা পৰিবেশৰ মাজতহে হয়। একে পৰিস্থিতিত একোটা পৰিবৰ্তন হয় আৰু তেনে পৰিস্থিতিত সি সদায় নিয়মিতভাৱে কাম কৰে। কোনো এটা ভাষাৰ কোনো এক পৰিবৰ্তনক এটা সূত্ৰৰ জৰিয়তে সংক্ষেপতে ক'ব পাৰিলে তাক এটা ধ্বনিনিয়ম বুলি কোৱা হয়। প্ৰাচীন ইংৰাজীৰ বলাঘাত যুক্ত (আ) ধ্বনি আধুনিক ইংৰাজীত (ওৱ) হৈছে; যেনে, প্ৰা. ইং. হাম>হোম, স্তান>স্তোন, বান>বোন, ৰাড > ৰোড। এনে সূত্ৰ ধ্বনিনিয়ম নামেৰে প্ৰচলিত। সংস্কৃত শব্দৰ আৰম্ভণিত থকা স ধ্বনি আবেস্তাত হ ধ্বনিত পৰিণত হোৱাটোও ধ্বনিনিয়মৰ আন এটা উদাহৰণ: সং. সপ্ত, সিন্ধু>হপ্ত, হিন্দু (আবেস্তা)। যি কোনো ভাষাৰ পৰা ধ্বনিনিয়মৰ উদাহৰণ দাঙি ধৰিব পাৰি। অসমীয়া ভাষাৰ এটা ধ্বনিনিয়ম হ'ল সংস্কৃতৰ অসংযুক্ত উষ্ম ধ্বনি শ, ষ, স অসমীয়াত 'স' হয়; যেনে, শব. > সৰ, ষণ্ড>সাঁৰ, সাৰ>সাৰ, আশা>আসা, আকাশ>আকাস ইত্যাদি। সংস্কৃতৰ অসংযুক্ততা এটা বিশেষ পৰিস্থিতি। এই পৰিস্থিতিটো নাথাকিলে

উষ্ম ধ্বনিবোৰ 'স' ধ্বনিত পৰিণত নহয়; যেনে, কৃষ্ণ > ক্রিচ্‌ন্‌ (পৰি. ১)।

১৭১ ধ্বনিনিয়মৰ পৰা কোনো এটা ভাষাৰ, কোনো এক সময়ৰ, কোনো বিশিষ্ট পৰিস্থিতিৰ কোনো বিশিষ্টধ্বনিৰ পৰিবৰ্তনক বুজিব লাগিব। কোনো এটা পৰিস্থিতিত এটা ধ্বনিৰ যেতিয়া পৰিবৰ্তন ঘটে, তেতিয়া সি নিয়মিতভাৱে চলে। কিন্তু কোনো ভাষাৰ ক্ষেত্ৰৰ সকলো ঠাইতে সি নচলিবও পাৰে। উদাহৰণ স্বৰূপে ক'ব পাৰি যে যিটো ধ্বনিনিয়ম মাত্র অসমীয়াত চলে, কামৰূপী উপভাষাত সি নচলে। ওপৰত সংস্কৃতৰ উষ্ম ধ্বনিৰ অসমীয়ালৈ পৰিবৰ্তনৰ চানেকি দাঙি ধৰা হৈছে। কামৰূপীত মধ্যবৰ্তী আৰু অন্ত্য উষ্ম ধ্বনি খ আৰু হ হয়, যেনে, আশা > আখা, আহাৰ < আশাৰ মূৰ √খা, বস>বথ, বহ ইত্যাদি। কোনো এটা ধ্বনি-নিয়ম কোনো এক বিশেষ শ্ৰেণীৰ লোকৰ ক্ষেত্ৰটো প্ৰযোজ্য হ'ব পাৰে। অসমীয়াৰ 'স' ধ্বনি কিছুমান মানুহে 'হ' ৰূপে উচ্চাৰণ কৰে। কেতিয়াবা এটা ধ্বনিনিয়ম কোনো এক সময়লৈকে সীমাবদ্ধ হৈ থকা দেখা যায়।

১৭২ ধ্বনিনিয়ম নিয়মিতভাৱে চলে কাৰণে তাৰ সহায়েৰে হাতত পোৱা ৰূপ এটাৰ পৰা হাতত নোপোৱা ৰূপ এটাৰ গঠন সম্পৰ্কে ভৱিষ্যত বাণী কৰিব পৰা যায়। আন বিজ্ঞানৰ নিয়ম বা সূত্ৰবোৰৰো ই এটা বৈশিষ্ট্য। ধ্বনিনিয়মৰ আৱিষ্কাৰৰ দ্বাৰা তুলনাত্মক ভাষা-বিজ্ঞান প্ৰগতিৰ পথত আগ বাঢ়িছে। ইয়াৰ জৰিয়তে ভাৰত-ইউৰোপীয় ভাষা-পৰিয়ালৰ সম্ভেদ পোৱা হৈছে। কোনো কোনোৱে ধ্বনিনিয়মৰ ওপৰত বিশেষ গুৰুত্ব দিবলৈ নিৰিবিচাৰে আৰু কোনো কোনোৱে ভাবে যে ধ্বনিনিয়মে সদায় নিয়মিত-ৰূপে কাম কৰে আৰু ইয়াৰ কোনো ব্যতিক্ৰম নাই। আচলতে ধ্বনি-নিয়মৰ কিছুমান ব্যতিক্ৰম আছে। সেইবোৰৰ ভিতৰত প্ৰধান কেইটামান হ'ল: (ক) ধাৰ কৰা শব্দ: আন ভাষাৰ পৰা লোৱা শব্দৰ ক্ষেত্ৰত কোনো এটা ভাষাৰ ধ্বনিনিয়ম নাখাটে। তেনে কোনো শব্দত যদি ধ্বনিনিয়ম খাটে, তেনেহ'লে সেই শব্দটো ধ্বনিনিয়ম প্ৰচলন হোৱাৰ আগতে গৃহীত শব্দ বুলি ধৰিব লাগিব। উদাহৰণ স্বৰূপে ক'ব পাৰি যে আধুনিক যুগত লেটিন বা গ্ৰীকৰ পৰা যিবোৰ শব্দ জাৰ্মান ভাষাত সোমাইছে সেইবোৰত গ্ৰিমৰ নিয়ম (§ ১৭৩) নাখাটিব। (খ) উপভাষাৰ মিশ্ৰণ: কোনো এঠাইৰ মাতৃভাষাত তাৰ উপভাষাৰ শব্দ মিহলি হৈ থাকে। সেই শব্দবোৰত মাতৃ-

ভাষাৰ ধ্বনিনিয়ম প্ৰযোজ্য নহয়। (গ) সাদৃশ্য : সাদৃশ্যৰ দ্বাৰা সৃষ্ট ৰূপত ধ্বনিনিয়মৰ প্ৰয়োগ নচলে। (ঘ) ধ্বন্যাত্মক শব্দও ধ্বনিনিয়মৰ বাহিৰত। (ঙ) কোনো এটা ভাষাত যদি ৰোমান্টিক মনোবৃত্তি চলি থকাৰ সময়ত কিছুমান লোক ক্লাছিকেল ভাবাপন্ন হয় আৰু তাৰ ফলত পুৰণি শব্দৰ প্ৰচলন ঘটে, তেতিয়া আগতে প্ৰচলিত ধ্বনিনিয়মে নতুনকৈ লোৱা শব্দক প্ৰভাৱিত নকৰিব। অৰ্থাৎ ক্লাছিকেল আৰু ৰোমান্টিক ভাৱধাৰাৰ পৰিৱৰ্তনৰ সময়ত এটাত প্ৰচলিত ধ্বনিনিয়ম আনটোত নাখাটে। গতিকে ধ্বনিনিয়মক এটা সীমাবদ্ধতাৰ মাজতহে ব্যৱহাৰ কৰিব পাৰি। আকৌ আন প্ৰাকৃতিক নিয়মৰ লৈতে ধ্বনিনিয়মক সাঙুৰিব নোৱাৰি। প্ৰাকৃতিক নিয়ম সাৰ্বকালিক আৰু সৰ্বদেশীয়; অৰ্থাৎ সকলো সময়তে সকলো ঠাইত সি একে ধৰণে কাম কৰে। নিউটনৰ সূত্ৰ সকলো ঠাইতে প্ৰযোজ্য। সকলো ঠাইৰ মানুহ মৰণশীল। ভাষাৰ ক্ষেত্ৰত ধ্বনিনিয়ম তেনেকুৱা নহয়। ভাৰতীয় আৰ্য-ভাষাৰ ইতিহাসত দেখা যায় যে প্ৰা. ভা. আ. ভাষাৰ পৰা মধ্য. ভা. আ. ভাষালৈ ৰূপান্তৰিত হওঁতে ধ্বনিবোৰত যিদৰে পৰিৱৰ্তন হৈছিল, মধ্য. ভা. আ. ভাষাৰ পৰা নব্য, ভা. আ. ভাষাত পৰিণত হওঁতে ধ্বনিবোৰৰ একে ধৰণে পৰিৱৰ্তন ঘটা নাই। প্ৰাকৃতিক নিয়মৰ ব্যতিক্ৰম নাই। ধ্বনিনিয়মৰ ব্যতিক্ৰম আছে। সং. নৃত্য>নাচ; কিন্তু ভৃত্যৰ পৰা ভাচ নহ'ল।

১৭৩ **গ্ৰিম-নিয়ম** : ধ্বনিনিয়মৰ ভিতৰত এইটো এটা প্ৰসিদ্ধ ধ্বনিনিয়ম। ভাৰত-ইউৰোপীয় ভাষাৰ মাজত হোৱা ধ্বনি-পৰিৱৰ্তনৰ কেইটামান লক্ষণৰ বিষয়ে প্ৰণালীবদ্ধভাৱে আলোচনা কৰাৰ ফলত জাৰ্মানীৰ গ্ৰিম নামৰ পণ্ডিতৰ (খৃঃ ১৭৮৫-১৮৬৩) নাম অনুসৰি এই ধ্বনিনিয়মটোৰ নামকৰণ হৈছে। গ্ৰিমে উলিওৱা সূত্ৰটো প্ৰথমতে ৰাস্ক আৰু ইৰে (Ihre) নামৰ দুজন পণ্ডিতে উলিয়ায়। কিন্তু গ্ৰিমে তাক পৰিৱৰ্ধিত ৰূপত নানা উদাহৰণেৰে স্থাপন কৰে। গ্ৰিমে আন ভাৰত-ইউৰোপীয় ভাষাৰ স্পৰ্শ ধ্বনি কিছুমানৰ জাৰ্মানীয় ভাষালৈ হোৱা পৰিৱৰ্তনৰ কথা আলোচনা কৰিছে। এই পৰিৱৰ্তন দুবাৰ হৈছিল। প্ৰথম পৰিৱৰ্তন ঘটিছিল প্ৰাগৈতিহাসিক যুগত আৰু সিয়ে ভাৰত-ইউৰোপীয় আন ভাষাৰ পৰা জাৰ্মানীয় ভাষাৰ ব্যঞ্জনধ্বনিক পৃথকৰূপে স্থাপন কৰে। ইয়াক প্ৰথম ধ্বনি-পৰিৱৰ্তন (first sound shifting) বোলে। দ্বিতীয় ধ্বনি-পৰিৱৰ্তন (second sound

shifting) খৃষ্টীয় সপ্তম শতিকাৰ আশে-পাশে হৈছিল। এই সময়ত উচ্চ জাৰ্মানে (বৰ্তমানৰ জাৰ্মান ভাষা), নিম্ন জাৰ্মানৰ (ইংৰাজী আদি) পৰা বেলেগ ৰূপ গ্ৰহণ কৰিছিল। জাৰ্মানীৰ দক্ষিণ অঞ্চল পৰ্বতীয়া ঠাই আৰু উত্তৰ অঞ্চল সমতল। ভৌগোলিক দৃষ্টিৰ পিনৰ পৰা দক্ষিণ ভাগ উচ্চ। সেই কাৰণে এই অঞ্চলৰ ভাষা উচ্চ জাৰ্মান। উত্তৰ ভাগ নিম্ন কাৰণে এই অঞ্চলৰ ভাষা নিম্ন জাৰ্মান। উচ্চ জাৰ্মান আৰু নিম্ন জাৰ্মান শব্দৰ দ্বাৰা জাৰ্মান ভাষাৰ বিষয়ে কোনো মন্তব্য দিয়া হোৱা নাই। ই মাত্ৰ ভৌগোলিক বিভাগ।

১৭৪ জাৰ্মানীয় ভাষাৰ ভিতৰত জাৰ্মান, গোথিক, ইংৰাজী, স্কেণ্ডেনেভীয়, ডাটচ আদি ভাষাৰ উপৰি নৰৱে, ডেনমাৰ্ক, ছুইডেন আদিৰ ভাষাও পৰে। আন ভাৰত-ইউৰোপীয় ভাষাৰ ভিতৰত প্ৰধান হ'ল সংস্কৃত, গ্ৰীক আৰু লেটিন। গতিকে সংস্কৃত, গ্ৰীক বা লেটিন যি কোনো এটাৰ স্পৰ্শ ধ্বনিৰ ইংৰাজীলৈ কি দৰে পৰিবৰ্তন হৈছে আলোচনা কৰিলে গ্ৰিম-নিয়মৰ কথা বুজা যাব। গ্ৰিম-নিয়ম অনুযায়ী ভাৰত-ইউৰোপীয় অঘোষ স্পৰ্শ ধ্বনি প, ত, ক>জাৰ্মানীয় ফ (f), থ (θ), খ (x); ঘোষ ব, দ, গ>জাৰ্মানীয় অঘোষ প, ত, ক আৰু ঘোষ ভ, ধ, ঘ>জাৰ্মানীয় ঘোষ ব, দ, (উষ্ম ঝ), গ।[৬৩] ব্লুমফিল্ডে গ্ৰিম-নিয়মক এইদৰে বৰ্ণাইছে :

(ক) আন ভাষাৰ অঘোষ স্পৰ্শ ধ্বনি>জাৰ্মানীয়, অঘোষ উষ্ম ধ্বনি : প, ত, ক>ফ (f), থ (θ), হ।

(খ) আন ভাষাৰ ঘোষ স্পৰ্শ ধ্বনি>জাৰ্মানীয় অঘোষ স্পৰ্শ ধ্বনি : ব, দ, গ>প, ত, ক।

(গ) আন ভাষাৰ কিছুমান মহাপ্ৰাণ আৰু উষ্ম ধ্বনি>জাৰ্মানীয় ঘোষ স্পৰ্শ আৰু উষ্ম ধ্বনি। উদাহৰণ :

| (ক) সংস্কৃত | লেটিন | ইংৰাজী |
|---|---|---|
| পদ | পেছ (pes) | ফুট (foot) |
| পিতা | পাটৰ (pater) | ফাডাৰ (father) |
| ত্ৰয়ঃ | ট্ৰেছ (tres) | থ্ৰি (three) |
| ত্ৰিণ |  | থৰ্ন (thorn) |
| শতম্ | কেণ্টুম (centum) | হাণ্ড্ৰেড (hundred) |

৬৩ Sheard, J. A. *The Words we Use*, 1954, p. 99

| সংস্কৃত | লেটিন | ইংৰাজী |
|---|---|---|
| (খ) | লেবিউম (labium) | লিপ (lip) |
| দ্বি | ডুও (duo) | টু (two) |
| দশ | ডেছেন (decen) | টেন (ten) |
| দন্ত | ডেন্‌ছ (dens) | টুথ (tooth) |
| অদ্ | এডেৰে (edere) | ইট্ (eat) |
| যুগ | | য়োক (yoke) |
| গো | | কাউ (cow) |
| (গ) ভৰামি | ফেৰো (fero) | বিয়াৰ (bear) |
| ভ্ৰাতা | ফ্ৰাটৰ (frater) | ব্ৰাডাৰ (brother) |
| মধ্য | মেডিয়ছ (medius) | মিড (mid) |
| হংস | | গুজ (goose) |

১৭৫ ডঃ তাৰাপোৰেৱালাই গ্ৰিম-নিয়মটো এটা ত্ৰিভুজৰ সহায়েৰে সহজতে বুজিব পৰাকৈ বৰ্ণনা কৰিছে। তলত তাৰ চিত্ৰ দিয়া হ'ল :




ত্ৰিভুজটোৰ যি কোনো এটা কোণত থকা ধ্বনিকেইটাই ভাৰত-ইউৰোপীয় আন ভাষাৰ ধ্বনিক বুজাইছে। কাঁড় চিহ্নেৰে দেখুৱা অনুযায়ী এটা স্তৰ আগ বাঢ়িলে যি ধ্বনি পোৱা যাব সিইঁত মিয় জাৰ্মানলৈ পৰিবৰ্তিত ধ্বনি। অৰ্থাৎ

মূল ভাৰত-ইউৰোপীয় ভাষাৰ ক, ত, প > (নিম্ন জাৰ্মানত) খ, থ, ফ
" " " খ, থ, ফ > " " গ, দ, ব
" " " ঘ, ধ, ভ > " " গ, দ, ব
" " " গ, দ, ব > " " ক, ত, প

যদি মূল ভাৰত-ইউৰোপীয় ভাষাৰ পৰা উচ্চ জাৰ্মানত হোৱা পৰিবৰ্তন পাবলৈ বিচৰা যায়, তেনেহ'লে কাঁড চিহ্নেৰে সূচোৱা অনুযায়ী প্ৰথম স্তৰ এৰি দ্বিতীয় স্তৰলৈ যাব লাগিব। দ্বিতীয় স্তৰৰ ধ্বনিয়ে উচ্চ জাৰ্মানলৈ পৰিৱৰ্তিত ধ্বনি। অৰ্থাৎ

মূল ভাৰত-ইউৰোপীয় ভাষাৰ ক, ত, প > (উচ্চ জাৰ্মানত) গ, দ, ব
" " " খ, থ, ফ > " ক, ত, প
" " " ঘ, ধ, ভ > " ক, ত, প
" " " গ, দ, ব > " খ, থ, ফ

তলত গ্ৰিম-নিয়মৰ আৰু কেইটামান উদাহৰণ দিয়া হ'ল :

| ভাৰত-ইউৰোপীয় ভাষা | | | জাৰ্মানীয় ভাষা | |
|---|---|---|---|---|
| সংস্কৃত | গ্ৰীক | লেটিন | ইংৰাজী | উচ্চ জাৰ্মান |
| ত্বম্ | | টু (tu) | থাউ (thou) | ডু (du) |
| পিতা | | পাটৰ (pater) | ফাডাৰ (father) | ৱাটাৰ (vater) |
| ত্ৰয়: | ট্ৰেইছ | ট্ৰেছ (tres) | থ্ৰি (three) | ড্ৰেই (drei) |
| ভৰামি | ফুও (phuo) | | বি (be) | পিম (pim প্ৰা. উচ্চ. জাৰ্মান) |

১৭৮ উপৰ্যুক্ত ধ্বনিনিয়মটো দেখাত বৰ সৰল যেন বোধ হয়। কিন্তু গ্ৰিমেও ইয়াৰ বহুতো ব্যতিক্ৰম লক্ষ্য কৰিছিল। ক, ত, প ৰ আগত যদি স (s) ধ্বনি লগ লাগি স্ক, স্ত, স্প সংযুক্ত ধ্বনিত পৰিণত হয়, নাইবা তৰ আগত ক আৰু প লগ লাগি ক্ত, প্ত, সংযুক্ত ধ্বনি হয়, তেতিয়াহ'লে ওপৰত দেখুৱাৰ নিচিনা ধ্বনিবোৰৰ পৰিবৰ্তন নঘটিব। আকৌ স্ত > ষ্ত > সস (ss)। সংস্কৃতৰ অস্তি শব্দটো > গ্ৰীক. এস্তি (esti) > লেটিন. এস্ত (est) > গোথিক. ইস্ত (ist) > ইং. ইজ (is) > উচ্চ জাৰ্মান. ইস্ত (ist)। গ্ৰীমে নিজে গ্ৰিম-নিয়মৰ ব্যতিক্ৰম কিছুমানৰ শৃঙ্খলাবদ্ধতা আৱিষ্কাৰ কৰিছিল। তথাপি আৰু আন বহুতো ব্যতিক্ৰম বৈ গৈছিল। পিছৰ

দুজন পণ্ডিতে সেইবোৰৰ কিছুমানৰ পদ্ধতি আৱিষ্কাৰ কৰিবলৈ সমৰ্থ হৈছিল। তাৰ ভিতৰত গ্ৰাছম্যান আৰু ৱাৰ্নাৰৰ নাম বিশেষভাৱে উল্লেখ-যোগ্য। তেওঁলোক দুয়োৰে নামত গ্ৰিম-নিয়মৰ নিচিনা গ্ৰাছম্যান-নিয়ম আৰু ৱাৰ্নাৰ-নিয়ম প্ৰচলিত হৈছে।

১৭৭ **গ্ৰাছম্যান-নিয়ম**: এই নিয়মটো বিষমীভৱনৰ এটা ভাল উদাহৰণ। এই নিয়ম অনুযায়ী ভাৰত-ইউৰোপীয় মূল ভাষাৰ একোটা শব্দত ওচৰাউচৰিকৈ থকা দুটা মহাপ্ৰাণ ধ্বনিৰ এটা ( সচৰাচৰ প্ৰথমটো ) অল্পপ্ৰাণ হয়। সংস্কৃততে ইয়াৰ উদাহৰণ পোৱা যায়, যেনে, √ধা > *ধধাতি > দধাতি, √ভৃ > *ভিভৰ্তি > বিভৰ্তি ইত্যাদি। গ্ৰীকতো এই নিয়ম খাটে। সেই কাৰণে সং. বোধামি > গ্ৰীক. পেৱথোমায় > গোথিক. বিৱডন (biwdan) > ইং বিড (bid). ব্লুমফিল্ডে গ্ৰীক পেৱথোমায় ৰূপটোক এই ধৰণে সিদ্ধ কৰাইছে: প্ৰত্ন গ্ৰীক. *ফেৱথোমায় (*phewthomaj) > গ্ৰীক পেৱথোমায় (pewthomaj). গ্ৰাছম্যান-নিয়মৰ প্ৰকৃত প্ৰয়োগ গ্ৰীক আৰু সংস্কৃতৰ ক্ষেত্ৰত পৰিলক্ষিত হয়; যেনে, *√ভেন্ধ (bhedh) > সং. বন্ধ > গ্ৰীক পেন্থ। *ধুঘতেৰ > সং. দুহিতা > গ্ৰীক থুগতেৰ ইত্যাদি।

১৭৮ **ৱাৰ্নাৰ-নিয়ম**: ৱাৰ্নাৰে আৱিষ্কাৰ কৰিলে যে গ্ৰিমে দেখুৱা ধ্বনি-পৰিৱৰ্তনৰ ধাৰাটো বলাঘাতৰ ওপৰত নিৰ্ভৰ কৰে। তেওঁৰ সিদ্ধান্ত মতে মূলৰ ক, ত, প ধ্বনিৰ আগত যদি বলাঘাত থাকে তেনেহ'লে গোথিকত গ্ৰিমে দেখুৱা অনুযায়ী সিহঁতৰ পৰিৱৰ্তন হ'ব। কিন্তু সিহঁতৰ পৰৱৰ্তী স্বৰধ্বনিৰ ওপৰত যদি বলাঘাত থাকে তেনেহ'লে পৰিৱৰ্তনটো ( চিত্ৰত দেখুৱাৰ নিচিনা ) প্ৰথম স্তৰত নাথাকি দ্বিতীয় স্তৰলৈ গতি কৰিব। অৰ্থাৎ ক, ত, প > গ, দ, ব। উদাহৰণ:

| সং. | গ্ৰীক | লেটিন | গোথিক | ইংৰাজী |
|---|---|---|---|---|
| পিতা (pita) | পাটৰ (pater) | পাটৰ (pater) | ফাডাৰ (fadar) | ফাডাৰ (father) |
| সপ্ত (sapta) | | ছেপটেম (septem) | ছিবুন (sibun) | ছেৱেন (seven) |
| শতম (satam) | | কেণ্টুম (centum) | হুণ্ড (hund) | হাণ্ড্ৰেড (hundred) |

১৭৯ **ভাষাৰ প্ৰগতি আৰু অৱনতি ঃ** ধ্বনি-পৰিৱৰ্তনৰ ধাৰা আৰু ধ্বনিনিয়মবোৰক আলোচনা কৰোঁতে ভাষাৰ বিশিষ্টধ্বনিবোৰৰ সময়ত কিদৰে পৰিৱৰ্তন ঘটে দেখুৱা হৈছে। এনে পৰিৱৰ্তনৰ ফল স্বৰূপে এটা ভাষা আন এটা ভাষালৈ ৰূপান্তৰিত হয়। জগতৰ সকলো ভাষাই এইদৰে ৰূপান্তৰিত হৈ প্ৰাচীনৰ পৰা মধ্য আৰু তাৰ পৰা আধুনিক যুগৰ ভাষাৰ ৰূপত দেখা দিছে। ভাষাৰ এই পৰিৱৰ্তনক কোনো কোনোৱে বিকাশ বা প্ৰগতি আৰু আন কিছুমানে ক্ষয় বা অৱনতি বুলি ক'বলৈ বিচাৰে। বিকাশ বা প্ৰগতি শব্দৰ জৰিয়তে কোনো এটা ভাষাত যে পৰিৱৰ্তনৰ সোঁত সদায় প্ৰবাহিত হয় তাকেহে বুজোৱা হৈছে। কিছুমান লোকে এই দৃষ্টিভঙ্গীৰে ভাষাক নাচাই এই বুলি মন্তব্য দিয়ে যে 'চৰকাৰৰ নিচিনা ক্ৰমে অৱনতিৰ পিনে ঢাল খোৱাটো ভাষাৰো এটা স্বাভাৱিক ৰূপ।' প্ৰাচীন গ্ৰীক আৰু লেটিন ভাষা-প্ৰেমীসকলো এনে ভাবাপন্ন আৰু সেইবাবে তেওঁলোকে আধুনিক ভাষাবোৰক গ্ৰীক আৰু লেটিনৰ উপভাষা বুলি কৈ এই দুটা ভাষাক বৰেণ্য ভাষাৰূপে স্থান দিছিল। আনকি মেক্সমুলাৰৰ নিচিনা পণ্ডিতেও 'আৰ্য-ভাষাৰ ইতিহাস সকলো ক্ষেত্ৰতে ক্ৰমাম্বয়ে হোৱা অৱনতিৰ ইতিহাস' বুলি ক'বলগীয়াত পৰিছিল। সংস্কৃতত তিনিটা বচন আছিল। ধাতুবোৰৰ কেইবাটাও গণত ৰূপ লৈছিল। শব্দ-বিভক্তি কাল আদিৰ সংখ্যাও যথেষ্ট আছিল। তাৰ তুলনাত প্ৰাকৃত ভাষাত বহুতো' ৰূপৰ সৰলীকৰণ হ'ল। প্ৰাকৃতৰ অনেক বৈশিষ্ট্য লৈ আধুনিক আৰ্য-ভাষাবোৰ বিকশিত হৈছে। গতিকে এটা দৃষ্টিত আধুনিক আৰ্য-ভাষাবোৰৰ (সংস্কৃতৰ লগত ৰিজাই চালে) অৱনতি হোৱা বুলি ক'ব পাৰি। কিন্তু এই ক্ষেত্ৰত আন এটা কথা মন কৰিবলগীয়া। সেইটো হৈছে এয়ে যে ভাষাই প্ৰাচীন ৰূপৰ পৰা আধুনিক ৰূপ লওঁতে এপিনে যিদৰে কিছুমান ক্ষেত্ৰত জটিলতাৰ পৰা সৰলতাৰ পিনে গতি কৰে (যাক অৱনতি আখ্যা দিয়া হৈছে), আনপিনে সিইতৰ প্ৰকাশিকা শক্তি বেছি স্পষ্ট হয়, কম কথাত বেছি কথা প্ৰকাশ কৰিব পৰা যায়। ইয়াক উন্নতি বুলি ক'ব লাগিব। এটা ভাষাৰ প্ৰাচীন ৰূপৰ পৰা বিকশিত হওঁতে কোনো কোনো ক্ষেত্ৰত অৱনতি হ'লেও ভাষাটোৰ গঠন-প্ৰণালীটোৰ বিশেষ পৰিৱৰ্তন ঘটিছে নে নাই চোৱাটো বাঞ্ছনীয়। গঠন-প্ৰণালীৰ পিনৰ পৰা কোনো এটা ভাষাই ক্ৰমে অৱনতিৰ পিনে ঢাল খাইছে নে নাই সেই বিষয়ে সাধাৰণ

সূত্ৰ নিৰ্ণয় কৰাটো সম্ভৱ হয় নে নহয় চাব লাগে। তাৰ পাছত ভাষাৰ উন্নতি বা অৱনতিৰ বিষয়ে মন্তব্য দিব লাগে। জেছপাৰছনে কোৱাৰ নিচিনা যিটো ভাষাত কম প্ৰয়াসেৰে বেছি অৰ্থ প্ৰকাশ কৰিব পাৰি সেই ভাষাটোৱে উৎকৃষ্ট। যিবোৰ ভাষাৰ এটা সময়ৰ পৰা ইতিহাস পোৱা গৈছে সেইবোৰৰ বিশ্লেষণৰ পৰা পোৱা যায় যে ভাষাই ক্ৰমে উন্নতিৰ পিনেহে ঢাল ল'বলৈ যত্ন কৰে।* ভাষাৰ পৰিৱৰ্তন হয়, কিন্তু অৱনতি নঘটে।

১৮০ **অৰ্থ-বিজ্ঞান :** শব্দমালা আৰু ধ্বনি-পৰিৱৰ্তনৰ সমতুল্য ভাষাৰ শব্দাৰ্থ পৰিৱৰ্তনৰ দিশটোও আমোদজনক। কোনো এটা ভাষাৰ শব্দ-মালাৰ প্ৰথমৰ অৰ্থ সদায় ৰক্ষিত নহয়। কেতিয়াবা কেতিয়াবা একোটা শব্দৰ এনেকুৱা অৰ্থ হয় গৈ যে বিশেষ অনুসন্ধানৰ দ্বাৰাহে তাৰ পূৰ্বৰ অৰ্থ নিৰূপণ কৰা সম্ভৱ হৈ উঠে। শব্দৰ অৰ্থৰ পৰিৱৰ্তনৰ লগত আন এটা পৰিৱৰ্তনৰ কথা আলোচনা কৰিবলগীয়া হয়। কোনো ভাষাৰ শব্দবোৰৰ আটাইবোৰ সদায় প্ৰচলিত হৈ নাথাকে : কিছুমান শব্দৰ সময়ত মৃত্যু ঘটে আৰু কিছুমান নতুন শব্দৰ সৃষ্টি হয়। শব্দৰ অৰ্থৰ পৰিৱৰ্তন, পৰিৱৰ্তনৰ ধাৰা, অৰ্থ-পৰিৱৰ্তনৰ কাৰণ ; শব্দৰ মৃত্যু, মৃত্যুৰ কাৰণ ; নতুন শব্দৰ সৃষ্টি, নতুন শব্দ-সৃষ্টিৰ কাৰণ, প্ৰণালী আদি সমস্তৰে আলোচনাক অৰ্থ-বিজ্ঞান বোলে। এটা ভাষাই যেতিয়া আন এটা ভাষাৰ পৰা শব্দ ধাৰ কৰে, তেতিয়া তাক নিজৰ ভাষাৰ ধ্বনি অনুযায়ী সজাই লয়। অৰ্থাৎ নিজৰ ভাষাৰ উচ্চাৰণৰ ৰীতি অনুসৰি বিদেশী শব্দ উচ্চাৰণ কৰা হয়। এই ক্ষেত্ৰত বিদেশী শব্দৰ আকৃতিগত পৰিৱৰ্তন ঘটে। কেতিয়াবা কেতিয়াবা বিদেশী শব্দৰ প্ৰকৃতিগত পৰিৱৰ্তন বা অৰ্থৰ পৰিৱৰ্তনো হয়। কিন্তু অৰ্থৰ ক্ষেত্ৰত কি ধৰণে পৰিৱৰ্তন হয় তাক এটা বিশেষ সূত্ৰেৰে বৰ্ণনা কৰিব নোৱাৰি। কেতিয়াবা এটা ভাষাৰ শব্দই আন এটা ভাষাত গৈ সম্পূৰ্ণ ওলোটা অৰ্থ বুজায় ; 'ক্লক' শব্দটোৰ অৰ্থ হৈছে ঘড়ী। তাৰ পৰা গুজৰাটী ভাষাত হোৱা 'কলাক' শব্দটো 'ঘণ্টা' অৰ্থত ব্যৱহৃত হৈছে। পাৰছী ভাষাৰ 'শেৰ' শব্দটোৱে সিংহ বুজাইছিল। কিন্তু উৰ্দুত সি বাঘ বুজাবলৈ ললে। পাৰছীত 'দৰিয়া' মানে নৈ, যেনে আমুদৰিয়া, চীৰদৰিয়া। উৰ্দুত একে অৰ্থই আছে। কিন্তু গুজৰাটী ভাষাত তাৰ অৰ্থ হ'ল সাগৰ।* কোনো এটা

* এই আলোচনাখিনি জেছপাৰছনৰ Language নামৰ গ্ৰন্থৰ পৰা লোৱা হৈছে। পৃষ্ঠা ৩১৯—২৭ ( দশম সংস্কৰণ )

শব্দৰ দুটা বা তাতকৈ অধিক অৰ্থও থাকিব পাৰে। তেতিয়া কোনো এটা অৰ্থ কেন্দ্ৰীয় অৰ্থ আৰু আনবোৰ ব্যঞ্জিত অৰ্থৰূপে পৰিগণিত হ'ব। সচৰাচৰ সকলোৱে ব্যৱহাৰ কৰা অৰ্থটো কেন্দ্ৰীয় অৰ্থ। বিশেষভাৱে ব্যৱহাৰ হোৱা অৰ্থটো ব্যঞ্জিত অৰ্থ। উদাহৰণ স্বৰূপে গৰু বুলি ক'লে আমি জন্তু এটাকে বুজো। এই অৰ্থটো কেন্দ্ৰীয় অৰ্থ। কিন্তু সি এটা গৰু বুলি ক'লে গৰু শব্দৰ অৰ্থটো ব্যঞ্জিত ৰূপত ব্যৱহাৰ হোৱা।

১৮১ একে জাতীয় ভাষাৰ মাজতো এনেকৈ অৰ্থৰ পৰিবৰ্তন হয়। অসমীয়াকে আদি কৰি উত্তৰ ভাৰতৰ আন আন ভাষাবোৰৰ মূল প্ৰধানকৈ সংস্কৃত হ'লেও সংস্কৃতৰ কিছুমান শব্দই অসমীয়াত বেলেগ অৰ্থ বুজাবলৈ লৈছে। 'ৰাগ' শব্দই সংস্কৃতত প্ৰেম বুজায়। কিন্তু অসমীয়াত ৰাগ শব্দই খং বুজায়। সংস্কৃতত 'ভবিত্ৰ' শব্দৰ অৰ্থ ৰ'দ। কিন্তু তাৰ পৰা ওলোৱা ভৰি শব্দই অসমীয়াত ঠেং বুজাইছে। সংস্কৃত ধুৰন্ধৰ শব্দৰ অৰ্থ হৈছে হিন্দীত শ্ৰেষ্ঠ বা প্ৰধান। কিন্তু অসমীয়াত লম্পট অৰ্থতহে সি ব্যৱহাৰ হয়। সংস্কৃত শস্ত শব্দৰ পৰা অসমীয়াত কেইবাটাও শব্দৰ সৃষ্টি হৈছে। যেনে, সইচ্, সহ্, আৰু চহ্। যিদৰে মেল যিজনে কৰে তেওঁ মেল্‌কী, সেইদৰে চহ যিজনে কৰে তেওঁ চহ্‌কী। গতিকে কামৰূপী উপভাষাত চহ্‌কী মানে খেতিয়ক। কিন্তু মান্যভাষাত চহকী শব্দৰ অৰ্থ ধনী। অসুৰ শব্দটোৱে প্ৰথমতে দেৱতাৰ অৰ্থ প্ৰকাশ কৰিছিল। ইৰানী ভাষাত শব্দটোৱে 'অহুৰ' ৰূপ লৈছে আৰু অৰ্থৰো একো সাল-সলনি ঘটা নাই। কিন্তু পিছত গৈ অসুৰ শব্দটো সংস্কৃতত দেৱতাৰ ওলোটা ৰাক্ষস, দৈত্য আদি ভাৱ-প্ৰকাশক হ'ল। শব্দৰ অৰ্থ-পৰিবৰ্তনৰ আৰু অনেক উদাহৰণ দিব পাৰি। বৰ শব্দটোৰ অৰ্থ মূলত আছিল শ্ৰেষ্ঠ লোক। তাৰ পৰা হ'ল বিবাহযোগ্য শ্ৰেষ্ঠ আৰু নিৰ্বাচিত ব্যক্তি। পিচত নিৰ্বাচিত শ্ৰেষ্ঠ নহলেও কইনাক গ্ৰহণ কৰাজন অৰ্থাৎ দৰা অৰ্থত তাৰ ব্যৱহাৰ হ'বলৈ ধৰিলে। আৰবীত জিলা মানে কামি হাড়, দাঁতি, অংশ। হিন্দী, অসমীয়া আদি ভাষাত জিলা হ'ল শাসনৰ বাবে কৰা একোটা ভৌগোলিক বিভাগ। মন্ত্ৰী শব্দৰ অৰ্থ আছিল বৈদিক স্তুতি-গীত ৰচনাজন। তাৰ পৰা হ'লগৈ যাদুকৰ, গোপনীয়তা ৰক্ষা কৰোঁতাজন আৰু পিছত হ'ল ৰাজকাৰ্য চলোৱা মন্ত্ৰী নাইবা হিন্দীত সম্পাদক। সুৰদাস আছিল এজন অন্ধ কবি। কিন্তু যি কোনো পশ্চিমৰ অন্ধ ভিখাৰীয়ে সুৰদাস বুলি ভিক্ষা খোজে। মেৱী

শব্দই দেৱতাৰ স্ত্ৰীৱাচক ৰূপক বুজায়। কিন্তু হিন্দীত দেৱী মানে কলেৰা। শিৱালা শব্দৰ অৰ্থ শিৱ-মন্দিৰ। কিন্তু হিন্দীত যি কোনো মন্দিৰেই শিৱালা। প্ৰজা শব্দই সংস্কৃতত সন্তানক বুজাইছিল। কিন্তু পিছত জনসাধাৰণ অৰ্থত ব্যৱহাৰ হ'ল। সেঠ শব্দই শ্ৰেষ্ঠ লোকক বুজাব লাগিছিল। কিন্তু হিন্দীত সেঠ মানে ধনী মানুহ। সিন্ধীত সেঠ মানে দোকানী। হৱা শব্দই বতাহ বুজায়। কিন্তু হাৱা লগা বুলিলে বেয়া প্ৰভাৱৰ সূচনা কৰে। মন্দিৰ শব্দৰ মূল অৰ্থ হ'ল ঘৰ। কিন্তু পিছত হ'ল দেৱতাৰ ঘৰ। তেনেকৈ থান শব্দই ঠাই নুবুজাই দেৱতাৰ স্থান বা মন্দিৰহে বুজায়। দাস মানে ভৃত্য। কিন্তু দাসৰ বুলিলে বিনয়াৰ্থত 'মোৰ' বুজায়।

১৮২ শব্দৰ অৰ্থৰ পৰিৱৰ্তন কিন্তু অনিয়ত। অৰ্থাৎ এটা শব্দৰ অৰ্থৰ পৰিৱৰ্তন হ'ল কাৰণে সম পৰ্যায়ৰ আন এটা শব্দৰো যে অৰ্থৰ সলনি ঘটিব তাৰ কোনো নিশ্চয়তা নাই; যেনে, 'হস্ত' শব্দই হাতীৰ শুড় বুজায়। কিন্তু হাতীৰ শুড বুজোৱা 'শুণ্ড' শব্দ মানুহৰ হাত বুজাবলৈ ব্যৱহাৰ কৰা নহ'ল। মানুহৰ মন যন্ত্ৰ নহয়; মানুহৰ কাৰ্যবোৰো যন্ত্ৰৰ নিচিনা সুনিৰ্দিষ্ট নিয়মেৰে নচলে। শব্দৰ অৰ্থ-পৰিৱৰ্তনৰ লগত জাতীয় সংস্কৃতি, সভ্যতা, ৰুচি আৰু চিন্তাধাৰাৰো সম্পৰ্ক আছে। শব্দ-গঠন আৰু শব্দাৰ্থ-সৃষ্টিত সামাজিক প্ৰভাৱ কেনেদৰে পৰে তাৰ উদাহৰণ স্বৰূপে বঙলা ভাষাৰ নামৰূপে ব্যৱহাৰ হোৱা এই শব্দবোৰলৈ লক্ষ্য কৰিব পাৰি: আন্নাকালী (আৰ+না+কালী; হে কালী গোসাঁনী, আৰু কন্যা দান নকৰিবা), চায়না (চাই+না। আৰু নালাগে), ক্ষান্তমণি (ক্ষান্ত হোৱা অৰ্থাৎ তোমাৰ জন্মৰ লগতে যেন শিশু-জন্ম শেষ হয়)। "কৌলিন্য প্ৰথাৰ যুগত বহু কন্যাৰ পিতৃ হোৱাৰ নিচিনা দুখ নাছিল। কুল গৈছে। কিন্তু কৌলিন্য এতিয়াও যোৱা নাই। সেই কাৰণে এতিয়াও আমি নৱজাত দুহিতাক 'চায়না' বুলি সম্ভাষণ জনাওঁ।"[67] আৰৌ কেনাৰাম, ফেলাৰাম, তিনকড়ি, এককড়ি প্ৰভৃতি শব্দ আৰু সিইঁতৰ অৰ্থৰ বিষয়ে আলোচনা কৰিলে সমাজৰ আন এটা দিশ প্ৰতিফলিত হয়। এইবোৰ নামৰ লগত অন্ধ-সংস্কাৰৰ ইতিহাস জড়িত হৈছে। মৃতবৎসলা ৰমণীৰ বিশ্বাস যে তেওঁৰ পাপৰ বাবে সন্তান জীৱিত নাথাকে। তেওঁ যদি নিজৰ সন্তানৰ স্বত্ব ত্যাগ কৰে, তেতিয়া-হ'লে বিধাতাই মাকৰ পাপৰ কাৰণে সন্তানক কাঢ়ি নিনিব; সেই কাৰণে

৬৭ ভট্টাচাৰ্য, বিজন বিহাৰী: বাগৰ্থ, পৃষ্ঠা ৭

পুত্রৰ জন্ম-কালত ধাইৰ ওচৰত মাতৃয়ে নৱজাত সন্তানক দান কৰি দিয়ে। পাছত অলপ ধন দি তাক কিনি লয়। যাক কিনি লোৱা হৈছে সি হ'ল কেনাৰাম। দুৰ্ভাগিনী ৰমণীৰ ধাৰণা যে মূল্যবান বস্তুৰ ওপৰত ভগৱানৰ দৃষ্টি পৰে। যাক বেছি ভাল পায় ভগৱানে তাকে লৈ যায়। সেই হেতুকে সন্তানৰ তুচ্ছাৰ্থক নাম দিয়া ৰীতি প্ৰচলিত হৈছে। যাক পেলাই দিয়া হৈছে সি হ'ল ফেলাৰাম। (অসমীয়া সমাজতো এনেদৰে নামকৰণৰ নীতি আছে)। তিনিটা কড়িৰ মূল্য দি ধাইৰ পৰা যাক কিনি লোৱা হৈছে সি তিনকড়ি। এককড়িও এনেদৰে হোৱা।[৬৮]

১৮৩ শব্দৰ অৰ্থৰ এনে পৰিবৰ্তনক তিনিটা ভাগত বিভক্ত কৰিব পাৰি। কেতিয়াবা কোনো এটা শব্দই প্ৰথমতে এটা সীমিত অৰ্থ প্ৰকাশ কৰি পিছত সি এটা ব্যাপক অৰ্থত ব্যৱহাৰ হ'ব পাৰে। ইয়াৰ নাম অৰ্থ-বিস্তাৰ। কোনো কোনো সময়ত বহল অৰ্থত ব্যৱহাৰ হোৱা একোটা শব্দই অলপ ঠেক অৰ্থ প্ৰকাশ কৰিবলৈ ধৰে। ইয়াৰ নাম অৰ্থসংকোচ। কোনো কোনো সময়ত দেখা যায় যে, এসময়ত এটা শব্দই হয়তো এটা অৰ্থ প্ৰকাশ কৰিছিল, কিন্তু আন এটা সময়ত তাৰ সম্পূৰ্ণ বেলেগ অৰ্থ হৈছে গৈ। শব্দৰ অৰ্থৰ এনে পৰিবৰ্তনৰ নাম অৰ্থসংশ্লেষ বা অৰ্থাদেশ।

১৮৪ প্ৰাচীন ইংৰাজীত 'ম্যান' শব্দই মানুহ আৰু গিৰিয়েক দুয়োটা অৰ্থ প্ৰকাশ কৰিছিল। সময়ত তাক বহল অৰ্থত কেৱল মানুহক বুজাবলৈ প্ৰয়োগ কৰা হ'ল। আগতে 'কুশল' শব্দ যিজন মানুহে হাতত খাঁচোৰ নলগাকৈ কুশ ঘাঁহ ছিঙি আনিব পাৰিছিল তেওঁক বুজাবলৈ ব্যৱহৃত হৈছিল। কিন্তু পিছলৈ অৰ্থৰ বিকৃতি ঘটি যি কোনো কামতে চাতুৰিৰে কৰা মানুহক লাহে লাহে কুশল বোলা হ'ল। প্ৰবীণ শব্দই প্ৰথমতে ভালকৈ বীণা বজোৱা লোকক বুজাইছিল। পিছত যি কোনো কামতে নিপুণভাৱে কৰোঁতাজনৰ ক্ষেত্ৰত প্ৰবীণ শব্দৰ ব্যৱহাৰ চলিবলৈ ধৰিলে; যেনে, প্ৰবীণ সাহিত্যিক। হিন্দী ভাষাত 'তেওঁ তাত বজাত প্ৰবীণ' বুলিও ক'ব পাৰি। তিলৰ পৰা ওলোৱা ৰসক তৈল বুলিছিল। তৈল>প্ৰা· তেল্ল>তেল। কিন্তু এতিয়া তেল শব্দই তিলৰ ৰসক নুবুজাই সৰিয়হ, তিচী, নাৰিকল আদিৰ ৰসকো বুজাবলৈ লৈছে। কপাল শব্দই শৰীৰৰ এটা অংশ বুজায় যদিও তাৰ অৰ্থ অদৃষ্টও হয়। অভাৱ শব্দৰ অৰ্থ নথকা অৱস্থা। কিন্তু অভাৱে স্বভাৱ নষ্ট

৬৮ ভট্টাচাৰ্য, বিজন বিহাৰী : বাগৰ্থ, পৃষ্ঠা ৭

বুলি ক'লে অভাৱ শব্দই দাৰিদ্ৰ্য বুজায়। অসুখ মানে সুখৰ অভাৱ। কিন্তু তেওঁৰ অসুখ বুলি ক'লে ৰোগাৱস্থাহে বুজিব লাগিব। মোক এখন কাগজ লাগে আৰু আজি কাগজখন দিয়া নাই বুলি ক'লে দুটা অৰ্থ প্ৰকাশ কৰে। পিছৰ কাগজ শব্দই বাতৰি-কাকতক বুজাইছে। গঙ্গা শব্দই সাধাৰণতে এখন পৱিত্ৰ নৈক বুজায়। হিন্দী, মাৰাঠী আদি ভাষাত নদী অৰ্থত ই ব্যৱহাৰ হয়। প্ৰাচীন অসমীয়াত গঙ্গা শব্দৰ পৰা হোৱা 'গাঙ্গ' শব্দই নৈ বুজাইছে। চিত্ৰলেখাই সখীয়েক উষাৰ কাৰণে অনিৰুদ্ধক আনিবলৈ দ্বাৰকা নগৰীত সোমাই নাৰদ ঋষিক লগ পালে। ঋষিয়ে চিত্ৰলেখাক ক'লে যে "দ্বাৰকাৰ পৰা অনিৰুদ্ধক পলুৱাই লৈ যোৱাটো বৰ সহজ নহয়। ডিঙিত শিল বান্ধি নৈ পাৰ হোৱা যেনে অসম্ভৱ কথা, অনিৰুদ্ধক নিয়াটোও তেনে" উষা-পৰিণয়ত পীতাম্বৰ দ্বিজে কথাখিনি নাৰদৰ মুখেৰে এনেদৰে বৰ্ণাইছে :

নজায়ো নজায়ো মৰিব আপুন দোসে
গলায় পাথৰ বান্ধিয়া আইলে গাঙ্গ তৰিবাৰ আসে।

জ্যোৎস্না শব্দই সংস্কৃতত জোনালী নিশা, জোনৰ কিৰণ, জোনৰ ষোল কলাৰ এটা কলা আদি বুজায়। জ্যোৎস্না শব্দৰ পৰিৱৰ্তিত ৰূপ জোণ্‌হা। তাৰ পৰা জোন হৈছে আৰু সিয়ে অসমীয়াত গোটেই জোনটোক বুজাইছে। কাৰবাক ভাত খাইছা নে বুলি সুধিলে অকল ভাতকেইটাকে খোৱা নুবুজায়; ভাতৰ লগত আন তৰকাৰী, মাছ-মঙহ আদি যিবোৰ বস্তু খায় সকলোকে বুজোৱা হয়। অৰ্থাৎ ভাত শব্দটোক আহাৰ এই বহল অৰ্থত ব্যৱহাৰ কৰা হ'ল। অৰ্থবিস্তাৰৰ এইবোৰ নিদৰ্শন।

১৮৫ অৰ্থসংকোচৰ উদাহৰণ দিবলৈ হ'লে সংস্কৃত মৃগ শব্দলৈ মন কৰিব পাৰি। এসময়ত মৃগ শব্দই সকলো পশুক বুজাইছিল। সেই কাৰণে মৃগ + ইন্দ্ৰ, মৃগেন্দ্ৰৰ অৰ্থ পশুবোৰৰ ভিতৰত ৰজা অৰ্থাৎ সিংহ। সময়ত শব্দটোৱে ঠেক অৰ্থত অকল এবিধ বিশেষ পশু হৰিণক বুজাবলৈ ধৰিলে। ইংৰাজীতো একে ধৰণে 'ডিয়াৰ' শব্দই সকলো জন্তুকে বুজাই পিছত এবিধ জন্তু হৰিণক বুজাইছে। তেনেকৈ 'ভয়েজ' শব্দটোৱে যি কোনো যাত্ৰাক বুজায় সময়ত সাগৰেৰে কৰা যাত্ৰা অৰ্থত সীমিত হ'ল। ইংৰাজী 'মিট' শব্দৰ অৰ্থ প্ৰথম অৱস্থাত যি কোনো আহাৰ আছিল। অৰ্থ সঙ্কুচিত হৈ এবিধ আহাৰ 'মাংস' অৰ্থত তাৰ ব্যৱহাৰ হ'বলৈ ধৰিলে। সংস্কৃত 'শ্বন' শব্দৰ ৰূপান্তৰ 'হুণ্ড' শব্দই প্ৰাচীন ইংৰাজীত কুকুৰক বুজাইছিল। তাৰ

পৰা হোৱা 'হাউণ্ড' শব্দই কিন্তু এবিধ বিশেষ জাতৰ চিকাৰী কুকুৰক বুজালে। সংস্কৃতৰ কৰ্ম শব্দ ৰূপান্তৰিত হোৱাৰ ফলত প্ৰাকৃত ভাষাত 'কম্ম' ৰূপ হৈছে। তাৰ পৰা অসমীয়া, হিন্দী আদি ভাষাত ব্যৱহাৰ হোৱা কাম শব্দ হৈছে। সংস্কৃতত শব্দটোৱে যি কোনো কাম-কাজৰ বাহিৰেও কোনো ধাৰ্মিক কৰ্মকো বুজাইছিল। নামনি-অসমত কাম শব্দটো এবিধ বিশেষ কাৰ্য 'শ্ৰাদ্ধ' অৰ্থত ব্যৱহাৰ কৰা হয়, যেনে, আজি পিতাৰ কাম (শৰাধ)। অদ্ ধাতুৰ পৰা উৎপন্ন অন্ন শব্দই খাদ্য নবুজাই এবিধ খাদ্য ভাতক বুজায়। মনুষ্য শব্দৰ পৰা সৃষ্ট মুনিহ শব্দই মতা মানুহক বুজায়। এইবোৰ অৰ্থসংকোচৰ নিদৰ্শন।

১৮৬ অৰ্থসংশ্লেষৰ এটা ভাল উদাহৰণ হৈছে সংস্কৃত দুহিতৃ শব্দৰ পৰা হোৱা দুহিতা শব্দটো। ইয়াৰ পৰিবৰ্তিত ৰূপ হ'ল ধীতা, ঝীআ, ঝী, জী। জী শব্দৰ পিছত অৰি, প্ৰত্যয় যোগ হৈ হ'ল জীয়ৰী বা জীয়াৰী। দুহিতৃ শব্দটো আকৌ দুহ্ ধাতুৰ পৰা উৎপন্ন। দুহ্ ধাতুৰ অৰ্থ হৈছে গাখীৰ দিওৱা। গতিকে যিজনীয়ে গাখীৰ খিৱায় তেৱেঁই দুহিতৃ। পিছত শব্দটো জীয়ৰী অৰ্থত ব্যৱহাৰ হ'বলৈ ধৰিলে। সংস্কৃতৰ 'ভদ্ৰ' শব্দৰ কেইবাটাও অৰ্থ পোৱা যায়; যেনে, শুভ, সুখী, ভাল, ধুনীয়া, চতুৰ মহান আদি। ভদ্ৰ আৰু লোক শব্দ লগলাগি হ'ল ভদ্ৰলোক অৰ্থাৎ যিজন চতুৰ, ভাল বা মহান লোক। কিন্তু আজিকালি যিজনৰ সাজপাৰ ভাল (মানুহজন ভাল নে বেয়া কোৱা টান) তেওঁকেই ভদ্ৰলোক বুলি পৰিচয় দিয়া হয়। ঠিক তেনেকৈ 'মহাজন' শব্দটোৱে সংস্কৃতত মুখ্যজন বা মহান বা প্ৰখ্যাত লোকক বুজাইছিল। আজিকালি ধনৰ ক্ষেত্ৰত প্ৰধানজনক (অৰ্থাৎ পুঁজিপতিজনক) মহাজন বোলা হয়। গাখীৰৰ ব্যৱসায় কৰা নেপালীকো মহাজন বুলি মাতে। হিন্দী ভাষাত 'গঁৱাৰ' শব্দ এটা আছে। গাওঁত যি বাস কৰে সি গঁৱাৰ এনে অৰ্থত শব্দটো ব্যৱহাৰ হৈছিল। পিছত চহৰৰ মানুহৰ তুলনাত গাওঁৰ মানুহ শিক্ষা-দীক্ষাত কিছু পিছপৰা হোৱা কাৰণে গঁৱাৰ শব্দই মূৰ্খ অৰ্থ বুজাবলৈ ল'লে। অসমীয়াত শব্দটো আকোৰগোজ মানুহক বুজাবলৈ ব্যৱহাৰ কৰা হয়। প্ৰাচীন অসমীয়াত গঞাৰ শব্দই মূৰ্খ অৰ্থ প্ৰকাশ কৰিছে। (তু· পণ্ডিত নহয় সাধু পড়ে গঞাৰে,-দুৰ্গাবৰ)। সংস্কৃত শব্দটোৰ সৃষ্টি হৈছিল মাৰ্জিত, সংশোধিত, অলংকৃত আদি অৰ্থ প্ৰকাশৰ হেতু। অসমীয়াত কেতিয়াবা অশ্লীলতাৰ

ভাৱ নিৰ্দেশ কৰি ভদ্ৰ ভাৱত শব্দটো ব্যৱহাৰ কৰা হয়। হিন্দী ভাষাত খাদ্য শব্দৰ পৰা উৎপন্ন খাদ শব্দ শস্তৰ কাৰণে মাটিত দিয়া সাৰ অৰ্থতহে ব্যৱহাৰ হয়। ভদ্ৰ শব্দৰ পৰা বিকশিত ভোদা শব্দই মূৰ্খ অৰ্থ প্ৰকাশ কৰে।

১৮৭ শব্দৰ অৰ্থ-পৰিৱৰ্তনৰ দিশ এইটোৱে। অৰ্থ-পৰিৱৰ্তনৰ উদাহৰণবোৰৰ পৰা দুটা কথা দেখা যায়। কেতিয়াবা কোনো শব্দ প্ৰথমতে থকা বেয়া অৰ্থৰ পৰা এটা ভাল অৰ্থৰ অধিকাৰী হয়। কোনো শব্দৰ প্ৰথমতে থকা ভাল অৰ্থ বেয়ালৈ ৰূপান্তৰিত হয়। ইয়াৰ নাম ক্ৰমান্বয়ে অৰ্থোৎকৰ্ষ আৰু অৰ্থাপকৰ্ষ। অৰ্থোৎকৰ্ষৰ উদাহৰণ: সাহসী ( সাহস শব্দই প্ৰথমতে ডকাইতি আদি বেয়া কামবোৰক বুজাইছিল ), মুগ্ধ ( মুগ্ধ শব্দৰ প্ৰথমৰ অৰ্থ আছিল মূৰ্খ। বোপদেৱৰ মুগ্ধবোধ নামৰ ব্যাকৰণখনক মূৰ্খসকলেও বুজিব এনে ভাৱত নামকৰণ কৰা হৈছিল )। কিন্তু তেওঁৰ কথাত মুগ্ধ হলোঁ বুলিলে সেই অৰ্থ সমূলি নাথাকে। অৰ্থাপকৰ্ষৰ উদাহৰণ: ভোদা, মহাজন, ভদ্ৰলোক, ঠাকুৰ আদি। বৰ্তমান সময়ত অসমীয়াত ঠাকুৰ শব্দই ৰান্ধনি ব্ৰাহ্মণক বুজায়। প্ৰাচীন অসমীয়াত ভগৱানক ঠাকুৰ বুলি সম্বোধন কৰা হৈছিল; যেনে, দয়াৰ ঠাকুৰ হৰি। হিন্দীৰ উপভাষাত ঠাকুৰ শব্দই নাপিতকো বুজায়। কবীৰদাসে 'হৰিজন' শব্দৰ প্ৰয়োগ ভক্ত অৰ্থত কৰিছিল। পাছত অস্পৃশ্য অৰ্থত সি ব্যৱহাৰ হ'ল। অৰ্থ-পৰিৱৰ্তনৰ ক্ষেত্ৰত উৎকৰ্ষতকৈ অপকৰ্ষৰ প্ৰবৃত্তি বেছি।

১৮৮ **অৰ্থ-পৰিৱৰ্তনৰ কাৰণ:** শব্দৰ অৰ্থ-পৰিৱৰ্তন কিয় হয় তাক এটা কথাৰে বুজাব নোৱাৰি। মানুহৰ মনস্তত্ত্বৰ পৰা আৰম্ভ কৰি কোনো ঠাইৰ সাংস্কৃতিক, ভৌগোলিক, ভৌতিক আদি পৰিস্থিতিৰ লগতো ই জড়িত। এপিনৰ পৰা চালে 'অৰ্থতত্ত্ব এক প্ৰকাৰ মনোবৈজ্ঞানিক প্ৰক্ৰিয়া'। তথাপি ভাষাবিজ্ঞানীসকলে অৰ্থ-পৰিৱৰ্তনৰ কিছুমান কাৰণৰ কথা উল্লেখ কৰিছে। তলত তাৰ কেইটামানৰ আলোচনা দাঙি ধৰা হ'ল:

(ক) **আলঙ্কাৰিক প্ৰয়োগ:** মানুহে কেতিয়াবা একোটা কথা অলপ ৰহণ লগাই ক'বলৈ ভাল পায়। তেতিয়া এটা শব্দই হয়তো যি অৰ্থ বুজাইছিল তাৰ বাহিৰেও আন অৰ্থত ব্যৱহাৰ হ'ব পাৰে, যেনে, মধু মানে মৌ। মধুৰ মানে মধুযুক্ত অৰ্থাৎ মিঠা। কিন্তু বিটো বস্তু চাকি চাব নোৱাৰি তাতো মধুৰ শব্দ যোগ দি বস্তু বা কথাটোৰ গুণ বঢ়োৱা হয়। কবিয়ে

পাইছে : 'মধুৰ বাহীৰ তান আহে বতাহত দূৰতেই শুনা পাতি কাণ।' মধুৰ সম্ভাষণ, মধুৰ ঝঙ্কাৰ আদি প্ৰয়োগো হয়। একোটা শব্দৰ উপৰি বাক্য বা বাক্যাংশ এটাৰো অৰ্থৰ পৰিবৰ্তন হ'ব পাৰে। তেওঁৰ মুখেৰে মৌ বৰষে বুলি ক'লে মানুহজনৰ মুখৰ পৰা মৌ ওলোৱা নুবুজায়। তেওঁৰ কথাখিনি ভাল বা ৰসাল ইয়াকেহে বুজায়। সুখ-পাৰাবাৰ, স্নেহ-পাৰাবাৰ আদিৰ প্ৰয়োগত পাৰাবাৰ শব্দই আধিক্য অৰ্থহে প্ৰকাশ কৰে। তিক্ত অভিজ্ঞতা, নীৰস কাব্য, কলহৰ মুখ, ছন্দৰ চৰণ, আলুৰ দকু, কাগজৰ পিঠি আদিৰ' প্ৰয়োগো আলঙ্কাৰিক। ইয়াৰ অনন্ত উদাহৰণ দাঙি ধৰিব পাৰি। ৰায়পাৰ বা পুলিছ শব্দই কুকুৰৰ অৰ্থ প্ৰকাশ কৰোঁতে অলঙ্কাৰেহে সহায় কৰিছে। ব্যাজোক্তিৰ জৰিয়তেও কেতিয়াবা কোনো শব্দৰ আক্ষৰিক অৰ্থৰ সলনি বিপৰীত অৰ্থ সূচোৱা হয়; যেনে, বুদ্ধিৰ চুঙা বুলি মূৰ্খতালৈহে আঙুলিয়াই দিয়া হৈছে। অধৰ্মত ধকাজনক 'ধৰ্ম যুধিষ্ঠিৰ' বুলি ঠাট্টাৰ সুৰত কোৱা হয়। 'পৰদ্ৰব্য লোষ্ট্ৰবৎ' বুলি ভবাৰ কাৰণে অনেক 'মহাত্মা' 'শ্ৰীঘৰ'ত বাস কৰিবলগীয়া হয়; পুলিছে 'পূৰ্ণচন্দ্ৰ' গ্ৰহণ কৰিও 'অৰ্ধচন্দ্ৰ' দি সন্মানিত কৰে।[৬৯] সাহসীজনক সিংহ, ভয়াতুৰক শিয়াল, বুদ্ধিহীনক গ'ৰু, তোষামোদী-জনক কুকুৰ বুলি যেতিয়া কোৱা হয়, তেতিয়াও আলঙ্কাৰিক প্ৰয়োগ ঘটে। ইয়াৰ সহায়ত আমি যেতিয়া হৰবাৰ আলোচনা কৰাৰ কথা কওঁ, তেতিয়া তেওঁৰ ৰচনাৱলীকহে বুজোঁ। কোনো সন্মানিত ব্যক্তিক পদধূলি দিবলৈ ক'লে তেওঁৰ ভৰিৰ ধূলি পঠিয়াই দিয়াটো নুবুজায়। কাৰবাৰ মুখ নাচাওঁ বুলি যেতিয়া কওঁ তেতিয়া সি মুখখন চাকি আহিলেও আমি ভাল নাপায়। তেনেকৈ পাণি গ্ৰহণ কৰা বুলিলে হাতত ধৰা নুবুজায়। এইবোৰত অংশ এটাই সম্পূৰ্ণ বস্তুটোক বুজাইছে। আকৌ ষোলটা বসন্ত বুলিলে ষোল বছৰক বুজায়। সেইদৰে এটা ঘটনাৰ দ্বাৰা আনুষঙ্গিক আন ঘটনাৰ ইঙ্গিতো দিয়া হয়, যেনে, ভৰিত পৰা মানে অনুনয়-বিনয় কৰা। ধামা ধৰা, তেল দিয়া আদি প্ৰয়োগে খোচামোদ কৰাহে বুজায়। লালবাতি জ্বলাৰ দ্বাৰা দেউলীয়া হোৱা কথাটো সূচায়। সংস্কৃতত তস্কৰ আৰু কিঙ্কৰ শব্দই চোৰ আৰু চাকৰক বুজাইছে। অসমীয়াত হাতলৰ আৰু হাতদীঘল শব্দ দুটাৰ আক্ষৰিক অৰ্থ নহৈ চোৰ আৰু প্ৰতাৰণাশীল অৰ্থ হৈছে।

(খ) নম্ৰতা প্ৰদৰ্শন : নম্ৰতা বুজাবলৈও মানুহে কিছুমান শব্দ ব্যৱহাৰ

৬৯ ভট্টাচাৰ্য, বিজন বিহাৰী : বাগৰ্থ, পৃষ্ঠা ২৭

কৰে আৰু শব্দটোৰ আচল অৰ্থৰ পৰিবৰ্তন হয়। জাপানী আৰু উৰ্দু ভাষাত নম্ৰতাসূচক প্ৰয়োগ বৰ বেছি বুলি কোৱা হয়। উৰ্দুত এজন মানুহ যিমানেই ধনী নহওক লাগে বা তেওঁৰ ঘৰটো যিমানেই ডাঙৰ বা ধুনীয়া নহওক লাগে, তেওঁ কাৰবাক নিজৰ ঘৰৰ বিষয়ে ক'ব লাগিলে 'গৰীবখানা' (পঁজাঘৰ) বুলি কয়। সেইদৰে আন এজনৰ ঘৰ ভগা পঁজা হ'লেও উল্লেখ কৰা সময়ত 'দৌলতখানা' (প্ৰাসাদ) বুলি উল্লেখ কৰে। নম্ৰভাৱতে একবচনৰ ঠাইত বহুবচন ব্যৱহাৰ কৰা হয়। সেই বাবে মোৰ ঠাইত আমাৰ, মোকৰ ঠাইত আমাক আদি অসমীয়াতো ব্যৱহাৰ হয় আৰু তেতিয়া সিহঁতৰ একবচনৰ অৰ্থকে বুজিব লাগে।

(গ) **সুভাষণ:** কোনো কোনো ক্ষেত্ৰত অশোভনীয় বা অপ্ৰীতিকৰ কথা একোটা উল্লেখ কৰোঁতে শব্দ একোটাই প্ৰকৃত অৰ্থৰ সলনি আন অৰ্থহে সূচনা কৰে। মৃত্যু বাতৰি সকলোৰে কাৰণে অপ্ৰীতিকৰ। সেই কাৰণে কোনো এজন মানুহ মৰিল বুলি নকৈ তেওঁ ইহলীলা সম্বৰণ কৰিলে, নশ্বৰ দেহ ত্যাগ কৰিলে, স্বৰ্গবাসী হ'ল আদি বিবিধ ধৰণে বুজোৱা হয়। আজি-কালি 'চাকৰ' বুলি ক'লে মানুহে ভাল নাপায়। সেই হেতুকে মোক এটা ল'ৰা লাগে বুলি বহুতে কয়।

(ঘ) **কুসংস্কাৰ:** কুসংস্কাৰৰ ফলতো কেতিয়াবা শব্দৰ অৰ্থৰ পৰিবৰ্তন হ'ব পাৰে। ৰাতি হলে 'হালধী' বুলি ক'ব নাপায়, এনে এটা নিয়ম সাধাৰণ মানুহৰ মাজত আছে। সেয়েহে ৰাতি হালধী বিচাৰি গৈ 'ৰংগুৰি' বুলি ক'লে হালধী পোৱা যায়। ৰাতি সাপক 'পকা' (পোক), 'দীঘলীয়া' আদি শব্দেৰে বুজোৱা হয়। গছত ভূত আছে বুলি নকৈ দেৱতা আছে বুলি কোৱাটোহে নিয়ম।

(ঙ) **পৰিৱেশৰ পৰিৱৰ্তন:** কেতিয়াবা স্থান-পৰিবৰ্তন, সমাজ-ব্যৱস্থাৰ পৰিবৰ্তন, সমাজৰ ভৌতিক ব্যৱস্থাৰ পৰিবৰ্তন আদিৰ ফলত শব্দৰ অৰ্থৰ সলনি হয়। বেদৰ প্ৰথম স্তুতিগীতবোৰত 'উষ্ট্ৰ' শব্দটোৱে ম'হ বা মেথোন বুজাইছিল। পিছত গৈ শব্দটোৱে উট বুজাবলৈ ল'লে। উষ্ট্ৰ শব্দৰ ৰূপান্তৰিত ৰূপেই উট শব্দ। ইয়াৰ পৰা অনুমান কৰিব পাৰি যে মানুহবোৰে ম'হ বা মেথোন থকা ঠাইৰ পৰা উট থকা ঠাইলৈ ঠাই সলাইছিল। স্থান-পৰিবৰ্তন অনুযায়ী অৰ্থৰ পৰিবৰ্তনৰ আন এটা উদাহৰণ হ'ল ওপৰত উল্লেখ কৰা চহকী আৰু চহৰী শব্দ দুটা। কলিকতা অঞ্চলত 'মেয়ে'

শব্দই ছোৱালীক বুজায় আৰু বাঁকুড়া জিলাত স্ত্ৰীক বুজায়। সংস্কৃতৰ 'শ্বশুৰ' আৰু 'শ্বশ্ৰূ' শব্দ দুটা প্ৰথম অৱস্থাত গিৰিয়েকৰ মাক-দেউতাকক বুজাবলৈ ব্যৱহাৰ কৰা হৈছিল। ইয়াৰ পৰা সেই সময়ত পৰিয়ালৰ সংগঠন পিতৃপ্ৰধান আছিল বুলি বুজিব পাৰি। পিছত ঘৈণীয়েকৰ মাক-দেউতাককো বুজাবলৈ শব্দ দুটা ব্যৱহাৰ হ'বলৈ ধৰিলে। অৰ্থাৎ মাতৃপ্ৰধান পৰিয়াল-সংগঠনৰ প্ৰচলন লাহে লাহে সমাজ-ব্যৱস্থাত সোমাল হি। মূলত গ্ৰন্থ শব্দই একেলগে গাঁথি থোৱা তাল-পাত কিছুমানক বুজাইছিল। আজিকালি একোখন ডাঙৰ কিতাপক বুজায়। অৰ্থাৎ কাগজৰ প্ৰচলন নথকা সময়ত মানুহে পাতত কিতাপ লেখিছিল। এইটোৱে সমাজৰ ভৌতিক অৱস্থাৰ পৰিৱৰ্তনৰ ইংগিত দিয়ে। ইয়াৰ আন এটা উদাহৰণ হৈছে ইং. ফিজ (fee) শব্দটো। লেটিনত শব্দটো আছিল পেকুছ (pecus), সং. পশু। অৰ্থাৎ প্ৰাচীন কালত পশুৰ বিনিময়ত আন বস্তু গ্ৰহণ কৰা হৈছিল। এতিয়া টকাৰে সেই কাম চলে। পৰিৱেশ-পৰিৱৰ্তনৰ অন্তৰ্গত আন এটা দৃষ্টান্ত হ'ল ইং. ছিষ্টাৰ শব্দটো। এনেয়ে শব্দটোৰ অৰ্থ ভনী। কিন্তু আস্পটালত ছিষ্টাৰ শব্দই নাৰ্চ ক বুজায়। অসমীয়াত বাইদেউ শব্দৰ ঘৰত এটা অৰ্থ আৰু স্কুল বা কলেজত তাৰ আন এটা অৰ্থ শিক্ষয়িত্ৰী হয় গৈ।

(চ) **পাত্ৰভেদঃ** সুখ-দুখ, ভাল-বেয়া; পাপ-পুণ্য, ন্যায়-অন্যায়, সঁচা-মিছা আদি শব্দৰ অৰ্থ সকলোৰে কাৰণে একে নহয়। পাত্ৰ-ভেদে এইবোৰৰ অৰ্থ বেলেগ বেলেগ হয়।

(ছ) **ভাবাবেগ :** কোনো কথাৰ প্ৰকৃত ৰূপটো হুবহুৰূপে বৰ্ণাবলৈ বাওঁতে মানুহৰ কিছু বঢ়াই কোৱা অভ্যাস আছে। অনুভূতিৰ এনে আতিশয্যৰ পৰাও শব্দৰ অৰ্থৰ পৰিৱৰ্তন হয়। 'বিৰাট আয়োজন, বিৰাট সভা, বিৰাট দাম' আদি বাক্যাংশত বিৰাট শব্দই ভিন ভিন অৰ্থ প্ৰকাশ কৰিছে। ইংৰাজী 'টেৰিবুল, হৰিবুল' আদি এনে ভাবাবেগাত্মক শব্দ। 'মাৰাত্মক' অপৰাধ, 'অসম্ভৱ' কথা, 'অদ্ভুত' আচৰণ আদিত বিশেষণবোৰৰ আক্ষৰিক অৰ্থ যিমান ভয়ানক, ব্যৱহাৰিক অৰ্থ সিমান নহয়।

(জ) **গৌণাৰ্থৰ প্ৰাধান্য :** কেতিয়াবা কোনো শব্দৰ মুখ্য অৰ্থটোৰ সলনি একোটা গৌণ অৰ্থ অজানিতে উদ্ভৱ হয় আৰু পিছত সেইটোৱে প্ৰচলিত হৈ উঠে। এই ক্ষেত্ৰত সিন্ধু শব্দৰ পৰা উদ্ভৱ হোৱা হিন্দু বা হিন্দ শব্দটো উল্লেখযোগ্য। সিন্ধু নদীৰ পাৰত বাস কৰা লোকসকল আপেক্ষিকভাৱে

ক'লা হোৱা কাৰণে হিন্দ শব্দই ক'লা অৰ্থও প্ৰকাশ কৰিছিল। হাফিজৰ বিখ্যাত কৱিতাৰ শাৰী এটা হৈছে : 'যথালে হিন্দ মি বথশম, সমৰকন্দ ও বোখাৰাৰা' ( ভেওঁৰ গালৰ ক'লা তিলটোৰ কাৰণে মই সমৰকন্দ আৰু বোখাৰাকো দান কৰিব পাৰোঁ )। প্ৰথম অৱস্থাত মুছলমান বিজেতাসকলে ভাৰতীয় মানুহক দাসৰূপে বেচিবলৈ লৈ যোৱা হেতুকে হিন্দু শব্দ 'দাস' অৰ্থতো ব্যৱহাৰ হৈছিল। [10] বাসগৃহ>বাসঘৰ>বাসৰ। গতিকে বাসৰ শব্দই থকা ঘৰ বুজাব লাগিছিল। বঙলাত তাৰ অৰ্থ হ'ল দৰা কইনাই প্ৰথম দিনাখন শোৱা কোঠা। ইংৰাজী নেৱ (knave) শব্দৰ মূলতঃ অৰ্থ আছিল 'ল'ৰা'। কিন্তু চাকৰৰ ভিতৰত বেছি ভাগে ল'ৰা আছিল কাৰণে শব্দটো চাকৰ অৰ্থত ব্যৱহাৰ হ'ল।

(ঝ) **শব্দাৰ্থৰ এটা তত্ত্বৰ প্ৰমুখতা :** কেতিয়াবা শব্দ এটাৰ সম্পূৰ্ণ অৰ্থৰ প্ৰতি মন নিদি তাৰ যি কোনো এটা তত্ত্বক প্ৰাধান্য দি ব্যৱহাৰ কৰা হয়, যেনে, পুলিছক ৰঙা টুপী বুলি কোৱা হয়। পুলিছে অকল ৰঙা টুপীয়ে নিপিন্ধে। তথাপি ৰঙা টুপী বুলিলে পুলিছকে বুজায়। তেনেকৈ গান্ধী-টুপীয়ে কংগ্ৰেছী লোকক বুজাবলৈ লৈছে। ছিয়াহী শব্দই ক'লা ছিয়াহী বুজাইছিল ! পাছত ক'লা, ৰঙা, সকলোকে ছিয়াহী বোলা হ'ল।

(ঞ) **অজ্ঞানতা বা অসাৱধানতা :** অজ্ঞতা আৰু অসাৱধানতাৰ কাৰণে শব্দৰ নানা ধৰণে অপপ্ৰয়োগ হয় আৰু অৰ্থৰ পৰিবৰ্তন ঘটে। অৱদান শব্দই মূলতঃ মহৎ কাৰ্য বা সিদ্ধি বুজায়। কিন্তু আজিকালি যি কোনো সৃষ্টিকে অৱদান বোলা হৈছে। বেদক আপ্ত বাক্য বুলি স্বীকাৰ নকৰা অথবা ঈশ্বৰৰ অস্তিত্ব বিশ্বাস নকৰাজনক 'নাস্তিক' বোলা হৈছিল। কিন্তু আজিকালি দেশাচাৰ মানি নচলাজনকো নাস্তিক বোলা হয়। লেখক বা প্ৰয়োগকৰ্তাৰ স্বেচ্ছাচাৰিতাও বহুত ক্ষেত্ৰত অৰ্থ-পৰিৱৰ্তনৰ কাৰণে দায়ী হয়। প্ৰদোষ শব্দৰ অৰ্থ হৈছে ৰাতিৰ প্ৰথম ভাগ বা আবেলি। কিন্তু ঊষা-কাল স্বৰূপেও ৰবীন্দ্ৰনাথে শব্দটো প্ৰয়োগ কৰিছে।[11]

(ট) **অধিক শব্দৰ পৰিৱৰ্তে এটা শব্দ :** বেলৰ ওপৰেদি চলা গাড়ী বেলগাড়ী। কিন্তু আজিকালি তাৰ ঠাইত অকল বেল বুলি ক'লেও বেল-গাড়ীকে বুজায়। ইং. বাইছাইকেল শব্দ এক্ষে কাৰণতে ছাইকেল হ'ল।

---

১০ Taraporewala : *B.S.L.*§৮6

১১ ভট্টাচাৰ্য, বিজনবিহাৰী : বাগৰ্থ

মোটৰ কাৰৰ পৰা তেনেকৈ মটৰ আৰু অৱশেষত অকল কাৰ শব্দৰ প্ৰচলন হৈছে।

(ঠ) সাদৃশ্য : সাদৃশ্যৰ সহায়ত অৰ্থ-পৰিবৰ্তনৰ উদাহৰণ আগত দিয়া হৈছে ( § ১৪২ )। শব্দ আৰু অৰ্থ দুয়োৰে সাদৃশ্যত কেতিয়াবা শব্দ আৰু অৰ্থ দুয়োটাৰ পৰিবৰ্তন হয়। এনে পৰিবৰ্তনৰ বিষয়ে লোক-ব্যুৎপত্তিত আলোচনা কৰা হৈছে।

১৮৯ লোক-ব্যুৎপত্তি : কোনো সময়ত মানুহে কোনো বিদেশী নাইবা অপৰিচিত শব্দক পৰিচিত শব্দৰ লগত সাঙুৰি শব্দৰ নতুন ব্যাখ্যা আৱিষ্কাৰ কৰে। তেনে কৰাৰ ফলত শব্দৰ আকৃতি আৰু প্ৰকৃতি দুয়োটোৰ পৰিবৰ্তন হ'ব পাৰে। ইংৰাজী 'আৰ্ম চেয়াৰ' শব্দটো হৈছে 'আৰ্ম' অৰ্থাৎ বাহু থকা 'চেয়াৰ' বা চকী। 'আৰ্ম' শব্দৰ লগত কিছু সাদৃশ্য থকা অসমীয়া শব্দ হ'ল আৰাম'। আকৌ 'আৰ্ম চেয়াৰ'ত বহিলে আৰাম পোৱা যায় এনে এটা ভাবৰ পৰা অসমীয়াত আৰামীচকী' শব্দটো হৈছে। আচলতে 'আৰ্মৰ' লগত 'আৰাম'ৰ কোনো সম্বন্ধ নাই। তেনেকৈ ইংৰাজী 'স্পেৰোগ্ৰাছ' শব্দটোৰ স্পেৰো' শব্দৰ লগত কোনো সম্বন্ধ নাই। কিন্তু অলপ অনভ্যস্ত এস্পাৰাগাছ' ( asparagus ) শব্দটো সহজে বুজিব পৰা 'স্পেৰোগ্ৰাছ'ৰ নিচিনা শুনাত শব্দটোৱে 'স্পেৰোগ্ৰাছ'ৰ ৰূপ ল'লে। ছেণ্ড শীয়েৰে ব্যৱহাৰ কৰা 'ছেণ্ড ব্লাইণ্ড' শব্দটো মূলত আছিল 'ছেম-ব্লাইণ্ড' ( sam-blind )।[১২] ইয়াৰ প্ৰথম অংশটো হৈছে প্ৰাচীন ইংৰাজী 'ছেম' অৰ্থাৎ আধা। সময়ত শব্দটো বুজি নোপোৱা হৈ উঠিল। বালি পৰিলেও চকুৰ দৃষ্টিহীনতা হ'ব পাৰে। সেই কাৰণে অপৰিচিত 'ছেম' শব্দৰ ঠাই অধিকাৰ কৰিলে পৰিচিত 'ছেণ্ড' শব্দই। এনেদৰে শব্দটোৰ ৰূপ আৰু অৰ্থ দুয়োটাৰ পৰিবৰ্তন হ'ল। শব্দৰ এনে আৱিষ্কৃত ব্যাখ্যাৰ নাম লোক-ব্যুৎপত্তি। এক্সলো ছেকছনত গুমা শব্দটোৰ অৰ্থ আছিল মানুহ আৰু ব্ৰাইডগুমা (brydguma) শব্দটোৱে কইনাৰ মানুহ bride-man) বুজাইছিল। সময়ত সচৰাচৰ প্ৰচলিত গ্ৰুম শব্দৰ লগত পৰি অপ্ৰচলিত ৰূপ গুমা লুপ্ত হ'ল আৰু নতুন শব্দটো ব্ৰাইডগ্ৰুম হৈ পৰিল। বটলত দাগ কাটি ঔষধ দিয়া কাৰণে সাধাৰণ মানুহৰ মুখত ডাক্তৰ শব্দ 'দাগদাৰ' হ'লগৈ। সান্ধ্য আইন বুজোৱা ইংৰাজী (curfew)

১২ Shard, J. A. *The Words We Use*, 1954, p. 91

শব্দৰ এটা সুন্দৰ লোক-ব্যুৎপত্তি গঢ়ি উঠিছে। সান্ধ্য আইন চলা সময়ত সেনাবাহিনী আৰু পুলিছৰ গাড়ীৰ বাহিৰে আন মটৰ গাড়ী (car) বেছি নচলে। গাড়ীবোৰ কম চলে (cars few). গতিকে curfew>carfew.

১৯০ **প্ৰাচীন শব্দৰ লোপঃ** ভাষাৰ ধ্বনি, ৰূপ, অৰ্থ আদিৰ পৰিবৰ্তনৰ নিচিনা আন এটা পৰিবৰ্তন হৈছে শব্দৰ পৰিবৰ্তন। অৰ্থাৎ এটা ভাষাৰ এসময়ৰ শব্দ কিছুমানৰ ঠাইত এসময়ত গৈ আন কিছুমান শব্দ ব্যৱহৃত হয়। প্ৰাচীন অসমীয়াত কুলুপ, ধৌলিৰৱ, কুদ্ৰাক্ষ, আগুৰুৰ আদি শব্দৰ প্ৰচলন আছিল; আজিকালি নাই। সংস্কৃত ভাষাৰ অত্তি, শাখা আদি শব্দই প্ৰাকৃতত ৰূপান্তৰিত হৈ অই, সাহা আদি শব্দ হৈছিল। পিছৰ যুগত সেইবোৰ নাইকিয়া হ'ল। এসময়ত অসমীয়াত মহীচুঙা, দোৱাত, পাখি, খড়িমাটি, বিলাতী মাটি, নাগমাটি শব্দ চলিছিল; কিন্তু আজিকালি সেইবোৰৰ ঠাই অধিকাৰ কৰিছে পেন, চক, ছিমেণ্ট, কয়লা আদি শব্দই। মটৰ গাড়ীৰ বহুল প্ৰচলনৰ যুগত আজিকালি কোনোৱে হাৱাগাড়ী শব্দ ব্যৱহাৰ নকৰে। শব্দবোৰ এইদৰে লোপ পোৱাৰ কিছুমান কাৰণ আছে। তলত সেইবোৰৰ কেইটামানৰ আলোচনা কৰা হ'ল:

(ক) **সামাজিক পৰিবৰ্তনঃ** সামাজিক পৰিবৰ্তন বুলিলে সমাজৰ ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ, চাল-চলন, বস্ত্ৰ-বাহানি সকলোৰে পৰিবৰ্তনক বুজোৱা হৈছে। এই আটাইবোৰৰ ক্ষেত্ৰত সমাজৰ পৰিবৰ্তন ঘটে আৰু তাৰ বাবে নতুন শব্দ কিছুমানে পুৰণি শব্দৰ ঠাই অধিকাৰ কৰে। ওপৰত উল্লেখ কৰা মহীচুঙা, দোৱাত আদিৰ ঠাই পেন শব্দই কেনেদৰে অধিকাৰ কৰিছে চোৱা হৈছে। বাল্টি, কাপ-প্লেট, ডিছ আদিৰ প্ৰচলনৰ ফলত কলহ, কাঁহী, বাটি আদি শব্দৰ ব্যৱহাৰ কমি আহিব আৰু সময়ত সেইবোৰ কোনো কোনো সমাজত একেবাৰে নাইকিয়া হ'ব গৈ বুলি অনুমান কৰিব পাৰি। পুৰণি ধৰণৰ কাপোৰ, গহনা, বাহন, অস্ত্ৰ-শস্ত্ৰ আদি যিবোৰ বস্তুৰ ব্যৱহাৰ নোহোৱা হৈছে সেইবোৰ বুজোৱা শব্দও লুপ্ত হৈছে।

(খ) **ভুল ভাবনা আৰু কুসংস্কাৰঃ** এইবোৰৰ কাৰণে শব্দৰ অৰ্থৰ কিদৰে পৰিবৰ্তন ঘটে ওপৰত আলোচনা কৰা হৈছে। অৰ্থৰ পৰিবৰ্তনৰ লগতে কিছুমান শব্দবো মৃত্যু ঘটে। এই ক্ষেত্ৰত বিশেষভাৱে উল্লেখযোগ্য আন এটা কথা হৈছে ভাষাৰ কিছুমান নিষিদ্ধতা (taboo)। ইও এক প্ৰকাৰ কুসংস্কাৰেই। নিষিদ্ধতা অনুযায়ী ল'ৰা-ছোৱালীৰ দুটা নাম থোৱা হয়,

এটা গুপ্ত নাম আৰু এটা মন্ত্ৰ নাম। নিষিদ্ধতাৰ কাৰণে ডাঙৰ ল'ৰা, গিৰিয়েক আৰু ঘৈণীয়েকক আগৰ দিনৰ মানুহে নাম কাঢ়ি নামাতিছিল। কোনোৱা তিৰোতাৰ গিৰিয়েকৰ নাম আছিল ভাতু। সেইবাবে তেওঁ ভাতক বান্ধা বুলিছিল। আগতে ৰজা-মহাৰজাকো স্বৰ্গদেউ, জহাঁপনাহ আদিৰেহে সম্বোধন কৰা হৈছিল। কিছুমান ভয় লগা বেমাৰৰ নামো লোৱা নহৈছিল। এতিয়াও বসন্ত ওলালে আইসকল আহিছে বুলিহে কোৱা হয়। হিন্দুসকলে ৰুদ্ৰৰ ভয়ঙ্কৰ ৰূপৰ কল্পনা কৰিও তেওঁৰ নাম থ'লে শিৱ।

(গ) **শব্দৰ ধাৰ:** এটা ভাষাই আন ভাষাৰ পৰা নাইবা আন উপভাষাৰ পৰা শব্দ ধাৰ কৰাৰ ফলতো কিছুমান শব্দৰ মৃত্যু ঘটিব পাৰে। আন ভাষা-কোৱা লোকক উচ্চ মনোভাৱেৰে চালে বিশেষকৈ এনে দশা হয়। অসমীয়া মানুহৰ ল'ৰা-ছোৱালীৰ নামকৰণত ইংৰাজী শব্দৰ ব্যৱহাৰৰ কথা ওপৰত আলোচনা কৰা হৈছে ( ‌পৃ ১৩৬ )।

(ঘ) **ধ্বনিক্ষয়:** কেতিয়াবা কিছুমান শব্দৰ ধ্বনি ক্ষয় হৈ বিকাশ লাভ কৰোঁতে ইমানখিনি ক্ষয় হয় যে তাৰ পৰিবৰ্তে আন শব্দ প্ৰচলনৰ আৱশ্যকতাই দেখা দিয়ে হি। তাৰ ফলত সেই শব্দবোৰ লোপ পায়। উদাহৰণ স্বৰূপে সংস্কৃতৰ পৰা প্ৰাকৃত-অপভ্ৰংশলৈ ৰূপান্তৰিত হোৱা আৰু পাছত লুপ্ত হোৱা তলৰ শব্দ কিছুমানলৈ আঙুলিয়াব পাৰি।

| সং. | প্ৰা.-অপভ্ৰংশ | |
|---|---|---|
| অতি | অই | |
| এক | এঅ | |
| শাখা | সাহা | |
| স্ত্ৰী | থ্ৰী | |
| শব্দ | সদ্দ | |
| উপকাৰ | ওআৰ, | ইত্যাদি। |

(ঙ) **পৰ্যায়বাচক শব্দ:** একে পৰ্যায়ৰ শব্দৰ প্ৰতিযোগিতাৰ ফলত কিছুমান শব্দৰ প্ৰচলন নাইকিয়া হয়; যেনে, হেজাৰ ( হাজাৰ ) শব্দৰ প্ৰতিযোগিতাত সহস্ৰ শব্দ, চহৰ শব্দৰ প্ৰতিযোগিতাত নগৰ বা পুৰ, শিকাৰ শব্দৰ প্ৰতিযোগিতাত মৃগয়া আদি শব্দ প্ৰায় লুপ্ত হৈছে। সাংস্কৃতিক পুনৰুত্থানৰ ফলত সিহঁতৰ পুনৰ প্ৰচলন হ'ব পাৰে।

১৯১ **নতুন শব্দৰ সৃষ্টি:** এশিনে যেনেকৈ কিছুমান শব্দৰ সময়ত মৃত্যু

ঘটে, আনপিনে তেনেকৈ কিছুমান নতুন শব্দৰ আবিৰ্ভাৱ হয়। নতুন শব্দৰ সৃষ্টিত দুটা ধাৰা দেখা যায়। এটা সময়ত হোৱা আৰু আনটো ইচ্ছাকৃতভাৱে কৰা। সময়ত সৃষ্টি হোৱা নতুন শব্দৰ গঠনত বিশেষকৈ সহায় কৰে (ক) সাদৃশ্য (খ) পশ্চ গঠন (গ) লোক-ব্যুৎপত্তি (ঘ) মিশ্রণ আৰু (ঙ) শব্দৰ চুটি ৰূপৰ (clipped form) প্ৰচলনে। শেষৰ বিধৰ কাৰণে অক্ষৰলোপৰ উদাহৰণবোৰলৈ আঙুলিয়াব পাৰি (§ ১৫৪)। তাৰ বাহিৰে বিশেষকৈ ছাত্ৰসকলৰ মাজত প্ৰচলিত শব্দৰ সংক্ষিপ্ত ৰূপ কিছুমান হ'ল gym<gymnasium, math<mathematics ইত্যাদি। ইংৰাজী মব (mob) শব্দটো লেটিন mobile vulgusৰ সংক্ষিপ্ত ৰূপ। মাইক্ৰোফোন শব্দৰ চুটি ৰূপ হ'ল মাইক। সেইদৰে amend>mend।

১৯২ ইচ্ছাকৃত বা সজ্ঞানভাৱেও কেতিয়াবা নতুন শব্দ সজাই লোৱা হয়। নতুন আবিষ্কাৰ, দাৰ্শনিক সূত্ৰ আদিৰ ক্ষেত্ৰত এজন বা কমসংখ্যক লোকে কিছুমান নতুন নাম দিয়ে আৰু সেইবোৰ পাছত প্ৰচলিত হয়। আন ভাষাৰ পৰা অনুবাদ কৰোঁতে নাইবা নতুন প্ৰথাৰ প্ৰচলনতো নতুন শব্দ গঢ়ি উঠে। ব্লুমফিল্ডে haplology শব্দটো উলিয়াইছিল। অনুবাদমূলক ধাৰৰ ফলত ভাষাত নতুন শব্দৰ আবিৰ্ভাৱ হ'ব পাৰে। back formation, free form, bound form, phoneme আদিৰ কাৰণে পশ্চ গঠন, মুক্ত ৰূপ, বদ্ধ ৰূপ, বিশিষ্টধ্বনি আদি শব্দ ব্যৱহাৰ কৰা হৈছে। বিদ্যুৎশক্তিৰ সহায়েৰে মৃত্যু-দণ্ডত দণ্ডিত লোকৰ মৃত্যু ঘটাবলগীয়া হোৱাত কোনোৱে ইংৰাজীত electrocute শব্দটো সৃষ্টি কৰিছিল। প্ৰাচীন ভাষাৰ ৰূপৰ লগত সমাস কৰিও নতুন শব্দ গঠন কৰা হয়, যেনে, electro-magnetic, thermo-dynamic আদি। নতুনত্বৰ কাৰণে কৰা শব্দ-সৃষ্টিৰ উদাহৰণ বৰ্গভাষাৰ আলোচনাত (§ ৩০) দিয়া হৈছে। মানুহৰ নাম, ঠাইৰ নাম, নদীৰ নাম আদিৰ পৰাও নতুন শব্দ সৃষ্টি কৰা হয়; যেনে লাচিত নগৰ, শৰাইঘাট দলং, ভেজু ইত্যাদি। গান্ধী-টুপী, জৱাহৰ-কোট, হিটলাৰী শক্তি আদি শব্দৰ কথাও মন কৰিবলগীয়া। বিভীষণ, নাৰদ, শকুনি আদি নামবাচক শব্দই প্ৰত্যেকজনৰ কাৰ্যৰ প্ৰতিনিধিত্ব কৰে। আন ভাষাৰ, উপভাষাৰ আৰু গ্ৰাম্য ভাষাৰ পৰা কৰা ধাৰৰ ফলতো নতুন শব্দ কিছুমানৰ সৃষ্টি হয়। ধ্বন্যাত্মক আৰু প্ৰতিধ্বন্যাত্মক শব্দবোৰক শব্দৰ নতুন সৃষ্টি বুলি ক'ব পাৰি (পৰি. ৫)। ইপিনে দুটা

ভিন্ন শব্দ লগলগাই নতুন শব্দ সৃষ্টি কৰা দৃষ্টান্তও নোহোৱা নহয়, যেনে, rail + road > railroad, break + fast > breakfast. অসমীয়াত এনেকুৱা অসংখ্য শব্দ আছে। সেইবোৰৰ কিছুমান সংযুক্ত শব্দ আৰু কিছুমান প্ৰতিধ্বন্যাত্মক শব্দ•। সংযুক্ত শব্দবোৰ এনেকুৱা: হাট-বজাৰ, চিঠি-পত্ৰ। প্ৰতিধ্বন্যাত্মক শব্দৰ উদাহৰণ: খোৱা-লোৱা, বস্তা-বঢ়া, ঔষধ-পাতি, কাজিয়া-পেচাল আদি।

• দ্ৰষ্টব্য: অসমীয়া ভাষাৰ ৰূপ-কথা

## চাৰি

# পৰিশিষ্ট

## (১) অসমীয়া ভাষাৰ ধ্বনি *

১ **স্বৰধ্বনি:** অসমীয়া ভাষাত আঠোটা বিশিষ্ট স্বৰধ্বনি আছে। জিভাৰ অংশ অনুযায়ী সিহঁতক সন্মুখ, কেন্দ্ৰীয় আৰু পশ্চ এই তিনি ভাগত আৰু জিভাৰ উচ্চতা অনুযায়ী উচ্চ, উচ্চ-মধ্য, উচ্চ-নিম্ন-মধ্য, নিম্ন-মধ্য আৰু নিম্ন এই পাঁচোটা ভাগত ভগাব পাৰি। পশ্চ ধ্বনিবোৰ কুঞ্চিত আৰু বাকীবোৰ প্ৰসৃত। বিশিষ্ট স্বৰধ্বনি কেইটা হ'ল/ই, এ, এ', আ, অ, অ', ও, উ/ তলৰ চিত্ৰৰ পৰা সিহঁতক আৰু স্পষ্টৰূপে বুজা যাব আৰু উদাহৰণবোৰৰ দ্বাৰা স্বৰধ্বনিবোৰৰ পাৰ্থক্য ধৰিব পৰা হ'ব।

| | সন্মুখ | কেন্দ্ৰীয় | পশ্চ |
|---|---|---|---|
| উচ্চ | ই | | উ |
| উচ্চ-মধ্য | এ | | ও |
| উচ্চ-নিম্ন-মধ্য | এ' | | অ' |
| নিম্ন-মধ্য | | | অ |
| নিম্ন | | আ | |

* ধ্বনি শব্দক ইয়াত বিশিষ্টধ্বনি অৰ্থত ব্যৱহাৰ কৰা হৈছে আৰু ধ্বনিবোৰ মাতৃভাষা কোৱা লোকৰ দ্বাৰা উচ্চাৰণ কৰা অৱস্থাত পৰীক্ষা কৰি চোৱা হৈছে।

উদাহৰণ :

/ই/ তিল, বিল

/এ/ বেল (স্কুল বা কলেজৰ)

/এʼ/ তেল, বেল (গছৰ)

/আ/ তাল

/অ/ তর্ল, বল, কলা (কাণেৰে শুনা)

/অʼ/ ব'ল (যাওঁ ব'ল), ক'লা (বগাৰ ওলোটা)

/ও/ বো'ল (বং), কোলা

/উ/ বুল, কূলা

২ অসমীয়াত স্বৰধ্বনিবোৰ ঘোষধ্বনি। আগত উল্লেখ কৰা হৈছে যে অসমীয়াত হ্রস্ব আৰু দীর্ঘ স্বৰধ্বনিৰ ভিতৰত কোনো পার্থক্য নাই। অর্থাৎ কিছুমান ভাষাৰ নিচিনা হ্রস্ব আৰু দীর্ঘ অনুযায়ী অর্থৰ কোনো তাৰতম্য নঘটে। গতিকে দৈর্ঘ্য অসমীয়া ভাষাত বিশিষ্টধ্বনি নহয়। শব্দৰ বলাঘাত পৰা ঠাইত নাইবা ক্রিয়াৰূপৰ অন্তত কোনো স্বৰধ্বনি লোপ পোৱা স্থানত স্বৰধ্বনি অলপ দীর্ঘ শুনা যায়। উদাহৰণ স্বৰূপে ইতৰ, উতনুৱা, খায়, নি<নি+ই, এই শব্দবোৰৰ ই, উ (তৃতীয় অক্ষৰৰ), আ, ই অলপ দীর্ঘ। লেখোঁতে অৱশ্যে তৎসম আৰু শুদ্ধৰ শব্দত সংস্কৃতৰ অনুকৰণত ই আৰু উৰ হ্রস্ব আৰু দীর্ঘ ৰূপ ব্যৱহাৰ কৰা হয়। ধ্বনিৰ পিনৰ পৰা সংস্কৃত ঋ অসমীয়াত (ৰি) ৰ দৰে উচ্চাৰিত হয়। অসমীয়াত এ আৰু এʼ এই বিশিষ্টধ্বনি দুটা বুজাবলৈ বেলেগে আখৰ নাই। দুয়োটাকে এ আখৰেৰে লেখা হয়। অসমীয়া ভাষাত কিন্তু স্বৰধ্বনিৰ অনুনাসিকতা বিশিষ্টধ্বনি। অনুনাসিকতা অনুসৰি শব্দৰ অর্থৰ তাৰতম্য ঘটে; যেনে, কাহ আৰু কাঁহ।

৩ বলাঘাতো অসমীয়াত বিশিষ্টধ্বনি নহয়। কাৰণ শব্দত বলাঘাত পৰাৰ নির্দিষ্ট ঠাই আছে। অসমীয়াত বলাঘাত শব্দৰ শেষৰ আগৰ অক্ষৰত পৰে। 'কোনো শব্দত তিনিটাতকৈ বেছি অক্ষৰ থাকিলে বলাঘাত-যুক্ত অক্ষৰটোৰ আন মূৰৰ অক্ষৰত গৌণ বলাঘাত পৰে'[১]; যেনে, কোমোৱা, নাৰিকল, ঘৰচীয়া, বহুবেকীয়া ইত্যাদি।

---

১ O. Paviotti S. D. B. *An Assamese Grammar with Vocabulary and Exercises.*

৪ **ব্যঞ্জনধ্বনি :** অসমীয়াত এঁকৈশটা বিশিষ্ট ব্যঞ্জনধ্বনি আছে। তাৰ ভিতৰত বাৰটা স্পৰ্শ, তিনিটা নাসিক্য, এটা পাৰ্শ্বিক, এটা কম্পিত আৰু চাৰিটা উষ্ম। স্পৰ্শ ধ্বনিবোৰৰ ভিতৰত ঘোষ আৰু অঘোষ দুই বিধৰ আছে। সেইবোৰ অল্পপ্ৰাণ আৰু মহাপ্ৰাণো হ'ব পাৰে। নাসিক্য, পাৰ্শ্বিক আৰু কম্পিত ধ্বনিৰ আটাইবোৰ ঘোষ ধ্বনি। উষ্ম ধ্বনিৰ ভিতৰতো ঘোষ আৰু অঘোষ দুবিধ পোৱা যায়। /ঙ/ ত বাহিৰে আটাইবোৰ ব্যঞ্জনধ্বনিৰ শব্দৰ আৰম্ভণি, মাজ আৰু শেষত ব্যৱহাৰ হ'ব পাৰে। /ঙ/ৰ শব্দৰ আৰম্ভণিত ব্যৱহাৰ নহয়। ব্যঞ্জনধ্বনিবোৰক তলত দিয়া ধৰণে বুজাব পাৰি।

| | | ওষ্ঠ্য | | দন্তমূলীয় | | কণ্ঠ্য | | কণ্ঠনালীয় |
|---|---|---|---|---|---|---|---|---|
| স্পৰ্শ | অল্পপ্ৰাণ | প | ব | ত | দ | ক | গ | |
| | মহাপ্ৰাণ | ফ | ভ | থ | ধ | খ | ঘ | |
| | নাসিক্য | ম | | ন | | ঙ | | |
| | পাৰ্শ্বিক | | | ল | | | | |
| | কম্পিত | | | ৰ | | | | |
| | উষ্ম | | | চ | জ | স | | হ |

৫ /স/ ধ্বনিটো ক, খ আদি ধ্বনিতকৈ কোমলতালুৰ অলপ পিছৰ অংশৰ পৰা (Post velar) উচ্চাৰিত হয় আৰু ইয়াত ঘঁহনি থায় যদিও ঘঁহনিৰ মাত্ৰা বৰ বেছি নহয়। ই অঘোষ উষ্ম ধ্বনি। /হ/ কণ্ঠনালীয় ঘোষ উষ্মধ্বনি। /চ/ আৰু /জ/ ৰ ভিতৰত প্ৰথমটো অঘোষ আৰু দ্বিতীয়টো ঘোষ ধ্বনি। স্পৰ্শ ধ্বনিবোৰৰ ভিতৰত ব, দ, গ, ভ, ধ, ঘ এইকেইটা ঘোষ আৰু বাকীকেইটা অঘোষ।

৫.১ য় আৰু ৱ এই দুটা অৰ্ধস্বৰ অসমীয়াত বিশিষ্টধ্বনি নহয়। সিহঁত শ্ৰুতিধ্বনিৰূপেহে থাকে। ওচৰাউচৰিকৈ থকা দুটা স্বৰধ্বনিৰ আগৰটো ই হ'লে দুয়োটা স্বৰধ্বনিৰ মাজত আপোনা-আপুনি য় উচ্চাৰিত হ'ব আৰু আগৰটো উ বা ও হ'লে আপোনা-আপুনি ৱ উচ্চাৰিত হ'ব। অ-অ নাইবা আ-অ, ও-এৰ মাজতো ৱ দেখা যায়। ঐতিহাসিক বিশ্লেষণৰ পৰা চালেও য় আৰু ৱ বিশিষ্টধ্বনি নহয় বুলি প্ৰমাণিত হয়। লেখাত য লেখিলেও শব্দৰ আৰম্ভণিত থকা সংস্কৃতৰ (য) অসমীয়াত সদায় /জ/ ৰূপে উচ্চাৰিত হয়। আন ঠাইত য় লেখিলেও /ই/ ৰূপেহে উচ্চাৰিত হয়; যেনে, সং. যশ... জয়>অস. জস, জই আদি। মূলত যযুক্ত শব্দ আন শব্দৰ লগত যোগ হ'লে বা তাৰ আগত উপসৰ্গ যোগ হ'লেও জ ৰ নিচিনাই উচ্চাৰিত হ'ব; যেনে, জয়যুক্ত, উপযুক্ত, অযোগ্য ইত্যাদি। শব্দৰ আৰম্ভণিত থকা সংস্কৃত ৱ অসমীয়াত /ব/ ৰূপে উচ্চাৰিত হয়; শব্দৰ আন ঠাইত /ব/ আৰু /উ/ ৰূপে উচ্চাৰিত হয় যেনে, বেদ>বেদ, দেৱ>দেউ, দেব (শঙ্কৰদেউ, শঙ্কৰদেৱ)। লেখোতে ব ৰ ঠাইত ৱিকয়ে [ৱ] লেখা হয়; যেনে দেৱ, দেৱ; কবি, কৱি ইত্যাদি।

৬ বিশিষ্ট ব্যঞ্জনধ্বনি আৰু আখৰ: অসমীয়াত মাত্ৰ এবিধটা বিশিষ্ট ব্যঞ্জনধ্বনি বুজাবলৈ সংস্কৃতৰ বৰ্ণ অনুসৰি বহুতো আখৰ ব্যৱহাৰ কৰা হয়। সংস্কৃতৰ ধ্বনি আৰু বৰ্ণৰ ভিতৰত পাৰ্থক্য নাছিল। কিন্তু অসমীয়াত দুয়োটাৰ ভিতৰত বহুত পাৰ্থক্য দেখা যায়। তলৰ বিৱৰণে ইয়াক বুজাত সহায় কৰিব:

| বিশিষ্টধ্বনি | অসমীয়া আখৰ |
|---|---|
| /প/ | প |
| /ফ/ | ফ |
| /ব/ | ব |
| /ভ/ | ভ |
| /ত/ | ত, ৎ, ট |
| /থ/ | থ, ঠ |
| /দ/ | দ, ড |
| /ধ/ | ধ, ঢ |
| /ক/ | ক |

| বিশিষ্টধ্বনি | অসমীয়া আখৰ |
|---|---|
| /খ/ | খ |
| /গ/ | গ |
| /ঘ/ | ঘ |
| /ম/ | ম |
| /ন/ | ন, ণ |
| /ঙ/ | ঙ, ং |
| /ল/ | ল |
| /ৰ/ | ৰ, ড় |
| /চ/ | চ, ছ ( শ, ষ, স ) |
| /জ/ | জ, ঝ, য, হ্য |
| /স/ | শ, ষ, স |
| /হ/ | হ, ঃ |

৭ কেইটামান শব্দ অসমীয়াত ঢ় আখৰেৰে লেখা হয়। উচ্চাৰণত হলে ঢক ৰ নাইবা ৰ আৰু হ ক সংযুক্ত কৰি উচ্চাৰণ কৰা শুনা যায়; যেনে, বুঢ়া শব্দটো /বুৰা/ বা /বুৰহা/ হৈ উচ্চাৰিত হয়। ভূঞা, কেঞা আদি কেইটামান শব্দত ব্যৱহাৰ হোৱা ঞৰো উচ্চাৰণ /ইঁ/ হে হয়। আন ব্যঞ্জনৰ লগত যুক্ত ঞ টোৱে অসমীয়াত ধ্বনিৰ পিনৰ পৰা নৰ ৰূপ লয়; যেনে, যাচঞা, বাঞ্ছা আদি শব্দ অসমীয়াত জাচ্না, বানচা হৈ উচ্চাৰিত হ'ব। দন্ত্য আৰু মূৰ্ধন্য ধ্বনিৰ ভিতৰত অসমীয়াত কোনো পাৰ্থক্য নাই। তথাপি মূৰ্ধন্য ধ্বনি বুজোৱা আখৰকেইটা আৰু য়, ৱ এই দুটাক বিদেশী শব্দ লেখোঁতে ব্যৱহাৰ কৰা হয়; যেনে, ডাণ্টে, টমাচ, য়ুৰোপ, নাইবা ইউৰোপ, ৱৰ্ডছৱৰ্থ আদি। তৎসম আৰু তৎভৱ শব্দতো মূৰ্ধন্য ধ্বনিক মূৰ্ধন্য আখৰেৰে বুজোৱা হয়।

৮ সংস্কৃতৰ শ, ষ, স এই উষ্ম ধ্বনিকেইটা অসমীয়াত সুকীয়াৰূপে উচ্চাৰিত হয়। শব্দৰ আৰম্ভণিত থকা আটাইকেইটা উষ্ম-ধ্বনি অসংযুক্ত ধ্বনি হলে অসমীয়াত /স/ ৰূপে উচ্চাৰিত হয়; যেনে, শৰ, ষণ্ড আৰু সাৰ>অস. সৰ, সাঁৰ, সাৰ। শব্দৰ আন ঠাইত সিহঁতৰ সাধাৰণতে স-ৰ দৰেই উচ্চাৰণ হয়। কিছুমান শব্দত /স/ ৰ লগে লগে /হ/ আৰু /খ/ ৰূপেও শুনা যায়; যেনে, আসা<আশা; আকাস<আকাশ; বস,

বহ<বস , বিস, বিশ, বিহ<বিষ। "শব্দৰ আৰম্ভণিৰ বাহিৰে আন ঠাইত তদ্ভৱ শব্দত সিহঁতৰ /হ/ লৈ পৰিবৰ্তন হৈছে।"[২]

৮.১ শ, ষ, স আন ব্যঞ্জনৰ লগত যুক্ত হ'লে /চ/ ৰূপে উচ্চাৰিত হয়; যেনে কৃষ্ণ, প্ৰশ্ন>ক্ৰিচ্ন, প্ৰচ্ন। যুক্তব্যঞ্জনৰ প্ৰথম ধ্বনিটো ৰ বা অনুস্বাৰ হ'লে উষ্ম ধ্বনিকেইটা স ৰূপে উচ্চাৰিত হ'ব; যেনে, দৰ্শন, মাংস, বংশ> দৰ্সন, মাঙ্স, বঙ্স। সংখ্যাবাচক শব্দত শ লেখিলেও প্ৰায়ে /চ/ উচ্চাৰিত হয়, যেনে, বিংশতি, একবিংশতি>বিচ্, এক্কৈচ্। কিন্তু দশ>দচ, দহ। আন কিছুমান শব্দতো চ ধ্বনি শুনা যায় আৰু লেখোঁতেও সেই শব্দবোৰ চ আখৰেৰে লেখা হয়, যেনে, মচুৰ<মসূৰ,* কলচী<কলশ। এই দুয়ো ক্ষেত্ৰতে চ ধ্বনিটো আন ভাষাৰ পৰা লোৱা নাইবা তাৰ প্ৰভাৱত হোৱা। নামবাচক শব্দত উষ্ম ধ্বনিবোৰ চ ৰূপে উচ্চৰিত হয়; যেনে, মহেশ, সতীশ>মহেচ্, চ'তিচ্ ইত্যাদি। শব্দৰ আৰম্ভণিত কেতিয়াবা সেইবোৰ 'স' ৰূপেও উচ্চাৰিত হয়, যেনে, সাবিত্ৰী, সত্যভামা, শঙ্কৰ। কামৰূপী উপভাষাত সংস্কৃতৰ উষ্ম ধ্বনিবোৰৰ আৰু অলপ ভিন্ন ধৰণেৰে পৰিবৰ্তন হোৱা দেখা যায়।*

২ Kakati, B. *Assamese its Formation and Development*, 1941 § 111

* দ্ৰষ্টব্য লেখকৰ O. I. A. Sibilants in Kāmrūpi : *Bulletin* of the Deccan College Research Institute Vol. 18, 1957

## (২) অসমীয়া ভাষাৰ উপভাষা

১ ভাষা আৰু উপভাষাৰ মাজত কেনে ধৰণৰ সম্বন্ধ, উপভাষা সৃষ্টিৰ কাৰণ, স্থানীয় উপভাষাৰ ৰূপ আদিৰ লগতে অসমীয়া মান্যভাষাৰ বিবিধ স্তৰ আৰু অসমীয়াৰ উপভাষাৰ সাধাৰণ ইংগিত প্ৰথমতে দিয়া হৈছে (§ ৪-১০)। এই আলোচনাত আকৌ অলপ গভীৰভাৱে চাবলৈ লোৱা হৈছে। উজনি-অসমৰ উপভাষাৰ ওপৰত ভিত্তি কৰি গঢ়ি উঠা ভাষাটোৱে বৰ্তমান অসমৰ মান্যভাষা। আহোম ৰাজত্বৰ সময়ৰ পৰা একে শাসনৰ অধীনত থকা হেতুকে উজনি-অসমৰ ভাষাই এটা ৰূপ ধাৰণ কৰিছে। কোনো লোকে অসমৰ পূব পিনৰ পৰা পশ্চিমৰ পিনে ভ্ৰমণ কৰিলে উজনি-অসমৰ ভাষা কামৰূপ আৰু গোৱালপাৰা জিলাৰ ভাষাৰ মাজত কিছুমান পাৰ্থক্য দেখিবলৈ পাব। গ্ৰিয়াৰ্ছনে লেখিছে: অসমীয়া ভাষাৰ মান্য উপভাষাটো হৈছে শিৱসাগৰ আৰু তাৰ আশে-পাশে কোৱা উপভাষাটো। অসম উপত্যকাৰ উজনি-অঞ্চলত ভাষাটোৰ সকলো ঠাইত ৰূপ একেটাই। যিমানেই আমি পশ্চিমৰ পিনে গতি কৰোঁ, সিমানেই এটা স্পষ্ট উপভাষা পাওঁ। মই তাক পশ্চিম অঞ্চলৰ অসমীয়া নাম দিছোঁ। এই উপভাষাটো কামৰূপ জিলা আৰু পূব গোৱালপাৰাৰ মানুহবোৰে কয়।[১]

২ উপভাষাৰ দৃষ্টিৰে চালে অসমীয়া ভাষাটোক প্ৰধানকৈ দুটা ভাগত ভগাব পাৰি—পূব অঞ্চলৰ অসমীয়া বা উজনি-অঞ্চলৰ ভাষা আৰু পশ্চিম অঞ্চলৰ অসমীয়া বা নামনি-অঞ্চলৰ ভাষা। নামনি-অঞ্চলৰ ভাষাক আকৌ দুটা ভাগত ভগাব পৰা যায়—গোৱালপাৰা জিলাত কোৱা গোৱালপৰীয়া উপভাষা আৰু কামৰূপ জিলাত কোৱা কামৰূপী উপভাষা। গোৱালপাৰাৰ উপভাষাৰ বিষয়ে বিজ্ঞানসম্মত বিস্তৃত অধ্যয়ন হোৱা নাই। ডঃ কাকতিয়ে অভিমত প্ৰকাশ কৰা অনুযায়ী "গোৱালপাৰা জিলাত কথিত ভাষাৰ লগত ৰাজবংশী উপভাষাৰ যথেষ্টৰূপে মিশ্ৰণ ঘটা যেন লাগে। এই ৰাজবংশী উপভাষাটো কোচবিহাৰৰ কোচ-ৰজাসকলৰ দিনত ক্ৰমবিকশিত হৈছিল। পূব পিনৰ মান্যভাষা আৰু পশ্চিম পিনৰ মিশ্ৰিত গোৱালপাৰাৰ উপভাষাৰ মাজত আছে কামৰূপৰ উপভাষা।[২]

---

১ *Linguistic Survey of India, Vol. V, Part* I p. 394

২ Kakati, B. *A. F. D*, 1941, § 34

৬ গতিকে কামৰূপৰ উপভাষা বা কামৰূপী উপভাষাটোৱে অসমীয়া ভাষাৰ প্ৰধান উপভাষা। পূৰ্ব অসমৰ উপভাষাটোৰ সৈতে ইয়াৰ যথেষ্ট পাৰ্থক্য দেখা যায়। সেই পাৰ্থক্য ধ্বনিতত্ত্ব, ৰূপতত্ত্ব আৰু শব্দমালা সকলো ক্ষেত্ৰতে সুস্পষ্ট। আনকি ফকৰা-যোজনা, জতুৱা ঠাঁচতো কামৰূপী উপভাষাৰ সুকীয়া ৰূপ ধৰা পৰে। এনে হোৱাৰ কাৰণ হ'ল দুয়ো অঞ্চলৰ মানুহৰ মাজত মিলা-মিচা কৰাৰ সুবিধাৰ অভাৱ। উজনী অঞ্চলৰ ভাষাত এক প্ৰকাৰ সমৰূপতা ৰক্ষিত হৈছে যদি'ও ভালদৰে চালি-জাৰি চালে পূবৰ ভাষাৰ সৈতে মাজৰ জিলাকেইখনৰ ভাষাৰ পাৰ্থক্য দেখা যাব। কামৰূপী উপভাষাৰ স্থানীয় পাৰ্থক্যবোৰ বেছি স্পষ্ট (§ ১১)। এইবোৰ থাকিলেও কামৰূপী উপভাষাৰ বিভিন্ন স্থানীয় পাৰ্থক্যবোৰে ইজনে সিজনক বুজাত অসুবিধা নজন্মায়। তলত উজনি-অঞ্চলৰ ভাষা বা মান্যভাষা আৰু কামৰূপী উপভাষাৰ মাজত থকা প্ৰধান পাৰ্থক্য কেইবোৰ আলোচনা কৰা হ'ল। সেইবোৰক ধ্বনিমূলক, ৰূপাত্মক আৰু শব্দমূলক এই তিনি ভাগত দেখুৱা হৈছে।

৬.১ ধ্বনিমূলক : (১) উজনি-অঞ্চলৰ ভাষাত বলাঘাত শব্দৰ শেষৰ আগৰ অক্ষৰত পৰে। কামৰূপীত শব্দৰ আদি অক্ষৰত পৰে।* তাৰ ফলত কামৰূপীত শব্দৰ মাজত থকা স্বৰধ্বনিবোৰ উচ্চাৰিত নহয় আৰু ওচৰত থকা ব্যঞ্জনধ্বনি দুটা লগ লাগে; যেনে, মান্যভাষাৰ কুকুৰা, ভোমোৰা, কোবোকা, নিগনি, চকলা>কাম. কুক্ৰা, ভম্ৰা, কব্কা, নিঙ্নি, চক্লা আদি।

(২) কামৰূপীত য'তেই সম্ভৱ অপিনিহিতি হয়। মান্যভাষাত অপিনিহিতিৰ সংখ্যা বেছি নহয় (§ ১৫৭)।

(৩) এক অক্ষৰযুক্ত শব্দৰ বাহিৰে আন শব্দৰ শেষত থকা মান্যভাষাৰ দ্বিস্বৰ—ঐ আৰু ঔ কামৰূপীত—এ আৰু—ও হয়; যেনে, হিলৈ> হিলে, গৰৈ>গৰে, মিঠৈ>মিঠে, কাৰৌ>কাৰো, ভাটৌ>ভাটো। কিন্তু মৌ, বৌ, বৌ।

(৪) শব্দৰ আদি অক্ষৰত অৱস্থে কামৰূপীত দ্বিস্বৰৰ প্ৰয়োগতো

---

* দ্বি অক্ষৰযুক্ত শব্দৰ প্ৰথম অক্ষৰত আৰু দুটাতকৈ অধিক অক্ষৰযুক্ত শব্দত দ্বিতীয় অক্ষৰত বলাঘাত পৰে।

হয়েই আনকি ত্রিস্বৰো কোনো কোনো ঠাইত শুনা যায় ; যেনে, ভাৱৰীয়া> ভাউ্ৰা, ভাউ্ইৰা, কেৱলীয়া>কেউলা, কেউ্ইলা ইত্যাদি।

(৫) মাগুভাষাত শব্দত থকা নিম্ন স্বৰধ্বনিৰ ঠাইত সচৰাচৰ কামৰূপীত উচ্চ স্বৰধ্বনি হয় ; যেনে, ত'মোল>তামুল, কাপোৰ>কাপুৰ, এন্দুৰ>ইন্দুৰ, সেন্দুৰ>সিন্দুৰ, দিছে>দিছি ইত্যাদি।

(৬) উজনি-অসমৰ ভাষাৰ অল্পপ্ৰাণ ধ্বনিও সচৰাচৰ কামৰূপীত মহাপ্ৰাণ ধ্বনিৰূপে দেখা যায়, যেনে শুদা>শুধা, ভোক>ভথ, ভুখ ; শুকান>শুখান, চাকে>চাখে, শিতান>শিথান।

(৭) মাগুভাষাত এটা শব্দত ওচৰাউচৰিকৈ দুটা আ ধ্বনি থাকিলে আগৰ—আ—ধ্বনিৰ সাধাৰণতে-অ বা-এ লৈ পৰিৱৰ্তন হয়। কামৰূপীত হ'লে দুটা—আ—ধ্বনি ওচৰাউচৰিকৈ থাকিব পাৰে ; যেনে, কাম. ৰাজা, চাকা, আঙাৰ, আন্ধাৰ>মা. অ. ৰজা, চকা, এঙাৰ, এন্ধাৰ।

(৮) মাগুভাষাত দুটা অক্ষৰযুক্ত শব্দৰ দ্বিতীয় অক্ষৰত থকা—অ—ধ্বনি কামৰূপীত—আ—হয় ; যেনে, দীঘল, গৰম, মৰণ>কাম. দীঘাল, গৰাম, মৰাণ ইত্যাদি।

(৯) মাগুভাষাৰ দ্বি অক্ষৰযুক্ত শব্দৰ প্ৰথম অক্ষৰত ও আক দ্বিতীয় অক্ষৰত—আ—ধ্বনি থাকিলে কামৰূপীত ও ধ্বনি অ লৈ ৰূপান্তৰিত হয় ; যেনে, কোঙা, কোলা, থোপা, বোবা>কাম. কঙা, কলা, থপা, ববা।

(১০) মাগুভাষাৰ ন আক ৰ ধ্বনিৰ ঠাইত কোনো কোনো শব্দত ল ধ্বনি শুনা যায় ; যেনে, নোম, নেজ, শৰীৰ>কাম. লুম (সং. লোমন্, পালি লোম, পু. অ. লোম), লেজ ( সং. লঞ্জ, পু. অ. লেঞ্জ ), শৰীল।

(১১) কামৰূপীত দ্বি অক্ষৰযুক্ত শব্দৰ প্ৰতি ধাউতি পৰিলক্ষিত হয়। সেই কাৰণে মাগুভাষাত পোৱা এক অক্ষৰযুক্ত শব্দৰ পিছত কামৰূপীত কেতিয়াবা স্বাৰ্থিক—আ প্ৰত্যয় যোগ দি শব্দটোক দ্বি অক্ষৰীয় কৰা দেখা যায় ; যেনে, কাঁহ, খেল, ৰূপ, সোণ>কাম. কাঁহা, খেলা, ৰূপা, সণা ইত্যাদি।

৩.২ ৰূপাত্মক (ক) মাগুভাষাৰ বহুবচনৰ প্ৰত্যয়—বোৰ,—বিলাক আক—হঁতৰ ঠাইত কামৰূপীত—গিলা,—গিলাক,—হাত,—হানা,—হাম্বা, হাম্‌না,—হন,—আহন,—ঠে,—চে ইত্যাদি পোৱা যায়। উদাহৰণ : ল'ৰাহঁত, বামহঁত, গ'কবোৰ, সখিহঁত, এওঁলোক>কাম. ছোলিহাত, বাম হাম্বা

(হামলা), গৰু গিলা, সখিহানা, সখি আহন, এহ্না, আহন, আহঁা ইত্যাদি।

(খ) কামৰূপীত ক্ৰিয়াবিশেষণবোৰ মান্যভাষাৰ তুলনাত সুকীয়া ; যেনে, এতিয়া, অলপতে, এই পিনে, সেই পিনে, এনেকৈ>কাম. ইতা, ইয়া, অঁহাই, অহেঁ, সহাঁই, সহেঁ, এঙ্কে।

(গ) মান্যভাষাৰ নিৰ্দিষ্টতাবাচক প্ৰত্যয়—টো, —জন, —জনী, —গৰাকীৰ ঠাইত কামৰূপীত —টু ; —ডাল আৰু —ফেৰাৰ ঠাইত —খোৰ আৰু —খেনি ব্যৱহাৰ হয়। উদাহৰণ : ল'ৰাটো, ছোৱালীজনী, মানুহজনী বা গৰাকী, পঘাডাল, জোকডাল, লোণ-ফেৰা>কাম. আপাটু, আপীটু, তিৰিটু, পাঘাখোৰ, জোকখোৰ, জুকখৰ, নুনখেনি। মা. অ. —জনী> —জেনী (কাম.), যেনে, সোকজেনী, ডাঙাৰ জেনী ইত্যাদি।

(ঘ) মান্যভাষাতকৈ কামৰূপীত নামধাতুৰ প্ৰয়োগ বেছি, যেনে, গাঁথি দি, বাকলি গুচা, ভটিয়াই যা>কাম. গাইথা, ছেলা<ছাল, ভাইঠা< ভাটি - ভাঠি ইত্যাদি।

(ঙ) ক্ৰিয়া-বিভক্তিবোৰতো দুয়ো ঠাইৰ ভাষাৰ মাজত কিছু পাৰ্থক্য আছে, যেনে, তই খাব, তুমি খোৱা, তই ক, সি খালে>কাম. তঁই খাহ্, তুমি খ, তঁই কোঁ, সি খালাক ইত্যাদি।

(চ) শব্দ-বিভক্তিৰ ক্ষেত্ৰত মান্যভাষাৰ দ্বিতীয়া আৰু চতুৰ্থীৰ ঠাইত কামৰূপীত কেতিয়াবা সপ্তমী আৰু দ্বিতীয়া বিভক্তি হয়। উদাহৰণ : কলৈ যোৱা, তাক সোধা>কাম. কোক য, তাত সুধা ইত্যাদি।

৩'৩ **শব্দমূলক :** মান্যভাষা আৰু কামৰূপী উপভাষাৰ মাজত শব্দমূলক পাৰ্থক্য কম বুলিব নোৱাৰি। সচৰাচৰ ব্যৱহাৰ কৰা বহু কিছুমানকো বুজাবলৈ দুই অঞ্চলতে ভিন্ন শব্দ ব্যৱহাৰ কৰা হয়। মান্যভাষাত কিছুমান সম্বন্ধক সামূহিকভাৱে বুজাবলৈ একোটা সুকীয়া শব্দ নাই। কিন্তু কামৰূপীত পোৱা যায় ; যেনে, ককাই-ভাই, বাই-ভনীৰ ঠাইত কামৰূপীত সামূহিক শব্দ 'ভাক' আৰু 'বৈনাক' ব্যৱহাৰ কৰা হয়। ল'ৰা-ছোৱালী (সন্তান) বুজাবলৈ কামৰূপীত 'ছলি' শব্দ আছে। আৰু এটা লক্ষ্য কৰিবলগীয়া কথা হৈছে মান্যভাষাত অনাৰ্য ভাষাৰ শব্দৰ বিৰবে প্ৰাচুৰ্য আছে, কামৰূপীত তেনেদৰে আৰবী, পাৰচী ভাষাৰ শব্দৰ প্ৰাচুৰ্য আছে। মান্যভাষা আৰু কামৰূপী উপভাষাৰ মাজত ফুল, ফল, মাছ, জীৱ-জন্তু

বাচন-বৰ্তন, সম্বন্ধবাচক শব্দ, ক্ৰিয়া-বাক, তাঁত শাল, আন বিশেষ্য, বিশেষণ, ধাতু আদিৰ ক্ষেত্ৰত ভিন্ন শব্দৰ প্ৰয়োগ দেখা যায়। তলত প্ৰত্যেককে উদাহৰণ দিয়া হ'ল :

| মান্যভাষা | কামৰূপী উপভাষা |
| --- | --- |
| নেমু টেঙা | তুইল্লা টেঙা |
| জলকীয়া | ভোজলুক |
| অমিতা | মোদফল, মোইদ্ফাল |
| মধুৰী আম | উইৰাম, সোফ্ৰাম, সোইফ্ৰাম |
| ৰবাব টেঙা | হুক্মা টেঙা, বাঙ্লা টেঙা |
| শেৱালী ( ফুল ) | পাইনপেলী, পানপিপেলী |
| গেদগেদী | ঘুমেখাইতী, কঞ্চানমতী, ভেঁহেৰী, খেহেৰী, সথ্লী, সথাগেলী, ঘাগ্চী |
| মিচা | নিচ্লা |
| পকৰা | পিপ্ৰা, পিপাৰ, ( পু অ. পিম্পৰা ) |
| পখিলা | চক্ৰী<চক্ৰ-ইকা |
| পাহৰি | ৰৰা, বাৰা<ৰৰাহ |
| পঁইতাচোৰা | তেলভোকা, তেলভালুকী |
| পুৰৈ ( শাক ) | পুঁই<পুতিকা |
| মাটিকাঁহুৰী | নেথেইনা |
| কেৰাহী | কৰে<কটাহ-ইক, লহ্ৰা<লোহ-ভাণ্ড |
| পটাশুটি | শাট্কু |
| মৈদা | বোঠি<উপৱিষ্ট |
| চৰিয়া | ডাবাৰ |
| ককাদেউতা | আতা |
| আইতা | আবু |
| ল'ৰা | আপা<আত্ম |
| ছোৱালী | আপী |
| দৰা | বৰ<বৰ" |
| জোকা নাম | খিচা গীদ |

| মান্যভাষা | কামৰূপী উপভাষা |
|---|---|
| উকলি পু. অ | জকাৰ<জয় কাৰ পু.অ. জয় জকাৰ (মনকৰ) |
| উলাউলি ( মনকৰ, দুৰ্গাবৰ ) | |
| জোৰোণ | তেলৰ ভাৰ |
| দোৰপতি | দহতেনি |
| টোলোঠা | গাৰি পু. অ. গাণ্ডি |
| এলাহ | ওভ, উভ |
| পিৰালি | কাখি |
| মিতিৰ | কুৰ্মা<কুটুম্বক |
| শপত | কিৰা<ক্রিয়া |
| চুটী | খাটা |
| টোপনি | ঘুম্টি< *ঘূর্ণ-বৃত্ত-ইক, পু. অ. ঘুমটি |
| বেণী | ছেলে |
| বেগেত | জলে |
| সঁচ | বিধান<বীজ+ধাতু |
| ঢেঁচা | ডেকি |
| ডাল | ঠানি |
| ধুনীয়া | ঠোগা |
| কোঠা, খোটালি | পোলি<প্ৰতোলী>প্ৰা. পওলী |
| খোনা | বকৃৰা<বৰ্কৰক |
| ভুৰ | ভেল<ভেল |
| বিছনা | শেতলি<শেত তলিক |
| মুখ √ধো | অচা<আ-চম্ |
| √গেল | কুঁয়া √হ, কিঁয়া √হ |
| √তিত | √ভিক, √ভিজ |
| মুৰ √আঁচোৰ | মুৰ √চুচ |
| √খোঁচ | √হিংকা<শিং<শৃঙ্গ, ইত্যাদি |

৪ অসমীয়া ভাষাৰ প্ৰধান উপভাষা কামৰূপী উপভাষাৰ কিছুমান আঞ্চলিক ৰূপ পোৱা গৈছে। সেইবোৰক পশ্চিম, মধ্য আৰু দক্ষিণ

অঞ্চল বুলি তিনিটা ভাগত ভগোৱা হৈছে ( § ১১ )। কোনো কোনো ঠাইত দুটা আঞ্চলিক ৰূপ বা দুটা শাখা-উপভাষাৰ বৈশিষ্ট্য মিহলি হোৱা দেখা যায়। কোনো ঠাইত আকৌ তাৰ মাজতে স্বকীয়া কিছুমান ৰূপ ধৰা পৰে। তাৰ ভিতৰত ৰামদিয়া গাৱঁৰ এখন। ইয়াৰ ভাষাত ধ্বনিতত্ত্ব, ৰূপতত্ত্ব আৰু শব্দমালাৰ ক্ষেত্ৰত কেইবাটাও বৈশিষ্ট্য আছে। ধ্বনিতত্ত্বৰ পিনৰ পৰা (ক) -ন ৰ ঠাইত -ল আৰু -ল ৰ ঠাইত -ন ৰ প্ৰয়োগ মন কৰিবলগীয়া ; যেনে, ম. অ. গেলু > গেনু, ধুলু > ধুনু ; দুখুনী > দুখুলী। (খ) -উ-ৰ ঠাইত -ও- ; যেনে, পুব > পোব, যুগ > যোগ। (গ) আগৰ অক্ষৰত -ই- থাকিলে শেষৰ -আ ৰ ঠাইত -এ হয় ; যেনে, কুইচা > কুইচে, চিকা > চিকে, ইতা > ইতে। কিন্তু বুৰা (বুঢ়া) > বুৰো, উঘা > উঘো, ভোকা > ভোকো, নাবা > নাবো। (ঘ) এৰ ঠাইত-এই ; হিলে > হিলেই, আথে > আথেই।

(ঙ) শব্দৰ শেষত দ্বিস্বৰধ্বনি —ঐ ৰ ব্যৱহাৰ, যেনে, খৈহ্‌লে > খলহৈ ; খলিহৈ ( মা. অ. )

(চ) শ, ষ আৰু সৰ থ ৰূপে প্ৰয়োগ ; যেনে, আশীৰ্বাদ > আথিৰ্বাদ, ঋষি > ৰিথি, প্ৰসাদ > পৰথাদ। প্ৰাচীন অসমীয়াত বিশেষকৈ হেম সৰস্বতীৰ ৰচনাত এই বৈশিষ্ট্য আছে।

৫ ৰূপতত্ত্বৰ ফালৰ পৰা এই অঞ্চলৰ ভাষাৰ বৈশিষ্ট্য কেইটামান হ'ল :

(ক) অসমাপিকাৰ প্ৰত্যয় -ই সংযোগৰ পাছত শব্দটোৰ ৰূপ ; যেনে, কোৰি > কোইৰা, কৰিয়া, লৈ > লইয়া, কৈ > কইয়া।

(খ) শব্দ-বিভক্তি যোগ হোৱাৰ আগত মূলৰ পাছত —এ— সংযোগ আৰু পূৰ্ববৰ্তী অক্ষৰত উচ্চ স্বৰধ্বনি থাকিলে তাৰ —ই—লৈ পৰিৱৰ্তন ; যেনে, বাঁহোৰ > বাঁহেৰ, ঘৰোক > ঘৰেক, দিনোত > দিনিত, টেবুলোত > টেবুলিত।

(গ) নিৰ্দিষ্টতাবাচক প্ৰত্যয় -টা ; যেনে, কোইনা-টুক > কোইনা-টাক, কুন-টু > কোন-টা, কোনটো ( মা. অ. )

(ঘ) বহুবচনাৰ্থক —মাথা শব্দৰ চুবা বা পাড়া অৰ্থত ব্যৱহাৰ যেনে, বেজ-চেৰ-মাথা ( বেজইতৰ চুবা )।

(ঙ) সৰ্বনামৰ ক্ষেত্ৰত মইৰ ঠাইত মুই, আঁমুৰ ব্যৱহাৰ। সেইদৰে তই > তুই, এমৃৰা (ইইত, এওঁলোক), তেমৃৰা ( তেওঁলোক), তুমৃৰা (তোমালোক)।

৬ শব্দমালাৰ দৃষ্টিৰে চালেও স্বকীয়া শব্দ কিছুমান পোৱা যায়, যেনে, লানি (কুঁৱা), গান (ভাৰ্মোলখুন্দা মাৰি), মোচ্‌কা (গামোচা), খোপা (নাৰ্জীফুল), পোলু (এৰাগছ), নবাগ (ৰঙাৰ৷ টেঙা, দেহজুৰ আলু (মাটিৰ তলত হোৱা বগা ৰসাল কেঁচাই খোৱা এবিধ আলু), বাতন (বিতৰণ); লুচোনি (ঘৰমচা লেছা), তেলচোবা (পইতাচোৰা), ঢেকিলা (ঢেঁকীশাল) ইত্যাদি। শব্দৰ অৰ্থৰ পৰিৱৰ্তনৰ দুই এটা ভাল উদাহৰণ পোৱা যায়. যেনে, সাগৰ = নৈ (তু. গৌৰী সাগৰ। ইয়াত সাগৰ শব্দৰ অৰ্থ পুখুৰী)। প্ৰাচীন অসমীয়াত সাগৰৰ নৈ অৰ্থও আছে: "সাগৰৰ ঢৌৱে মোৰ শৰীৰ ভিজিল আহাৰে"—দুৰ্গাবৰ।

৭ এই খিনিতে বামদিয়া-অঞ্চলৰ ভাষাৰ সৈতে মনকৰ আৰু দুৰ্গাবৰৰ ভাষাৰ দুই-চাৰিটা সাদৃশ্য মন কৰিব পাৰি; যেনে, আতাই মোকে লৈয়া জাৱ ঘৰে—(মনকৰ)। হাৰি ঘাটে বৈয়াৰে বেহুলাক পাৰে ডাক—(দুৰ্গাবৰ)। কাক্ষে কৰিয়া দুৰ্গা বিৰচিলা কেশ—(মনকৰ)।

৮ বামদিয়া-অঞ্চলৰ পৰা বামুন্দি, লাহ, শ্ৰীহাটী আদিলৈ গ'লে কাম-ৰূপৰ মধ্য অঞ্চলৰ ভাষাৰ ঠাচ বেছি পোৱা যায়। অৱশ্যে মাজে মাজে তাত পশ্চিম অঞ্চলৰ ঠাচো মিহলি হৈছে। তথাপি শব্দমালাৰ ক্ষেত্ৰত স্বকীয়া প্ৰয়োগ কিছুমান আছে। তেনে কেইটামান শব্দ হ'ল: সচাঙ < সংসঙ্গ (নামঘৰ), মাকক (কলেৰা), লোইহা (লহ্‌ৰা ম. অ., কেৰাহী মা. অ.), হকুমা, ধপা (ৰবাৰ) টেঙা, ভূতা (উক্ৰা, ম. অ. জুমুঠি মা. অ.), ইতৰ (সাধাৰণ), বোলুকা (ভূমি কম্পত মাটি ফুটি ওলোৱা বালি, বোকা আদি, ম. অ. ভৰ্‌কা)। সৰ্বনামৰ ভিতৰত তেমেৰা, তুম্‌ৰা, তুমুৰা আদি ৰূপ পোৱা যায়। এই শব্দবোৰৰ—ৰা অংশটো যে বহুবচনাত্মক তাত সন্দেহ নাই। প্ৰাচীন অসমীয়াতো ইয়াৰ ব্যৱহাৰ আছে। ৰাম সৰস্বতীৰ জংঘাসুৰ বধত ভীম, অৰ্জুন আৰু নকুলক জংঘাসুৰৰ দূতে কৈছে গৈ: ৰাজ-আজ্ঞা মানি তোৰা উঠিয়ো ত্বৰিতে ॥২৬॥ আৰো: পৰম ধাৰ্মিক তোৰাসৱ পাণ্ডুগণ ॥১০১॥ ইয়াত দুৰাৰ বহু বচনৰ প্ৰত্যয় যোগ হোৱা দেখা গৈছে।

৯ অসমৰ ভিতৰত এখন বিখ্যাত গাওঁ হৈছে গুৱালকুছি। ইয়াক এখন সৰু চহৰ বুলি ক'ব পাৰি। ইয়াত বহুতো জাতিৰ মানুহ আছে। সেইবোৰ প্ৰত্যেকৰে ভাষাৰ সূক্ষ্ম অনুসন্ধান কৰিব পাৰিলে ভাষাৰ শিলৰ

পৰা ভাল আলোচনা এটা হ'ব পাৰে। জাতিগত ভাষাৰ কথা এৰি সাধাৰণ গাৱঁত থকা ( ঘাহিৰত বেছি নুকুৰা ), বয়সিয়াল, পঢ়া-শুনা নজনা লোকৰ সৈতে কথা-বতৰা পাতিলে এই অঞ্চলৰ ভাষাৰ কেইটামান সুকীয়া ৰূপ ওলাই পৰে। ধ্বনিতত্ত্বৰ ক্ষেত্ৰত বিশেষ মন কৰিবলগীয়া কথা হৈছে 'ৰ' আৰু 'ল' ধ্বনিৰ সলনাসলনি। কিছুমানৰ ভাষাত 'ল'ৰ ঠাইত বেছি ভাগতে -ৰ- শুনা যায় ; যেনে, কুলা > কুৰা, থল > থৰ। কিছুমানৰ ভাষাত হ'লে ৰ>ল। শুৱালকুছিৰ স্বভাব কৰি আখ্যা দিব পৰা শ্ৰীমধুৰী কলিতাৰ ( ভাউৰা বুঢ়ী ) দেহবিচাৰমূলক গীত এটাত পোৱা যায় : হাবিৰ মলা (মৰা) খোৰি, নাবান্ধ বলেকোৰি (বৰকৈ), পুৰিলি হৈ যাই ছাই। মৰাটো মোৰিলে নাকান্দ বলেকোৰি (বৰকৈ), কান্দিলে পাবলৈ নাই। আকৌ : পৰ্বতৰ কাণে কাণে কোইলা গোলুৰ (গ'কৰ) হালা (হাড়), তুহুনাৰ জালোৰ ( জাৰৰ ) দিনোত ঘুমবাৰ নাই ধাৰা। ধ্বনিতত্ত্বৰ আন এটা মন কৰিবলগীয়া কথা হৈছে প্ৰায় সকলোৰে মুখত শুনা গেল (gel) শব্দ। চৰ্যাপদত আছে - সুসুৰা নিদ গেল বহুড়ী জাগঅ (চৰ্যা- ২)।

১০ ৰূপতত্ত্বৰ ক্ষেত্ৰত বহুবচনৰ প্ৰত্যয়—হামাৰা (হাম্‌ৰা ম. অ.) এটা স্পষ্ট প্ৰয়োগ। ব্যক্তিগত নিৰ্দিষ্টতাবাচক প্ৰত্যয়ৰ ক্ষেত্ৰত পিতক, ভায়ক, জিয়ক, আয়ক, বোইনক আদিৰ প্ৰয়োগ বিশেষ উল্লেখযোগ্য। মনকৰতো এনে প্ৰয়োগ আছে : "মায়ক ডক্কিয়া দৈলা মানসাই নাম।" ক্ৰিয়াবিশেষণ কিছুমানেও সুকীয়া ৰূপ লৈছে ; যেনে, ইথন (এতিয়া), তিথন (তেতিয়া), কিথন (কেতিয়া), কিথন্বা (কেতিয়াবা), কোম্বা (কোনোবা), ইত্যাদি। শব্দ-প্ৰয়োগৰ ক্ষেত্ৰত আইফুল (দোবোণ ফুল), ফিৰমিতা (ফিৰিঙতি), ভোজপাত (মাহপাত, ম. অ. তেজপাত মা. অ.), শানিল (শান+শিল), কচ্চোলি (কৰাচ ম. অ., হেতা মা. অ.), নৰজ (গাৰি ম. অ. টোলোঠা মা. অ.), দিপচোখু (দীপ-চকু, চছমা) ইত্যাদি। শব্দাৰ্থৰ পৰিৱৰ্তনৰ এটা উদাহৰণ হৈছে 'কোইনা' শব্দটো। শাহুৱেকে বোৱাৰীয়েকক কোইনা বুলি মাতে ; যদিও বোৱাৰীয়েক সদায় কইনা হৈ নাথাকে।

১১ মঙলদৈ-অঞ্চলৰ ভাষা : কামৰূপৰ বিভিন্ন অঞ্চলৰ ভাষাৰ কিছুমান সুকীয়া ৰূপ থকাৰ দৰে মঙলদৈ-অঞ্চলৰ ভাষাটোৰো বৈশিষ্ট্য কিছুমান দেখা যায়। ইয়াতো নানা স্থানীয় উপভাষাৰ বৈশিষ্ট্যৰ সংমিশ্ৰণ ঘটিছে। কামৰূপী উপভাষাৰ মধ্য, পশ্চিম আৰু দক্ষিণ অঞ্চলৰ কিছুমান

বৈশিষ্ট্যৰ মিশ্ৰণৰ উপৰি ইয়াত আছে মান্যভাষাৰ বৈশিষ্ট্য কিছুমানৰ ব্যৱহাৰ।

উদাহৰণ :

| কাম. | মঙল. | মা. অ. |
|---|---|---|
| বাজা | বাজা | বজা |
| আণ্ডাৰ | আণ্ডাৰ | এণ্ডাৰ |
| আন্ধাৰ | আন্ধাৰ | এন্ধাৰ |
| চাকা | চকা | চকা |
| কাণা | কণা | কণা |
| দীঘাল | দীঘল | দীঘল |
| মৰাণ | মৰণ | মৰণ |
| কণ্ডা | কোণ্ডা | কোণ্ডা |
| পাইনা | পানীয়া | পনীয়া |
| সণা | সোণা | সোণ |
| কাইজা | কাজিয়া | কাজিয়া* |

ইপিনে এইবোৰৰ লগত আছে কিছুমান এই অঞ্চলৰ স্বকীয়া ৰূপ। সেই-বোৰক ধ্বনিতত্ত্ব, ৰূপতত্ত্ব, শব্দমালা আদি সকলো ক্ষেত্ৰত পোৱা যায়। তলত তাৰ সংক্ষিপ্ত আলোচনা দাঙি ধৰা হ'ল। কামৰূপী উপভাষাৰ মধ্য অঞ্চলৰ স্থানীয় উপভাষাৰ সৈতে কোনো কোনো ঠাইত মঙলদৈ-অঞ্চলৰ ভাষাৰ মিল দেখা যায়। শব্দমালাৰ পিনৰ পৰা চালে দুয়ো ঠাইত কিছুমান একে শব্দ ব্যৱহাৰ হয়; যেনে, বিধান, ডিমা, লোক, গোলি, আধেইলা, ছানা (পোৱালি), চাঙি (চাকি), বেং, মাৰে (মাৰৈ পূজা), হিংকা, বৰা, পত্তক (সময়), তাংখু, মুইহ, বৰ (দৰা), হাথী, ছোলি (সন্তান), কাথি (বাৰাণ্ডা), ইত্যাদি। কিন্তু কিছুমান শব্দ মঙলদৈ-অঞ্চলৰ স্বকীয়া; যেনে, চুৰা (জুলীয়া গুড়), চুঙা টোকন (খুন্দনা), লুৰা (খেৰৰ জুমুথি), কাম. উক্রা; থুলা (ধপাত খোৱা সঁজুলি), কাম. থেইহা; কোৰা (নাৰিকলৰ কোবোকা), জগা (গোহালিত দিয়া ধোঁৱা), কাম. খুপা;

*এই শব্দবোৰ শ্ৰীকৰুণাসিন্ধু ৰাজখোৱাৰ 'মঙলদৈৰ কথিত ভাষা' নামৰ প্ৰবন্ধ এটাৰ পৰা লোৱা হৈছে।

ভুমুক (ভূমিকম্পত মাটি ফুটি ওলোৱা বালি, পানী ইত্যাদি) কাম. ভৰকা ; গাটোকা (গামোচা), কাম. মুকৃচা ; মাটিখাইতী (গেদগেদী) কাম. সথ্‌লী, পিকবাটি, কাম. পিকদানী ; মহখুন্দা কাম. মহোহো, চুৰেইনতোলি (চুৱা পাতনি), কাম. চুৰেইনা ইত্যাদি।

২ ধ্বনিতত্ত্বৰ ফালৰ পৰা চালে দুয়ো অঞ্চলৰ ভাষাৰ মাজত কিছুমান পাৰ্থক্য দেখা যায়। উদাহৰণঃ

| কাম. মধ্য অঞ্চল | | মঙলদৈ-অঞ্চল |
|---|---|---|
| অ : ও : | ভথ | ভোথ |
| | কদাল | কোদাল |
| | তপা ( তোম ) | তোপ. |
| | চতাল | চোতাল |
| | পন্তা ভাত | পোন্তা ভাত |
| অআ : অঅ : | কঠাল | কঠল ( প. অ. কঠল ) |
| অ : এ : | আক | এক ( প. অ. ; মা. অ. এক ) |
| আআ : অআ : | ছাতা ( ছাতি ) | ছতা |
| | পাঠা | পঠা ( মা. অ. পঠা ) |
| | মালা | মলা |
| | খাদা | খদা |
| | মাথা | মথা ( মা. অ. মথা ) |
| এ' : এ : | গে'ল | গেল কাম. দ. অ. গেল |
| জ : ঝ : | জাপি | ঝাপি ( কাম. দ. অ. ঝাপি ) |
| | জকৃৰা ভাত | ঝকৃৰা ভাত |
| মধ্যস্বৰ লোপ : | মধ্যস্বৰ আগম : | |
| | নিচ্‌লা ( মাছ | নিচিলা |
| | পিপ্‌ৰা | পিপিৰা |
| | কট্‌ৰী | কটেৰী |
| | কুম্‌ৰা | কুমুৰা |
| মধ্যবৰ্তী আ : অ : | উধান | উধন |
| | তপাত | তপত |

১৩ ৰূপতত্ত্বৰ ক্ষেত্ৰত মঙলদৈ-অঞ্চলৰ ভাষা আৰু কামৰূপীৰ মধ্য অঞ্চলৰ ভাষাৰ মাজত কিছুমান সাদৃশ্য আছে। উদাহৰণ স্বৰূপে এই প্ৰত্যয়বোৰ দুয়ো অঞ্চলত একে: বহুবচনৰ প্ৰত্যয় —হাত, গিলা, —ঠে; নিৰ্দিষ্টতাবাচক —খান, খোৰ; কৰণকাৰক বিভক্তি —দি। দুয়ো অঞ্চলৰ কিছুমান পাৰ্থক্যও আছে, যেনে,

| কাম- মধ্য অঞ্চল | মঙলদৈ-অঞ্চল |
|---|---|
| নিলাক | নিলা |
| দিলাক | দিলা |
| খালাক | খালা |
| পাবাহ্ | পাব |
| কৰে | কৰেই |
| সুধে | সোধেই |
| ( তঁই ) যাহ্ | যা |
| ( তুমি ) খ | খা |

১৪ মঙলদৈ-অঞ্চলৰ ভাষাৰ এটা বিশেষত্ব হৈছে তুচ্ছাৰ্থ আৰু মান্যাৰ্থৰ ক্ৰিয়া-বিভক্তিৰ ক্ষেত্ৰত পাৰ্থক্যহীনতা। এই অঞ্চলৰ ভাষাৰ বৰ্ণৰ বিভিন্নতা অনুযায়ী শব্দবোৰৰ ধ্বনিগত ভিন্নতা কিছু আছে। ব্যাপাৰীৰ 'ঠাৰ' বা গুপ্তভাষাটো এই অঞ্চলৰ ভাষাৰ এটা উল্লেখযোগ্য ভাষা ( § ২৭ ) ওপৰৰ আলোচনাৰ পৰা ক'ব পাৰি যে মঙলদৈ-অঞ্চলৰ ভাষাত অসমীয়া ভাষাৰ কিছুমান স্থানীয় উপভাষাৰ সংমিশ্ৰণ ঘটিছে আৰু আন অঞ্চলৰ কিছুমান স্থানীয় আৰু সুকীয়া বৈশিষ্ট্য থকাৰ নিচিনা ইয়াতো কিছুমান সুকীয়া ৰূপ ৰক্ষিত হৈছে। গতিকে ইয়াক এটা সুকীয়া উপভাষা বুলি স্থানীয় উপভাষা বুলি ক'লেহে সমীচীন হ'ব।

১৫ **কাছাৰী উপভাষা:** কাছাৰ জিলাত প্ৰধানকৈ তিব্বত-বৰ্মীয় শাখা-পৰিয়াল আৰু আৰ্য শাখা-পৰিয়ালৰ ভাষা কোৱা হয়। তিব্বত-বৰ্মীয় শাখা-পৰিয়ালৰ ভাষাৰ ভিতৰত ডিমাছা আৰু মেইতেই প্ৰধান; আৰ্য শাখা-পৰিয়ালৰ ভিতৰত অসমীয়া ভাষাই কাছাৰ জিলাত সুকীয়া স্থান লাভ কৰিছে। ঐতিহাসিক যুগৰ পৰা কাছাৰৰ লগত অসমৰ বিশেষকৈ পশ্চিম অসমৰ ঘনিষ্ঠ সম্পৰ্ক সংঘটিত হয়। কাছাৰত কোচ বা মেৰাপ

জাতিৰ ৰাজত্বও চলিছিল। তাৰ ফলত পশ্চিম অসমৰ পৰা গৈ অনেক লোকে কাছাৰত বসবাস কৰাৰ সুবিধাও পায়। সেইসকল লোক আৰু কাছাৰৰ স্থানীয় লোকসকলৰ বসবাসৰ ফলত কাছাৰত অসমীয়া ভাষাৰ স্বকীয়া ৰূপ এটাই গঢ় লয়। এই ভাষাটোক কোনো কোনোৱে দেৱান-ভাষা বুলিছে। এই ভাষাটোৰ লগত অসমীয়া মাতৃভাষা আৰু পশ্চিম অসমৰ উপভাষাৰ ঘনিষ্ঠ সম্পৰ্ক দেখা যায়। ঐতিহাসিক দৃষ্টিকোণৰ পৰা চালে সি স্বাভাবিকো। তলত দেৱান-ভাষা আৰু অসমীয়া ভাষাৰ সাদৃশ্যৰ* আভাস দিয়া হ'ল :

| দেৱান-ভাষা | অসমীয়া ভাষা |
|---|---|
| আহ্ | আহ্ |
| বহ্ | বহ্ |
| থিয় হ | থিয় হ |
| দিম | দিম |
| গা ধো | গা ধো |
| বাৰ চা | বাট চা |
| হান | সান |
| নহয় | নহয় |
| জুই | জুই |
| নুন | লোণ, কাম নুন |
| পানী | পানী |
| হাপ | সাপ |
| গছ | গছ |
| সবে | চবাই, কাম. চবে |
| মুই | ম'হ, কাম. মুইহ |
| ঘৰা | ঘোঁৰা, কাম. ঘৰা |
| হিয়াল | শিয়াল |
| লোৰা | লো, কাম. লোৰা |

(১) [illegible]

(২) মো. আব্দুল কাহেৰ লস্কৰ : অসমৰ বুকুত কাছাৰ

| মেৰাণ-ভাষা | অসমীয়া ভাষা |
|---|---|
| ৰূপা | ৰূপ, কাম. ৰূপা |
| নাও | নাও |
| পুথি | পুথি |
| হৰগ | সৰগ |
| বেলি | বেলি |
| জনাক | জোন কাম. জনাক 'জোনাক' |
| ওঠ | ওঁঠ |
| ঠেঙ্গ | ঠেং |
| চুলি | চুলি |
| জিভা | জিভা |
| পিঠি | পিঠি |
| মূড় | মূৰ |
| চকু | চকু |
| কুনি | কোন, কাম. কুনি |
| ময় | মই |
| হি | সি |
| তাক | তাক |
| তাৰ | তাৰ |
| মাই | মা, কাম. মাই |
| ভাই | ভাই |
| বনী | ভনী, কাম. বৈনী |
| আক | আক |
| উপৰত | ওপৰত, কাম. উপৰোত |
| তলত | তলত |
| আগত | আগত |
| টেঙ্গা | টেঙা |
| বয়া | বেয়া, কাম. বয়া |

১৬ বিভিন্ন ভাষাভাষী লোকৰ সংমিশ্ৰণৰ ফলত কাছাৰৰ বলুৱা ভাষাটো এটা সুকীয়া উপভাষাৰূপে পৰিগণিত হৈছে। এই উপভাষাৰ

পড়ত দেৱান-ভাষাৰ ৰৰগুণি উল্লেখযোগ্য। কাছাৰৰ থলুৱা ভাষাটোৰ বিষয়ে অধ্যয়ন কৰি ডঃ প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্যই এই বুলি মন্তব্য দিছে যে "কাছাৰীয় উপভাষাটো কামৰূপী উপভাষা আৰু অসমীয়া মান্যভাষাৰ ওচৰ চপা। ইয়াত প্ৰায় শতকৰা পঁয়সত্তৰটা শব্দই সজাতীয় শব্দ"[৩]। কাছাৰত প্ৰচলিত বিষ্ণুপ্ৰিয়া মণিপুৰী ভাষাও এটা উল্লেখযোগ্য ভাষা। ইয়াৰ লগত অসমীয়া ভাষাৰো ঘনিষ্ঠ সম্পৰ্ক আছে (§১০৩)। বিশেষ মন কৰিবলগীয়া এয়ে যে বিষ্ণুপ্ৰিয়া ভাষাৰ লগত কাছাৰী ভাষাৰো সম্পৰ্ক গাঢ়। ইয়াৰ দ্বাৰা অসমীয়া ভাষাটোৱে বিষ্ণুপ্ৰিয়া মণিপুৰী ভাষাৰ ভিত্তি বুলি ক'লে ভুল নহ'ব যেন লাগে। তলত বিষ্ণুপ্ৰিয়া, কাছাৰী উপভাষা আৰু অসমীয়া ভাষাৰ সাদৃশ্যমূলক তালিকা এখন দিয়া হ'ল।

| বিষ্ণুপ্ৰিয়া | কাছাৰী উপভাষা | অসমীয়া |
|---|---|---|
| বাকল | বাকল | বাকলি, কাম. বাকাল |
| কামৰা | কামৰ | কামোৰ, কাম. কামাৰ |
| আড়গো | আড় | হাড়, কাম. হাড়া |
| বুকগো | বুক | বুক |
| পুড়ে | পুড়ে | পোৰে, কাম. পুৰে |
| আত | আত | হাত |
| বাপক | বাপেক | বাপেক, কাম. বাপাক |
| বহ্ | বহ্ | বহ্ |
| কাছাত | কাছাত | কাষত |
| আলুৰা | আলুৱা | হালোৱা |
| বেলি | বেলি, বেইল | বেলি |
| পানী | পানী | পানী |
| মেকুৰ | মেকুৰ | মেকুৰী |
| লোৱা | লোৱা | লো, কাম. লোৱা |

৩ Bhattacharya, P. C. The Languages and Dialects of Cachar District of Assam ; Summaries of Papers, All India Oriental Conference, 27th, Session, 1974.

# (৩) অসমীয়া ভাষাৰ শব্দমালা

১ আন নব্য ভাৰতীয় আৰ্য-ভাষাৰ নিচিনা অসমীয়া ভাষাৰো শব্দ-মালাৰ মূল বা উৎস প্ৰধানকৈ ছটা : তৎসম আৰু অৰ্ধতৎসম, তদ্ভৱ, দেশী, ভাৰতৰ আন ভাষাৰ শব্দ, ইউৰোপীয় আৰু আন ভাষাৰ শব্দ, আৰু অনাৰ্য ভাষাৰ শব্দ। যিবোৰ শব্দ সংস্কৃতৰ পৰা অবিকৃতভাৱে আহিছে সেইবোৰ তৎসম আৰু সাধাৰণ ধ্বনি পৰিৱৰ্তন হৈ অহা শব্দবোৰ অৰ্ধতৎসম; সংস্কৃতৰ পৰা প্ৰাকৃতৰ মাজেৰে বিকশিত হৈ অহা শব্দবোৰ তদ্ভৱ। যিবোৰ শব্দৰ মূল সংস্কৃত নাইবা আন কোনো ভাষাৰ পৰা নিৰ্ধাৰণ কৰিব পৰা নহয়, অথচ নব্য ভাৰতীয় আৰ্য-ভাষাবোৰত সচৰাচৰ পোৱা যায়, সেইবোৰ শব্দই দেশী শব্দ। লেখোঁতে ব্যৱহাৰ কৰা সংস্কৃতৰ সৈতে এক যেন দেখা শব্দবোৰৰ প্ৰায় ভাগেই দেখাত তৎসম হ'লেও অসমীয়া উচ্চাৰণৰ কাৰণে অৰ্ধতৎসমৰ ৰূপ লয় গৈ, তথাপি ধৰ্ম, পিতা, ঈশ্বৰ আদি শব্দক তৎসম বুলি কোৱা হয়। অৰ্ধতৎসম বুলিলে সচৰাচৰ ভকতি<ভক্তি, মৰম<মৰ্ম, যতন<যত্ন আদিক বুজোৱা হয়। প্ৰকৃতপক্ষে অসমীয়াত তৎসম শব্দৰ সংখ্যা নিচেই তাকৰ; তাৰ তুলনাত অৰ্ধতৎসম শব্দৰ সংখ্যা কিছু বেছি। কিন্তু আটাইতকৈ বেছি সংখ্যাৰ শব্দ হৈছে তদ্ভৱ শব্দ।

২ অসমীয়া ভাষাটো প্ৰধানতঃ প্ৰাচীন ভাৰতীয় আৰ্য-ভাষাৰ পৰা মধ্য ভাৰতীয় আৰ্য-ভাষাৰ মাজেৰে বিকশিত হৈ হোৱা হেতুকে তদ্ভৱ শব্দৰ সংখ্যা বেছি হৈছে। দৈনন্দিন জীৱনত ব্যৱহৃত অনেক শব্দ, অঙ্গ-প্ৰত্যঙ্গবাচক শব্দ, সংখ্যাবাচক শব্দ, জীৱ-জন্তু বুজোৱা শব্দ, প্ৰকৃতি বিষয়ক শব্দ, বিশেষণ, সৰ্বনাম, ক্ৰিয়া আদিৰ বেছি ভাগেই তদ্ভৱ শব্দ। উদাহৰণ স্বৰূপে এইবোৰ ল'ব পাৰি; যেনে, কলহ<কলশ, ঘৰ<গৃহ, জুই<দ্যুতি, ভৰি<ভৰিত্ৰ, চকু<চক্ষু, নাক<নক্ৰ, দাঁত<দন্ত, এক<এক, দুই<দ্বি, শ<শত, বাঘ<ব্যাঘ্ৰ, গৰু<গো-ৰূপ, মাছ<মৎস্য, কাছ<কচ্ছপ, জোন<জ্যোৎস্না, গছ<গচ্ছ, নৈ<নদী, সোঁত<স্ৰোত, ভাল<ভদ্ৰ, সঁচা<সত্য, মিছা<মিথ্যা, দীঘল<দীৰ্ঘ+ল, মই<প্ৰা. মএ, আমি<অস্মে, তই<তএ, সি<সঃ>সে, যায়<যাতি, খায়<খাদতি, কয়<কথতি, পঢ়ে<পঠতি ইত্যাদি। অসমীয়াত তদ্ভৱ শব্দৰ বেছি প্ৰচলন হোৱাৰ আন এটা কাৰণ হ'ল, অসমীয়া সাহিত্যৰ ভেটি-স্থাপনকৰ্তা প্ৰাক-

বৈষ্ণৱ আৰু বৈষ্ণৱ যুগৰ সাহিত্যিকসকলে সৰ্বসাধাৰণৰ বোধগম্যতাৰ্থে প্ৰয়োগ কৰা জনসাধাৰণৰ ভাষা।[১] তাৰ পিছত আহোম ৰজাসকলৰ তত্ত্বাৱধানত ৰচনা কৰা বুৰঞ্জীবোৰ আৰু ইংৰাজ-যুগৰ আৰম্ভণিত মিছনেৰি-সকলে চলোৱা অৰুণোদয় কাকত, ব্ৰনছন ছাহাবে ৰচনা কৰা অসমীয়া-ইংৰাজী অভিধান আদিতো কথিত ভাষাৰ প্ৰতি বিশেষ চকু দিয়া হেতুকে সাহিত্যৰ মাজেৰে তদ্ভৱ শব্দ বেছি সংখ্যক সংৰক্ষিত হৈছে।

৩ দেশী শব্দৰ কিছুমান হ'ল: থাৰু, লাড়ু, তেতেলী, খিৰিকী, গাজ, জোপা, টুপী, ঢোল, পেট, ভীৰ ইত্যাদি। ভাৰতীয় আন ভাষাৰ পৰা অহা শব্দৰ ভিতৰত আন নব্য ভাৰতীয় আৰ্য-ভাষাৰ পৰা অহা আৰু হিন্দুস্থানীৰ মাজেৰে আৰবী, পাৰ্‌ছী আৰু তুৰ্কী ভাষাৰ পৰা অহা শব্দবোৰকো ধৰিব লাগিব। সেইবোৰৰ আলোচনা আগতে কৰা হৈছে (§ ১৩৭, ১৩৯)। ইউৰোপীয় ভাষাৰ শব্দ কিছুমানৰ তালিকাও দিয়া হৈছে (§ ১৩৪, ১৩৯)।

৪ অসমীয়াত অনাৰ্য ভাষাৰ শব্দ বহুতো আছে। অনাৰ্য ভাষাৰ ভিতৰত অষ্ট্ৰিক ভাষা পৰিয়ালৰ আৰু চীন-তিব্বতীয় ভাষা-পৰিয়ালৰ ভাষাৰ শব্দই প্ৰধান। ডঃ কাকতিয়ে অষ্ট্ৰিক ভাষা-পৰিয়ালৰ খাচী, কোল বা মুণ্ডা, ছাওঁতালী আৰু মালয় ভাষাৰ আৰু চীন-তিব্বতীয় ভাষা-পৰিয়ালৰ টাই আৰু তিব্বত-বৰ্মীয় শাখাৰ বড়ো উপশাখাৰ ভাষাৰ শব্দ কিছুমানৰ লগত অসমীয়া শব্দৰ সাদৃশ্য দেখুৱাইছে। এইবোৰ ভাষাৰ বিজ্ঞানসম্মত বিস্তৃত অধ্যয়ন নোহোৱালৈকে সঠিককৈ কোৱা টান যে অমুক শব্দটো অমুক ভাষাৰ পৰা আহিছে। কাকতিদেৱেও তেনে ধৰণে কোৱা নাই, মাত্ৰ আলোচনাৰ দিশ এটিহে নিৰ্দেশ দিছে। অনাৰ্য বুলি তালিকাভুক্ত কৰা কিছুমান শব্দক আৰ্য ভাষাৰ সৈতেও নিঃসন্দেহে সাঙুৰিব পৰা যায়, যেনে হুল শব্দটো মালয় 'হুলট' শব্দৰ লগত, গাৰ আৰু চিকৰা শব্দ দুটাক ছাওঁতালী 'গৰ' আৰু 'চিকুৰ'ৰ লগত সম্বন্ধিতৰূপে দেখুৱা হৈছে। কিন্তু হুল শব্দটো সং· শূল শব্দৰ পৰা হোৱাটো একো অযুক্তিকৰ নহয়; তু· শূলয়তি>হুলাই (অপভ্ৰংশ)। সেইদৰে গাৰ শব্দটো আহিছে সং· গৰ্ত শব্দৰ পৰা। কোঙ্কনী ভাষাত ইয়াক হুবহুৰূপে পোৱা গৈছে।[২] চিকৰা শব্দটো নেপালী ভাষাত চিৰকট ৰূপে পোৱা গৈছে।[৩] কামৰূপীত শব্দটো 'চিকৰাঠ' হৈছে।

১ Kakati, B. *A. F. D*, 1941, § 41
২ Katre, S.M. *Formation of Konkani*, 1942 p 38
৩ Dr. Turner : Nepali Dictionary

৫ এইদৰে অনুসন্ধানৰ ফলত কিছুমান শব্দ আন ভাষাৰ পৰা অহা বুলিও প্ৰমাণিত হ'ব পাৰে। ডঃ কাকতিয়ে দেখুৱা অনুযায়ী অসমীয়া ভাষাত ব্যৱহাৰ হৈ থকা শব্দ কিছুমানক বিৰিধ অনাৰ্য ভাষাৰ পৰা অহা বুলিয়েই বৰ্তমান সামৰিবলগীয়া হৈছে। তলত সেইবোৰৰ কিছুমান দিয়া হ'ল। প্ৰথমতে অষ্ট্ৰিক ভাষা-পৰিয়ালৰ শব্দবোৰ চোৱা হৈছে: (ক) খাচীৰ পৰা অহা: কাবৌ, থং, হেনো, জহা (ধান), (খ) কোল-মুণ্ডাৰ পৰা অহা: এৰা, পাটুম, √উবুৰিয়া, মুগা, ভঙুৰা, (গ) ছাওঁতালীৰ পৰা অহা: চ'ক, ঢোপ, ঢুমা, গোহাৰি, পাহাৰ, লেঙ্কা,গোজোৰা, (ঘ) মালয়ৰ পৰা অহা: বগা, √বুটল, চেলাউৰি, চেঙা, সাঁকৰ, ভিভি, গাহৰি, দলং হাবি, হেপা, হোলোঙা, জেং, কুৱাং, কপৌ (ফুল), মৈদাম, নাহৰফুটুকী, সোলা, উই, সিজু ইত্যাদি।

৬ তিব্বত-বৰ্মীয় বড়ো ভাষাৰ পৰা কিছুমান সবল আৰু মিশ্ৰ ধাতু আৰু নানা তৰহৰ শব্দ আহিছে; যেনে,(ক) ধাতুৰ ভিতৰত চেলেক্, বেপ্, আগচ্, গচক্, চেপ্, থাম বান্ধ্, গৰা মাৰ্, বিৰ দি ইত্যাদি। (খ) আন শব্দ: হাফলু, জথলা, জোং, হোজা, হেঙাৰ, হাঁও-ফাঁও, লফা, জাউক আদি।

৭ আহোম ভাষাৰ পৰা অহা শব্দ কিছুমান হ'ল: খাং, পুং, √পাঙ, কাং, ফাউ, জান, জিন, বুৰঞ্জী, কাৰেং, বংঘৰ, লাং ( লাং খাই পৰ্ ), ডোঙা ইত্যাদি। মিট ( দা ), ফাক ( দা খোৱা সঁজুলি ), টুপ ( ঘৰৰ আগ ভাগ ), লিকচৌ, পিং, ফাঁই ( থং ), চকলং আদি শব্দ, বিষয়া বা উপাধি বুজোৱা কিছুমান শব্দ আৰু আহোমসকলৰ মাজত প্ৰচলিত সম্বন্ধবাচক কিছুমান শব্দ আহোম ভাষাৰ; যেনে, ফুকন, চাওডাং, নিচাদেও ( মাক-বাপেকৰ ককায়েক ), এপাদেউ ( নিচাদেৱেকৰ ঘৈণীয়েক, মাক বা বাপেকৰ বায়েক ), এনাইদেউ ( মাকৰ মাক ), পুথাও ( মাক বাপেকৰ দেউতাক, বুঢ়া দেউতাক, ককাক ), আথাও ( বুঢ়ীমাক ), আপুটি ( বোপাই, বোপা, বাপু )।[8] কিছুমান বিষয়া বা উপাধি বুজোৱা আন শব্দ আহোম ভাষাৰ শব্দৰ অনুবাদ হিচাপে ব্যৱহাৰ কৰা দেখা যায়; যেনে হাজৰিকা (ক-বিঙ্, ক=মুৰ, বিঙ্=হেজাৰ), শইকীয়া ক-পাক, পাক=শ), বৰ ভঁৰালী

৪ শ্ৰীলীলা গগৈ: আহোম জাতি আৰু অসমীয়া সংস্কৃতি, ১৯৬১ চন, পৃ: ৩১—৩৬

( চাও-ভি, চাও=বৰ, ভি=ভঁৰাল), বকৰা (ফু-কে, ফু=পুৰুষ, কে=বুঢ়া), বৰবকৰা ( ফু-কে-লুঙ্, লুঙ্=বৰ ), স্বৰ্গদেৱ (চাও-ফা, চাও=দেৱতা, ফা—স্বৰ্গ)* ইত্যাদি। খামটি ভাষাৰ কেইটামান শব্দ হ'ল : ফই ( ডাঙৰ বছী ), ফাঁই ( খামটি ফাই মানে জুই ), ফাক ( দাৰ ফাক), বান (বান বাটি খামটি· বন্), মান ( ব্ৰহ্মদেশৰ লোক), মিট (মিট দা, খামটিত মিত মানে কটাৰী ), টকৌ ( খামটি তংকৌ ), লাওপানী ( খামটিসকলৰ পানীয় দ্ৰব্য হৈছে লাও )। খামটিসকলৰ মতে চুকাফা শব্দৰ অৰ্থ হয় : চু (বাঘ) কাফা (দাবে নচা), অৰ্থাৎ যিজনে বাঘৰ লগত যুঁজিব পাৰে।

৮ কোনো ভাষাৰ শব্দমালা বুলিলে সেই ভাষাৰ ঠাই, নৈ আদিৰ নামো সোমাই পৰে। এই ক্ষেত্ৰত অনাৰ্য ভাষাৰ দান নগণ্য নহয়। অসমৰ প্ৰধান প্ৰধান অনাৰ্য ভাষাবোৰৰ অধ্যয়ন হ'লে স্থানবাচক আৰু নদীবাচক বহুতো শব্দৰ মূল উদ্ধাৰ হ'ব। এই দিশতো ডঃ কাকতিয়েই পথ প্ৰদৰ্শক-ৰূপে কিছুমান শব্দলৈ আঙুলিয়াইছে। তলত সেইবোৰ দিয়া হল। শব্দৰ নিচিনা এই ক্ষেত্ৰতো অষ্ট্ৰিক, তিব্বত-বৰ্মীয় আৰু টাই ভাষাৰ দান বিশেষভাৱে উল্লেখযোগ্য। স্থানবাচক শব্দৰ ভিতৰত প্ৰাগজ্যোতিষপুৰ, কামৰূপ, কামাখ্যা, হাঁকপেশ্বৰ আদি শব্দক অষ্ট্ৰিক ভাষাৰ লগত সাঙোৰা হৈছে। শেষাংশত—ত,-তা,—তু আদি থকা শব্দবোৰ অষ্ট্ৰিক বুলি ধৰা হৈছে, যেনে কাম-তা, চাম-তা, বক-তা, চাপ-ত-গ্ৰাম, ধৰম-তু-ল। হাজো, হাবকা, বিহামপুৰ, ডিছপুৰ আদি শব্দক বড়ো ভাষাৰ বুলি ধৰা হৈছে।[৫] টাই ভাষাৰ পৰা অহা স্থানবাচক শব্দৰ আলোচনা ডঃ কাকতিয়ে কৰা নাই। মাত্ৰ অসম শব্দৰ মূল টাই √ছাম বুলি যুক্তি আগ বঢ়াইছে। কিছুমানে টি—বা তি—আগত থকা স্থানবাচক শব্দবোৰ আহোম ভাষাৰ বুলি যুক্তি দিছে। এনে কিছুমান শব্দ হ'ল : টিয়ক, তিপাম, টিৰাপ, টিংখাং আদি।[৬] খোৱাং শব্দটোও আহোম ভাষাৰ। বিবোৰ নদীবাচক

---

* সৰ্বানন্দ ৰাজকুমাৰ : আহোম ভাষাত আহোম ৰজাদিনীয়া বিষয় ; অ· সা· সভা পত্ৰিকা, দ্বাবিংশ বছৰ, প্ৰথম সংখ্যা।

৫ Kakati, B. *The Mother Goddess Kamakhya, 1948, p. 2 p. 6 and A F.D. 1941, § 82. 88.*

৬ শ্ৰীলীলা গগৈ : অহোম জাতি আৰু অসমীয়া সংস্কৃতি ১৯৬১ চন, পৃষ্ঠা ২৫-২৬

শব্দৰ শেষাংশত—ঙ্,—অঙ,—হোং,—হো,—লাও আদি আছে সেইবোৰ অট্রিক, যেনে, দিহিং, দিবং, দিচাং, তি-লাও (ব্রহ্মপুত্র)। শব্দৰ আগত দি—নাইবা শেষত—দৈ থকা নদীবাচক শব্দবোৰ বড়ো ভাষাৰ। দি-হিং, দি-বং, দি-খৌ আদি শব্দৰ আদি অংশ আৰু ভোগ-দৈ, মঙল-দৈ আদিৰ শেষৰ অংশ বড়ো। আহোম ভাষাত পানী বা নদীবাচক শব্দ হৈছে নাম। আদি অংশত নাম থকা নৈ কেইখনমান হ'ল নাম-দাং, নাম-চাং নাম-ৰূপ, নাম-জিন ইত্যাদি।

৯ তেজু ঠাইডোখৰৰ নামটো মিচিমিসকলৰ দান তেজু আছলতে এখন নৈ। নৈৰ নামৰ পৰা ঠাইৰ নামলৈ ৰূপান্তৰিত হৈছে। দিগাৰু মিচিমিৰ ভাষাত তেজু নদীক তিজাপ বোলে আৰু ইদু মিচিমিৰ ভাষাত তিজু বোলে। তিজুৰে পাছত মানুহৰ মুখত পৰি খুব সম্ভৱ তেজু হ'ল গৈ। দিগাৰু আৰু মিজুৰ ভাষাত ব্রহ্মপুত্রক তলু বা তলৌ বোলে। ইদুৱে ইলু বোলে। চৌখামৰ টাই-খামটিসকলে ব্রহ্মপুত্রক নামতৰাও বুলি কয়। তেওঁলোকৰ ভাষাত নাম মানে পানী। নামতৰাও শব্দটোৰ তেওঁলোকে মুকলী বা বাধাহীন পানী অর্থাৎ নৈ বুলি ব্যাখ্যা দিয়ে। কোনো কোনোৱে ইপাৰ সিপাৰ মনিব নোৱৰা পানী বা নৈ বুলিও কয়। মিচিমি তলু, তলৌ শব্দৰ পৰা তৰাও বা তলাও হোৱাটো সম্ভৱ। তেতিয়া হ'লে ব্রহ্মপুত্র নৈখনৰ প্রথম অংশটো টাই-খামটি বা টাই আহোম আৰু দ্বিতীয় অংশটো মিচিমি। বুৰঞ্জীত পোৱা অনুযায়ী ব্রহ্মপুত্রৰ নাম যদি নাম-টি-লাও হয় আৰু লাও অংশ অট্রিক হয়, তেতিয়া হ'লে টি অংশটো মিচিমি আৰু নাম অংশটো টাই আহোম। মিজু মিচিমিত টি মানে নৈ। খামটি ভাষাত টি মানে ঠাই। খাম মানে সোণ। গতিকে খামটি শব্দৰ অর্থ হ'ল সোণৰ ঠাই বা সোণৰ ঠাইৰ লোক। তেনেকৈ নাম-টি শব্দৰ অর্থ হ'ল পানীৰ ঠাই। নামচাই এখন ঠাই আৰু নৈও। তাৰ অর্থ খামটি ভাষা অনুযায়ী বালি (চাই) পানী, লেতেৰা পানী। অর্থাৎ নৈখনৰ পানী লেতেৰা কাৰণে তাৰ নাম হ'ল নাম-চাই।

১০ লোহিত সীমান্তৰ ভিতৰত এখন ধুনীয়া ঠাই হৈছে চৌখাম। খামটি ভাষাত শব্দটো চংখাম। খাম মানে সোণ চং মানে মন্দিৰ। চংখাম মানে সোণৰ মন্দিৰ। প্রবাদ অনুযায়ী চৌখামত হেনো আগতে এটা পুখুৰীত এজোপা সোণৰ গছ আছিল। চৌখামৰ ওচৰৰ এখন গাঁৱৰ নাম

মমং। থামটি ভাষাত তাৰ অৰ্থ কঠাল। হয়তো আগতে তাত কঠাল বেছিকৈ পোৱা গৈছিল। চৌথামৰ ওচৰৰ দুখন নৈৰ ভিতৰত এখন বেৰেং আৰু এখন টেএং। টেএং শব্দটোৰ মূল টিএং। টি মানে ঠাই, এং মানে কলহ। তাত হেনো ঠায়ে ঠায়ে কলহ পোৱা গৈছিল কাৰণে নৈখন টিএং হ'ল। টেঙাপানী এখন নৈ। তাৰ মূলো থামটি। থামটিসকলৰ নামচুম উপাধিধাৰীসকল হৈছে ৰাজবংশধৰ। অতীজত তৰ্ক-বিতৰ্কৰ সময়ত তেওঁলোকে নিজৰ পৰিচয় দিবলৈ হেনো ক'লে যে যদি সঁচাকৈয়ে তেওঁলোক ৰাজবংশধৰ হয়, তেনেহ'লে ওচৰৰ নৈখনৰ পানী টেঙা হৈ যাব। কথা অনুযায়ী কাম হ'ল। তেতিয়াৰ পৰা তেওঁলোকেও নামচুম উপাধি ললে। নাম মানে পানী, চুম মানে টেঙা। নামচুম উপাধি থকাসকলে নামৰ আগত চৌ লিখে। সি আমাৰ নামৰ আগত শ্ৰীৰ সমপৰ্য্যায়ৰ।

১১ অসমৰ ঠাই আৰু নৈৰ নামৰ আলোচনা কৰিবলৈ হ'লে কেইবা-টাও পৰ্বত-ভৈয়ামৰ আদিবাসীসকলৰ ভাষাৰ সম্যক পৰিচয় নহ'লে সম্ভৱ নহয়। মানুহৰ নাম আৰু উপাধিক লৈও ভাল আলোচনা হ'ব পাৰে। দ্ৰাবিড়ীয় ভাষাৰ দানো অসমৰ ঠাই আৰু নৈৰ নামৰ ক্ষেত্ৰত নাই বুলি ক'ব নোৱাৰি। পণ্ডিতসকলে শেষাংশত—জুলি থকা, যেনে, ঢেকিয়াজুলি ৰংজুলি আদি শব্দবোৰক দ্ৰাবিড় বুলি কৈছে। "জুলি, জুৰি, কুৰ, পুৰ, পুৰি, ভিটি, ভিটা আদি স্থানবাচক নামৰ অন্তত থকা শব্দাংশ দ্ৰাবিড় ভাষাৰ পৰা অহা বুলি অনুমান কৰা হৈছে।"[৭] ডিব্ৰুগড় চহৰৰ এক অঞ্চলৰ নাম চিৰিং চাপৰি। দেউৰী-চুতীয়া ভাষাত 'চিৰিং' শব্দ এটা আছে। তাৰ অৰ্থ হৈছে—তপিনা। এইবোৰ শব্দৰ উল্লেখৰ দ্বাৰা এই শব্দবোৰ যে অমুক ভাষাৰ দান স্বৰূপে সিদ্ধ হৈছে, সেইটো কোৱা হোৱা নাই ; মাত্ৰ এই ক্ষেত্ৰত বিস্তৃতৰূপে আলোচনাৰ দৰ্কাৰ তাৰহে ইঙ্গিত দিয়া হৈছে।

১২ অসমীয়া শব্দমালাত অনাৰ্য ভাষাৰ দান সম্পৰ্কে আলোচনা কৰোঁতে আৰু এটা কথা মন কৰিব পাৰি। নামনি-অসমৰ বিশেষকৈ কামৰূপ জিলাত দৈনন্দিন ব্যৱহাৰ কৰা কিছুমান শব্দ আছে। সেইবোৰৰ নেপালী ভাষাৰ লগত হুবহুৰূপে মিল দেখা যায়। তাৰ কিছুমান মাত্ৰ-ভাষাতো ব্যৱহাৰ হয়। ডঃ টাৰ্নাৰে নেপালী অভিধানত ওনে শব্দবোৰত

৭ অসমীয়া ভাষা আৰু সংস্কৃতি, ১৯৫৭, পৃষ্ঠা ১১৪

বিশেষকৈ তিব্বত-বর্মীয় ভাষাৰ প্ৰভাৱৰ কথা অনুমান কৰিছে। এনে শব্দবোৰৰ কেইটামান তলত দিয়া ধৰণৰ :

| কামৰূপী | নেপালী |
|---|---|
| খত্ ( দাগ ) | খত্ |
| থোপ্ | থোপ্ |
| জলপে ( জলকাই ) | জংঘাই |
| জক ( থং ) | ঝক্ |
| টাঙ্না ( মতা ঘোঁৰা ) | টাঙন |
| টাঙান ( টাঙোন ) | টাঙো |
| ধক ( লাজ ) | ধক |
| ধোচ ( শকত ) | ঢোচে |
| চাপ | ধাপ |
| পোত ( বোকা ) | পোত |
| হালগিল্লা ( বৰটোকোলা ) | হড়গিল, ইত্যাদি। |

১৩ প্ৰায় সকলো ভাষাতে ধ্বন্যাত্মক শব্দ কম-বেছি পৰিমাণে পোৱা যায়। অসমীয়া ভাষাত ধ্বন্যাত্মক শব্দৰ পৰিমাণ তাকৰ বুলিব নোৱাৰি ( পৰি. ৪ )। গতিকে অসমীয়া শব্দমালাৰ উৎসবোৰৰ ভিতৰত ইয়াকো স্থান দিয়া যুগুত।

## (৪) অসমীয়া ভাষাত ধ্বন্যাত্মক আৰু প্ৰতিধ্বন্যাত্মক শব্দ

১ ভাষাৰ একোটা শব্দই একোটা অৰ্থ প্ৰকাশ কৰে। বেছি ভাগ শব্দৰ উচ্চাৰণ কৰাৰ লগতে অৰ্থটো প্ৰকাশ নাপায় ; যেনে, ঘৰ, জগৎ। কিন্তু ঘৰ্-ঘৰ্, মৰ্-মৰ্, কল্-কল্, জিৰ্-জিৰ্, টপ্-টপ্, গুন্-গুন্, কেং-কেং, থুন্-থুন্, ধপ্-ধপ্ আদি শব্দবোৰ উচ্চাৰণ কৰাৰ লগে লগে অৰ্থটো আপোনা-আপুনি স্পষ্ট হৈ উঠে। এনে শব্দবোৰক ধ্বন্যাত্মক শব্দ বোলা হয়। কিছুমান জীৱ-জন্তু, চৰাই-চিৰিকতি, পোক-পকৰা আদিৰ নামবোৰ এইদৰে ধ্বনিমূলক। অৰ্থাৎ সেই জীৱ-জন্তু বা চৰাই-চিৰিকতি আদিয়ে যি ধৰণে মাতে সেই অনুযায়ী সিহঁতৰ নাম ৰখা হৈছে। প্ৰত্যেক ভাষাত এনে ধৰণৰ অনেক শব্দ আছে। অসমীয়া ভাষাতো সৰু ল'ৰা-ছোৱালীৰ ক্ষেত্ৰত মেকুৰীক 'মেও', কাউৰীক 'কাক', কুকুৰক 'ভুক' বুলি কোৱা হয় ; কাৰণ, মেকুৰীয়ে মেও-মেও কৰে ; কাউৰীয়ে কাক্-কাক্ বা কা-কা কৰে আৰু কুকুৰে ভুক্-ভুক্ কৰে। হিন্দীত মটৰ গাৰীৰ হৰ্নটোক 'ভোঁপু' বোলে, কাৰণ সি পোঁ পোঁ শব্দ কৰে। অসমীয়াত চিকা, হুদু, চেকচেকীয়া (এবিধ চৰাই) আদিৰ নামকৰণ ধ্বনিমূলক। ভিন ভিন জীৱ-জন্তুক মাতা বা খেদা অৰ্থত মাজে-সময়ে কিছুমান ধ্বন্যাত্মক শব্দ বিশেষভাৱে ব্যৱহাৰ কৰা শুনা যায় ; যেনে, কুকুৰৰ পোৱালিক মাতিবলৈ কুৰ্-কুৰ্, ডাঙৰ কুকুৰক মাতিবলৈ ঔচ্-ঔচ্, ওহ্-ওহ্, ছাগলী খেদিবলৈ ছুহ্-ছুহ্ আৰু গৰু খেদিবলৈ হোৰ্-হোৰ্ ইত্যাদি।

২ কোনো বস্তু, কাৰ্য বা বঙৰ বিৱৰণ, শাৰীৰিক অসুস্থতা, নিস্তব্ধতা, গাঢ়তা আদি বিবিধ অৰ্থ প্ৰকাশকৰূপে ধ্বন্যাত্মক শব্দ ব্যৱহাৰ কৰিব পাৰি ; যেনে, ফিৰফিৰীয়া কাপোৰ, কিনকিনীয়া বৰষুণ, কট-মট-কৈ, মেচ-মেচীয়া বা কিচকিচীয়া ক'লা ; মূৰটো টিঙ-টিঙাইছে, গাটো বিজ-বিজাইছে সেংসেঙীয়া (নিৰ্জন), ঘিট-মিটীয়া এন্ধাৰ। এই শব্দবোৰৰ এটা ৰূপৰ পৰা আৰো কেইবাটাও ৰূপ কৰিব পাৰি ; যেনে, কল-কল, কল-কলনি, কল-কলীয়া, কল-কলা, কল-কলকৈ। তেনেদৰে কিন-কিন, কিন-কিনা, কিন-কিনকৈ, কিন-কিনীয়া। প্ৰত্যেকটো ধ্বন্যাত্মক শব্দৰ পৰা অৱশ্যে আটাইকেইটা ৰূপ পোৱা নাযায় ; যেনে, গুন-গুন, গুন-গুননি, গুন-গুনা, গুন-গুনকৈ। কিন্তু গুন-গুনীয়াৰ ব্যৱহাৰ নাই।

কেতিয়াবা ধ্বন্যাত্মক শব্দটোৱেই বিশেষ্যৰূপে ব্যৱহাৰ হয়। ৰবফুকনৰ গীতত চহা কৰিয়ে ৰচনা কৰিছে :

চৰাই কৰে চিউ

কথা শুনি জীয়েকৰ উৰি গ'ল জীউ।

... . . . .. ... . ..... . . .. . ..... .

কাউৰীয়ে কৰিবৰ কা

মাটি-পানী লওঁতে মুৰত পানী ঢালেঁাতে

ৰূপসিঙে মাৰিলে দা।

অকল ধাতুৰূপেও ধ্বন্যাত্মক শব্দৰ ব্যৱহাৰ হ'ব পাৰে, যেনে, ভুক্+ইছে>ভুকিছে।

৩ ধ্বন্যাত্মক শব্দবোৰৰ এটা বিশেষত্ব হৈছে এয়ে যে ইহঁত সচৰাচৰ দুটা অংশেৰে গঠিত। দ্বিতীয় অংশটো প্ৰথম অংশৰ পুনৰুক্তি। এই শব্দবোৰৰ কোনো এটা অংশই স্বকীয়াভাৱে কোনো অৰ্থ প্ৰকাশ কৰিব নোৱাৰে। আন এক শ্ৰেণীৰ শব্দ হৈছে : দ্বিতীয় অংশটো প্ৰথম অংশৰ পুনৰুক্তি যদিও ইয়াত প্ৰথম ধ্বনিটো সলনি হয়, কিন্তু সেই সলনিক কোনো এটা নিয়মেৰে বান্ধিব নোৱাৰি। এনে পৰিৱৰ্তন সৃষ্টি কৰা ধ্বনিবোৰ হ'ল—ব, ম, প, ফ, জ। ধ্বন্যাত্মক শব্দবোৰৰ আৰু এক শ্ৰেণী আছে। ইয়াত শব্দবোৰৰ দ্বিতীয় অংশত হোৱা পৰিৱৰ্তনক এটা নিৰ্দিষ্ট নিয়মৰ ভিতৰত পেলাব নোৱাৰি। তলত আটাইকেইটা শ্ৰেণীৰ শব্দৰ উদাহৰণ কিছুমান দিয়া হ'ল :

### প্ৰথম শ্ৰেণী

| | | |
|---|---|---|
| কচ্-কচ্ | টন-টন | মল্-মল্ |
| | ঠন্-ঠন | ৰম্-ৰম্ |
| | ডক্-ডক্ | লক্-লক্ |
| | চক্-চক্ | |
| কেং-কেং | ভৰ্-ভৰ্ | সৰ্-সৰ্ |
| কেট্-কেট্ | থৰ্-থৰ্ | হৰ্-হৰ্ |
| | হপ্-হপ্ | |

### প্ৰথম শ্ৰেণী

| | |
|---|---|
| খচ্-খচ্ | ধপ্-ধপ্ |
| | নোহ্-নোহ্ |
| গিজ্-গিজ্ | পিৰ্-পিৰ্ |
| ঘট্-ঘট্ | ফিৰ্-ফিৰ্ |
| চট্-চট্ | ফুচ্-ফুচ্ |

### দ্বিতীয় শ্ৰেণী

| | |
|---|---|
| কক্-বক্ | |
| | ডগ্-মগ্ |
| ছট্-বট্ | লট্-পট্ |
| তজ্-বজ্ | লটং-পটং |
| কট্-মট্ | লৰ্-ফৰ্ |
| কেও-মেও | হুল্-ফুল্ |
| খক্-মক্ | কলৌ-জপৌ, ইত্যাদি |
| ঘটং-মটং | |
| জক্-মক্ | |

### তৃতীয় শ্ৰেণী

| | |
|---|---|
| আমন-জিমন | টুলুং-ভুটুং |
| চুচুক-চামাক | তাৰাং-তিৰিং |

৩.১ লিখিত ভাষাতকৈ কথিত ভাষাত ধ্বন্যাত্মক শব্দবোৰৰ চলতি কিছু বেছি যেন অনুমান হয়।*

৪ ধ্বন্যাত্মক শব্দৰ আন এটা বিভাগ আছে। ইয়াক প্ৰতিধ্বন্যাত্মক শব্দ বুলিব পাৰি। ইয়াত একোটা শব্দৰ দুটা অংশ থাকে। প্ৰথম অংশটোৰ স্বকীয়া অৰ্থ আছে আৰু ই স্বাধীনভাবে ব্যৱহাৰ হয়। দ্বিতীয় অংশটোৰ কোনো অৰ্থ নাই। কিন্তু ইয়াৰ সংযোগে প্ৰথমটোৰ অৰ্থ স্পষ্ট কৰি তোলে। একে ধৰণৰ বস্তু বুজোৱা অৰ্থত ইয়াৰ ব্যৱহাৰ হয়।

---

*দ্ৰষ্টব্য: লেখকৰ Onomatopoetic and Echo-words in Kamrupi : Indian Linguistics Vol XVII, 1957.

ইয়াৰ গঠন-প্ৰণালীৰ বিশেষত্ব হ'ল, দ্বিতীয় অংশটোৰ প্ৰথম ব্যঞ্জনধ্বনি-টোৰ পৰিবৰ্তন। যদি প্ৰথম অংশত প্ৰথম ব্যঞ্জনটো 'চ' ত বাহিৰে আন ব্যঞ্জনধ্বনি হয়, তেনেহ'লে দ্বিতীয় অংশত সি 'চ' হ'ব; আৰু প্ৰথম ব্যঞ্জনটো 'চ' হ'লে দ্বিতীয় অংশত 'ত' হ'ব। উদাহৰণ: ঘৰ-চৰ, মাছ-চাছ, ভাত-চাত, খৰি-চৰি, গছ-চছ; কিন্তু চুলি-তুলি, চাকি-তাকি, চাহ-তাহ, চেনি-তেনি ইত্যাদি।

৫ প্ৰতিধ্বন্যাত্মক শব্দক আন এটা ভাগত ভগাব পাৰি। ইয়াত স্বতন্ত্ৰ শব্দ এটাৰ প্ৰথম ব্যঞ্জনটোৰ লগত -আ লগ লগাই শব্দটোৰ আগত জোৰাই দি শব্দটোৰ অৰ্থটো বেছি স্পষ্ট কৰি তোলা হয়; যেনে, খা-খবৰ চা-চিনাকি, জা-জলপান, বা-বাতৰি ইত্যাদি। কোনো ঐ- নিৰ্দিষ্ট নিয়মৰ ভিতৰুৱা কৰিব নোৱৰা প্ৰতিধ্বন্যাত্মক শব্দ এক শ্ৰেণীও আছে; যেনে, খোৱা-লোৱা, বৰুৱা-বঢ়া। আন এক শ্ৰেণী প্ৰতিধ্বন্যাত্মক শব্দত প্ৰথম শব্দটোৰ লগত কোনো ধৰণৰ সাদৃশ্য নথকা, কোনো অৰ্থ নথকা ধ্বনি-সংযোগ কিছুমান লগ লাগে; যেনে, ঔষধ-পাতি, বিয়া-বাক।*

* আৰো দ্ৰষ্টব্য: অসমীয়া ভাষাৰ ৰূপ-কথা

## (৫) অসমীয়া ভাষাৰ বৈশিষ্ট্য

১ ভাষাক সাধাৰণতে নৈৰ লগত তুলনা কৰা হয়। এখন নৈৰ এটা মূল প্ৰৱাহ থাকে। তাত ঠায়ে ঠায়ে বহুতো উপনৈ আহি লগ লাগি মূল প্ৰৱাহক পৰিপুষ্ট কৰে। কেতিয়াবা নৈৰ গতিও আন ফালে ঢাল লয়। এনেদৰে একোটা ভাষাৰ মূল প্ৰৱাহৰ আন আন ভাষাৰ প্ৰভাৱত পৰি পৰিবৰ্তন হোৱা সচৰাচৰ দেখা যায়। অসমীয়া ভাষাতো এনে লক্ষণ চকুত পৰে। অসমীয়া ভাষাৰ প্ৰধান সুঁতিটো হৈছে আৰ্য-ভাষাৰ সুঁতি। কিন্তু তাত বহুতো অনা-আৰ্য-ভাষাৰ উপসুঁতি মিহলি হৈ ভাষাৰ ৰূপটোকে ভালেখিনি সলনি কৰি পেলাইছে। ফলত অসমীয়া ভাষাৰ এটা স্বকীয়া বিশেষত্ব গঢ়ি উঠিছে।

২ অসমীয়া ভাষাৰ স্বকীয়া ৰূপ বুলি ক'লে প্ৰধানকৈ ধ্বনিতত্ত্ব আৰু ৰূপতত্ত্বৰ ক্ষেত্ৰত দেখা কিছুমান বিশেষত্বৰ কথাই ক'ব লাগিব। ধ্বনিতত্ত্বৰ পিনৰ পৰা চালে অসমীয়া ভাষাত কেইটামান কথা স্পষ্টৰূপে দেখা যায়। প্ৰাচীন ভাৰতীয় আৰ্য-ভাষাৰ পৰা মধ্য ভাৰতীয় আৰ্য-ভাষাৰ মাজেৰে বিকশিত হোৱাৰ ফলত আৰু আন আন অনা-আৰ্য-ভাষাৰ প্ৰভাৱ পৰি অসমীয়া ভাষাই পিতৃ-পিতামহৰ বহুতো বৈশিষ্ট্য পৰিহাৰ কৰিছে। সংস্কৃতত দন্ত্য আৰু মূৰ্ধন্য ধ্বনিৰ ভিতৰত পাৰ্থক্য আছে। হিন্দী, মাৰাঠী, বঙলা আদি ভাষাতো এই পাৰ্থক্য ৰক্ষিত হৈছে। কিন্তু অসমীয়া ভাষাত এই দুয়ো ধ্বনিৰ ঠাইত দন্তমূলীয় ধ্বনিহে শুনা যায়। সেই কাৰণে টান আৰু তান শব্দ দুটা অৰ্থৰ পিনৰ পৰা বেলেগ হ'লেও উচ্চাৰণৰ পিনৰ পৰা একে। সংস্কৃতৰ তালব্য ধ্বনি সেইদৰে অসমীয়াত দন্তমূলীয় ধ্বনিৰূপে দেখা গৈছে। বৰ্ণমালাত চন্দ্ৰ আৰু ছাত্ৰ লেখিলেও উচ্চাৰণ (চন্দ্ৰ, চাত্ৰ) বুলিহে কৰা হয়। অসমীয়াৰ আন এটা বিশেষত্ব হ'ল উষ্ম-ধ্বনিবোৰৰ অসংযুক্ত হলে 'স' ৰূপে কৰা উচ্চাৰণ। অসমীয়া ভাষাত দেখা এই বৈশিষ্ট্যবোৰৰ গুৰিত তিব্বত-বৰ্মীয় ভাষাৰ প্ৰভাৱ বুলি ভাষা-বিজ্ঞানীসকলে মন্তব্য দিছে। "অসমীয়া ভাষাত দ্ৰাবিড় ভাষাৰ মূৰ্ধন্য ধ্বনিৰ উচ্চাৰণত বাধা প্ৰদান কৰা প্ৰভাৱৰ ভিতৰত তিব্বত-বৰ্মীয় প্ৰভাৱ আছে।•

৩ সকলুৱা খুঁটি-নাটিবোৰৰ কথা বাদ দিলে ধ্বনিৰ ক্ষেত্ৰৰ প্ৰথম

• Grierson : L. S. I. Vol. I Part I p. 132

লক্ষ্য কৰিবলগীয়া কথাকেইটা হ'ল এয়ে যে অসমীয়াত শুদ্ধ দন্ত্য ধ্বনি, মূৰ্দ্ধন্য ধ্বনি, তালব্য ধ্বনি আৰু ঘৃষ্ট ধ্বনি উচ্চাৰিত নহয়। সেই হেতুকে এইবোৰ ধ্বনিযুক্ত সংস্কৃত নাইবা আন ভাষা মাতোঁতে বা কওঁতে অসমীয়া মানুহৰ (বিশেষ যত্ন লোৱা নহ'লে) অলপ অসুবিধা হয় আৰু অজান মুহূৰ্তত অসমীয়া উচ্চাৰণ কৰা হয়। ইংৰাজীত I searched him in the church কথাষাৰ মাতিবলৈ হ'লে প্ৰথমতে দুটা বেলেগ ধ্বনিৰ বিশেষ দৰকাৰ: এটা (s) আৰু অনটো (ch)। সচৰাচৰ এজন অসমীয়া মানুহে (অভ্যস্ত হোৱা মানুহৰ কথা সুকীয়া) দুয়োটা ধ্বনিক অসমীয়া ৰেনি অনুযায়ী দন্তমূলীয় ধ্বনিৰূপে উচ্চাৰণ কৰিব। ইংৰাজী 'the'ৰ উচ্চাৰণ অসমীয়া মানুহৰ পক্ষে কঠিনেই। তিনিটা আখৰেৰে লেখিলেও ই এটা দ্ব্যক্ষৰধ্বনিহে আৰু সি হৈছে দন্ত্য, ঘোষ উষ্ম-ধ্বনি। স্বৰধ্বনিৰ ভিতৰত হ্ৰস্ব আৰু দীৰ্ঘৰ পাৰ্থক্য নোহোৱা কথাটো অসমীয়া ভাষাৰ এটা চকুত লগা লক্ষণ।

৪ শব্দৰ গঠন, বিভক্তি, প্ৰত্যয় আদিৰ ক্ষেত্ৰতো অসমীয়া ভাষাই সুকীয়া সাজ-পাৰ লয়। এজন আন ভাষা-ভাষী লোকক অসমীয়া ভাষা শিকাবলৈ হ'লে ৰূপতত্ত্বমূলক দুই চাৰিটা বৈশিষ্ট্যৰ কথা উনুকিয়াই দিয়াটো আৱশ্যক হৈ পৰে। প্ৰথমতে অসমীয়াত নিৰ্দিষ্টৰূপে কোনো বস্তুক বুজাবলৈ ব্যৱহাৰ কৰা নিৰ্দিষ্টতাবাচক প্ৰত্যয়বোৰৰ কথা ক'বলগীয়া। এই প্ৰত্যয়বোৰ বিশেষ্য, বিশেষণ আৰু সংখ্যাবাচক শব্দৰ উপৰি প্ৰথম আৰু দ্বিতীয় পুৰুষৰ বাহিৰে আন কিছুমান সৰ্বনামৰ পাছত যোগ হয়। বিভক্তি যোগ হ'লে সেইবোৰৰ পাছতহে হয়। এই নিৰ্দিষ্টতাবাচক প্ৰত্যয়বোৰৰ কিছুমানক কিছুমান শব্দৰ পাছতহে যোগ দিব পাৰি। কিন্তু তাৰ মাজত এটা বিশেষ নিয়ম থকা বুলি কোৱা টান হৈ পৰে; যেনে, হাত-খন, কাণ-খন, কপাল-খন, চকী-খন, নাক-টো, মুখ-টো, আঙুলি-টো, কলম-টো; কিন্তু পেন্সিল-ডাল, হাতী-টো, মাছী-টো ইত্যাদি। বিশেষণ, সৰ্বনাম আৰু সংখ্যাবাচক শব্দৰ পাছত যোগ হোৱা নিৰ্দিষ্টতাবাচক প্ৰত্যয়বোৰ এনেকুৱা: ভাল-খিনি, বেয়া-খিনি, এই-খিনি, সেই-খিনি, সৌ-খন, সৌ-ডাল, এ-টা, দু-টা, তিনি-টা ইত্যাদি। বিভক্তিযুক্ত হ'লে, ৰূপবোৰ এনেকুৱা হয়: হাত-খন-ৰ, কপাল-খন-ত, এই-খিনি-ৰ, দু-টা-ৰ, এ-টা-ৰ, ইত্যাদি। নিৰ্দিষ্টতাবাচক প্ৰত্যয়বোৰৰ কেইটামান তলত দিয়া হ'ল:

(ক)—কণ /-কণি (ক্ষুদ্রার্থে), ল'ৰা-কণ, ল'ৰা-কণি। -কণিয়ে বেছি মৰম বুজায়। —কণ<কণ

(খ)—খন /—খনি; নৈ-খন, চালনী-খন, ভৰি-খন। —খন<খণ্ড> খন্ন>খান>খন, পু. অ. -খান, খানি, কন্যা-খানি (ম. ক.), নাৱ-খান (ভীম ৰচিত), কাম. খান, তামুল-খান

(গ)—গছ /-গছি; জৰী-গছ, বটীয়া-গছ। —গছ<গচ্ছ।

(ঘ)—গৰাকী (সম্মানার্থে নাইৱা বিশেষ অর্থত), মানুহ-গৰাকী, ঘৈণী-গৰাকী। গৰাকী<গুরু A F.D. § 582

(ঙ)—চটা /-চটি, বাঁহ-চটা, কাঠ চটা। —চটা<ত্বষ্ট>*ত্যষ্ট>চট্ঠ>চটা

(চ) —জন (সম্মানার্থে),—জনা (অধিক সম্মানার্থে), —জনী (স্ত্রীবাচক), মানুহ-জন, ৰজা-জনা, মানুহ জনী। —জন<জন; তু. কাম.-জেনী; ডাঙৰ-জেনী, পু. অ. এক-জন (ভীম চৰিত)

(ছ)—টো, —টা (সংখ্যাবাচক শব্দৰ পাছত), —টি (ক্ষুদ্রার্থে), মানুহ-টো, ল'ৰা-টো, ল'ৰা-টি এক-টা>এটা, দুই-টা>দুটা। কিন্তু পাঁচ-টা>পাঁচোটা, তেনেকৈ পাঁচুটি, সাতুটি, দহুটি। —টো, —টা<গোত্র পু. অ. —গোট,-গোটা, —গুটি। গদা গোট (ভীম চৰিত), ঘৰ-গোট (লব-কুশৰ যুদ্ধ), সাত-গোটা কোব (ভীম চৰিত), দুগুটি সন্ততি (লব-কুশৰ যুদ্ধ)।

(জ —টাঁৰ /—টাঁৰি; চুলি-টাঁৰ, বাঢনী টাঁৰ

(ঝ)—ডাল /—ডালি, বাঁহ-ডাল, কাঠ-ডাল। পু. অ. একডাল (খটানুৰবধ)। ডাল দেশী শব্দ।

(ঞ)—পাট /—পাটি, কাঁড়-পাট, ব'ঠা-পাট। —পাট<পট্ট

(ট)—ফেৰা /—ফেৰি; লোণ-ফেৰা, চেনি ফেৰা।

(ঠ)—মুঠা /—মুঠি; কুশ-মুঠা। পু. অ. কুশ-মুঠি (লব-কুশৰযুদ্ধ) মুঠা< মুষ্টি*

৪'১ বহুবচনত একেবোৰ নির্দিষ্টতাবাচক প্রত্যয়েই যোগ হয়। তেতিয়া মূল শব্দৰ পাছত-কেই-লগ লাগে; যেনে, মানুহ কেই-টা, কিতাপ-কেই-খন ইত্যাদি।

---

* দ্রষ্টব্য: অসমীয়া ভাষাৰ ৰূপ-কথা

৪.২ অসমীয়া ভাষাৰ এই বৈশিষ্ট্যটোত অষ্ট্ৰিক ভাষাৰ প্ৰভাৱ পৰা বুলি পণ্ডিতসকলে মত প্ৰকাশ কৰে।[১] এইখিনিতে দেউৰী-চুতীয়া ভাষাৰ এটা লক্ষণ মন কৰিব পাৰি। এই ভাষাটোতো বেলেগ নিৰ্দিষ্টতাবাচক প্ৰত্যয় যোগ হয়; যেনে, হাচ্চা (এখিলা), হা-কিনি (দুখিলা); কিন্তু কুজা (এখন), কুনি (দুখন), চিতাচ্চা (এচটা), চিতাকিন (দুচটা) ইত্যাদি।

৫ অসমীয়া ভাষাৰ বৈশিষ্ট্যৰ ভিতৰত প্ৰতিধ্বন্যাত্মক শব্দবোৰো এবিধ। দেউৰী-চুতীয়া ভাষাতো এনে নিয়ম আছে। তাত শব্দৰ প্ৰথম ধ্বনিটো যদি চ বা ঝ হয়, তেনেহ'লে পাছৰ অংশত প হয় আৰু আন ক্ষেত্ৰত পিছৰ অংশত চ হয়; যেনে, চিঙ্-পিঙ্ 'ৰিমথ-চিমথ', চি-পি 'কুকুৰ-চুকুৰ', ঝিৰি-পিৰি, 'বাটি-চাটি'। কিন্তু হু-চু 'কুকুৰা-চুকুৰা', গেপা-চেপা 'পাচি-চাচি' ইত্যাদি।

৬ সম্বন্ধবাচক শব্দৰ পিছত বিভিন্ন পুৰুষ অনুযায়ী বিভিন্ন প্ৰত্যয় যোগ হোৱা প্ৰথা অসমীয়াৰ বৈশিষ্ট্যবোৰৰ ভিতৰত আন এটা। এইবোৰক পুৰুষবাচক নিৰ্দিষ্টতাবাচক প্ৰত্যয় বোলা হৈছে। এই প্ৰত্যয়বোৰ হৈছে—০ (একো যোগ নহয়), —এৰ্,—এৰ্-আ আৰু—এক্। আকাৰান্ত শব্দ হ'লে পিছৰ ৰূপ হ'ব—০, —ৰ্, ৰ্-আ আৰু—ক্। উদাহৰণ:

| প্ৰত্যয় | —০ | —এৰ্/-ৰ্ | —এৰ্-আ/-—ৰ্—আ | —এক্/ক্ |
|---|---|---|---|---|
| সম্বন্ধ: | মোৰ | তোৰ | তোমাৰ | তাৰ |
| বোপাই | বোপাই | বাপেৰ | বাপেৰা | বাপেক |
| দেউতা | দেউতা | দেউতাৰ | দেউতাৰা | দেউতাক |
| মা | মা | মাৰ | মাৰা | মাক |
| জীয়ৰী | জী | জীয়েৰ | জীয়েৰা | জীয়েক |

৬.১ অসমীয়াত আকৌ বয়স অনুযায়ী সম্বন্ধ বুজাবলৈ বেলেগ বেলেগ শব্দ ব্যৱহাৰ কৰা হয়; যেনে, ককাই-ভাই, বাই-ভনী, ভিনিহি-বৈনাই ইত্যাদি। এইবোৰত আৰু পুৰুষবাচক নিৰ্দিষ্টতাবাচক প্ৰত্যয়বোৰত ডঃ কাকতিয়ে অষ্ট্ৰিক ভাষাৰ প্ৰভাৱৰ কথা উল্লেখ কৰিছে।

১ Kakati, B. A.F.D. 1941. pp. 358-59

৭ ক্রিয়াৰ ক্ষেত্রত নাস্তি অর্থ বুজাবলৈ অসমীয়াত ক্রিয়াৰ আগত যোগ হোৱা ন-অংশ আৰু ধাতুটোৰ প্রথম স্বৰধ্বনি অনুযায়ী ন-অংশৰ—অ স্বৰধ্বনিৰ সমীভৱন-প্রণালী তিব্বত-বর্মীয় ভাষাৰ প্রভাৱ বুলি ডঃ কাকতিয়ে কৈছে। কিন্তু ওপৰত উল্লেখ কৰা দেউৰী চুতীয়া ভাষাত হ'লে নাস্ত্যর্থক প্রত্যয় ( অব্যয় ) ক্রিয়াৰ পিছত ব্যৱহাৰ হোৱা দেখা যায়, যেনে, ন নিজিঁ 'তুমি জানা', ন নিজিঁ-আ 'তুমি নাজানা'। খামটি ভাষাৰ এটা উদাহৰণ: কৃউ ( মই ) চাউঁ ( জানো )। কৃউ খামতি চাউঁ (মই খামটি ভাষা জানো)। কৃউ খামতি এ্-চাউঁ ( মই খামটি ভাষা নাজানো )। আহোম ভাষাৰ এটা উদাহৰণ: মা+তং>মতং ( নুবুজোঁ ), মা+ক>মুক ( নাজানো ), মা-কিন্>মিকিন্ ( নাখাওঁ )।* চর্যাপদত আছে ণ জাই, মা জাহুবে ( চর্যা ৩২, ৩৮ )।

৮ কোনো এটা কার্যক বিশেষৰূপে বুজাবলৈ ক্রিয়া-ৰূপৰ পিছত আহ বা যা ধাতুৰ পৰা হোৱা ক্রিয়াৰ অসমাপিকা ৰূপ নাইবা কিছুমান অব্যয় শব্দ পৰসর্গৰূপে যোগ দিয়া হয়। এইবোৰক ক্রিয়াবাচক পৰসর্গ বোলে। এইবোৰৰ প্রধান কেইটামান তলত দিয়া ধৰণৰ:

(১) —হি<আহি: আহি পোৱা বুজায়; যেনে, সি ঘৰ পালে হি, সি ঘৰ পাব হি।

(২) —গৈ<যা>গ+ই: গৈ পোৱা বুজায়, যেনে সি ঘৰ পালে গৈ, সি ঘৰ পাব গৈ।

(৩) —চোন: মৃদু অনুৰোধ নাইবা আশাৰ বিপৰীত বুজায়: যেনে, আহিবা চোন, পালে চোন।

(৪) —দেই: মৃদু অনুৰোধ বুজায়; যেনে, আহিবা দেই।

(৫) —দেখোন: আশাৰ বিপৰীত বুজায়; যেনে, আহিল দেখোন, নাহিল দেখোন।

(৬) —পাই: অলপ জোৰ বুজায়; নাজানো পাই।

(৭) —ছাগৈ/-হবলা/-নেকি: অনিশ্চয়তা, সম্ভাৱনা, সন্দেহ আদি বুজায়; যেনে, সি যাব ছাগৈ, সি যাব হবলা, সি যাব নেকি।

(৮) —হঁক: ইচ্ছা বা অনুৰোধ অর্থত ব্যৱহাৰ হয়; যেনে, যাওঁ হঁক, যাবা হঁক।

---

* অসম সাহিত্য সভা পত্রিকা, দ্বাবিংশ বছৰ, ১ম সংখ্যা, পৃষ্ঠা ২৭

(৯) —তো : নিশ্চয়কৈ বুজাবলৈ ব্যৱহাৰ হয়; যেনে, শুনিছোঁ তো ইত্যাদি; (৭)

৯ বাক্যবিন্যাস-ৰীতিৰ ক্ষেত্ৰত অসমীয়া ভাষাৰ বৈশিষ্ট্য হ'ল এয়ে যে ইয়াত ইংৰাজী বা হিন্দী আদি ভাষাৰ নিচিনা ক্ৰিয়াপদৰ প্ৰয়োগ সকলো বাক্যত নহয়; যেনে, এইটো কাৰ ঘৰ, তোমাৰ নাম কি, মোৰ নাম ইন্দ্ৰ ইত্যাদি। ইয়াত দ্ৰাবিড়ীয় ভাষাৰ প্ৰভাৱৰ কথা সন্দেহ কৰা হৈছে।[২] দেউৰী-চুতীয়া ভাষাতো এই বিশেষত্ব পোৱা যায়; যেনে, নিঅ (তোমাৰ) মু (নাম) দাম দি (কি)। আঁইঅ (মোৰ) মু (নাম) ইন্দ্ৰ (ইন্দ্ৰ)। খামটি ভাষাত : চি (নাম) মউ (তোমাৰ) ৰাহিনে (কি)।

১১ অসমীয়া ভাষাৰ শব্দমালাত অনা-আৰ্য-ভাষাৰ শব্দ কেনে ধৰণে পোৱা যায় আলোচনা কৰা হৈছে। শব্দগঠন আৰু বাক্যবিন্যাস-প্ৰথাতো অষ্ট্ৰিক, তিব্বত-বৰ্মীয়, দ্ৰাবিড়ীয় আদি ভাষাৰ প্ৰভাৱ দেখা গ'ল। গতিকে এনে ধৰণে ক'ব পাৰি যে অসমীয়া ভাষাটোৰ গঠন আৰু বিকাশত অসমৰ পৰ্বত-ভৈয়ামৰ লোকসকলৰ বিবিধ বৰঙণি আছে। অৰ্থাৎ বৈচিত্ৰ্যপূৰ্ণ অসমৰ বিবিধ জাতি আৰু সংস্কৃতিসম্পন্ন লোকৰ বিবিধ উপাদানেৰে গঠিত এইটোৱেই অসমীয়া ভাষা। সময়ত অসমীয়া ভাষাই আৰবী, পাৰছী, তুৰ্কী, ইংৰাজী, পৰ্তুগীজ আদি বিদেশী ভাষা আৰু ভাৰতীয় হিন্দী, গুজৰাটী, মাৰাঠী, বঙলা আদি ভাষাৰো কিছুমান দান গ্ৰহণ কৰি নিজ প্ৰকৃতিৰ লগত মিলাই লৈছে। এইবোৰ হোৱা সত্ত্বেও অসমীয়া ভাষাৰ মূল প্ৰবাহটো চলিয়েই আছে। এই প্ৰবাহে খৃষ্টীয় সপ্তম শতিকাতেই অসমৰ পশ্চিম অঞ্চলত প্ৰবেশ কৰিছে।[৩] গ্ৰিয়াৰ্ছনৰ ভাষাত ক'বলৈ হ'লে মগধৰ পৰা মাগধী প্ৰাকৃতে তিনি দিশলৈ গতি কৰিছে। দক্ষিণৰ পিনে ই উড়িয়া ভাষাত পৰিণত হৈছে। দক্ষিণ-পূবৰ পিনে ই প্ৰথমতে পশ্চিম আৰু পিছত পূৰ্ব বঙলা আৰু পূবৰ পিনে প্ৰথমতে উত্তৰ বঙলা আৰু পিছত অসমীয়াৰ ৰূপ লৈছে।[৪]

---

৭ দ্ৰষ্টব্য : অসমীয়া ভাষাৰ ৰূপ-কথা।

২ Chatterji S.K. O.D.B.L. Appendix B, § 82

৩ Chatterji S.K. *O.D.B.L.* § 47

৪ Grierson : *The Modern Indo-Aryan Vernaculars* § 34

## (৬) অসমীয়া ভাষাৰ জন্মকথা আৰু গতিপথ

১ অসমীয়া ভাষাটো ভাৰতৰ একেবাৰে পুব অঞ্চলত কথিত নব্য ভাৰতীয় আৰ্য-ভাষা। অসমৰ বিস্তৃত ব্ৰহ্মপুত্ৰ উপত্যকাত এই ভাষাটো পুবে লক্ষীমপুৰ জিলাৰ পৰা পশ্চিমে গোৱালপাৰা জিলালৈকে প্ৰধানকৈ কোৱা হয়। পৰ্বত আৰু ভৈয়ামেৰে গঠিত অসম দেশখনৰ ভৈয়ামৰ উপৰি পাৰ্বত্য অঞ্চলতো অসমীয়াৰ প্ৰচলন নথকা নহয়। ১৯৫১ চনৰ লোক-গণনা অনুযায়ী অসমৰ সৰ্বমুঠ অসমীয়া ভাষা কোৱা লোকৰ সংখ্যা ৪,৯৭২,৪৯৩ জন। তাৰ ভিতৰত পাৰ্বত্য অঞ্চলত অসমীয়া কোৱা লোকৰ সংখ্যা হৈছে ৫৫,১ ২ জন। ১৯৬১ চনৰ লোক গণনা অনুযায়ী অসমৰ সৰ্বমুঠ অসমীয়া ভাষা কোৱা লোকৰ সংখ্যা ৬৭,৮৪২৭১ জন। তাৰ ভিতৰত কাছাৰ আৰু পাৰ্বত্য অঞ্চলত কোৱা লোকৰ সংখ্যা ৫২৮৯৩ জন। নেফা আৰু নগাৰাজ্যত ৭২০৪ জন। বৰ্তমান সময়তো অৰুণাচলৰ বিভিন্ন ভাষা-ভাষীসকলৰ মাজত পাৰস্পৰিক যোগাযোগৰ ভাষা অসমীয়া। নগাৰাজ্যতো অসমীয়া ভাষাৰ মিশ্ৰিত ৰূপ এটাই সাৰ্বজনীন ভাষা।

২ নব্য ভাৰতীয় আৰ্য-ভাষা হিচাপে অসমীয়া ভাষাটো যথেষ্ট প্ৰাচীন। ই মূলতঃ মগধীয় ভাষা। মগধ-বিদেহ অঞ্চলৰ পৰা আহি উত্তৰ বঙ্গৰ মাজেৰে আৰ্য-ভাষাই প্ৰাচীন কামৰূপত প্ৰৱেশ কৰে আৰু সপ্তম শতিকামানৰে পৰা পশ্চিম অসমৰ স্বকীয়া ভাষাৰূপে গঢ় লবলৈ চেষ্টা চলায়। হিউৱেন-চাঙৰ বিৱৰণিয়ে ইয়াৰ প্ৰমাণ: "তেওঁলোকৰ (কামৰূপৰ মানুহৰ) ভাষা মধ্য ভাৰতৰ ভাষাতকৈ অলপ বেলেগ।" হিউৱেনচাঙৰ সাক্ষ্যৰ পৰা "এইটো সিদ্ধান্ত কৰিব পাৰি যে খৃষ্টীয় সপ্তম শতিকাত সাধাৰণভাৱে বঙ্গ-দেশৰ সকলোৱে আৰ্য-ভাষা গ্ৰহণ কৰিছিল আৰু ই পুবে পশ্চিম অসমলৈকে বিয়পি পৰিছিল।"[১] আকৌ "বিহাৰ আৰু বঙ্গদেশৰ পৰা আৰ্যভাষাটোৱে গতি কৰি অসমত সোমায় আৰু তাত খৃষ্টীয় দশম শতিকা মানত বৰ্তমানৰ ভাষাটোৰ প্ৰায় সমৰূপত আৰ্য অসমীয়া ভাষাৰূপে গঢ় লয়।"[২] গতিকে দেখা যায় যে প্ৰাচীন কামৰূপৰ ভাষাটোৰ বা কামৰূপী ভাষাটোৰ (য'ৰ পৰা অসমীয়া ভাষাটোৰ উদ্ভব হৈছে) আঁতিগুৰি বিচাৰি আমি সপ্তম শতিকাত উপস্থিত হওঁগে। হিউৱেনচাঙৰ উক্তিয়ে অসমীয়া ভাষা সম্পৰ্কীয় প্ৰথম উক্তি।

---

১ O.D.B.L, § 47

২ *Aspects of the Heritage of Assam*, p. 8

৩ অসমীয়া ভাষাৰ প্ৰথম নিদৰ্শন পোৱা যায় সপ্তম শতিকাৰ পৰা দ্বাদশ শতিকালৈ ৰাজত্ব কৰা হিন্দু ৰজাসকলৰ তামৰ ফলিবোৰত। সংস্কৃত ভাষাত ৰচিত হ'লেও এইবোৰত কিছুমান ঠাইৰ নাম, গছৰ নাম, ব্যক্তিৰ নাম আদিৰ প্ৰয়োগে অসমীয়া ভাষাৰ গঠন-কালৰ কিছু ধাৰণা স্পষ্ট কৰি তোলে। সেইবোৰৰ ৰূপ আৰু অৰ্থও বৰ্তমান যুগৰ অসমীয়াৰ সৈতে একে। এনে কেইটামান শব্দ হ'ল: সুবৰ্ণদাক 'সোণাক' (বলবৰ্মা ১০ম শতিকা), ওড়িঅম্ৰ 'উৰিআম' (ধৰ্মপাল ১২শ শতিকা), অৰি, ৰবি, পাকটী 'জৰী পাকৃৰি, পাকৰী' (বলবৰ্মা, ধৰ্মপাল), জোল (ৰত্নপাল ১১শ শতিকা), বিল্ল 'বিল, মাকৃখিষান বিল্ল 'মাখিজান বিল' (ইন্দ্ৰপাল ১১ শতিকা), খনি, 'খনি', ঢনি 'ধনী', অনি 'অণি' (ইন্দ্ৰপাল)। আকৌ ভটাৰক (ইন্দ্ৰপাল, ধৰ্মপাল), হস্থি (ধৰ্মপাল)। তু· কাম· ভতাৰ 'গিৰিয়েক', হাথী 'হাতী'। কালিৰাম মেধিয়ে আৰু কেইটামান মন কৰিবলগীয়া শব্দৰ কথা তামৰ ফলিবোৰৰ পৰা উল্লেখ কৰিছে: কালিয়া (ভাস্কৰবৰ্মা), কূৰা (বনমাল বৰ্মা ৯ম শতিকা), জান (ধৰ্মপাল,), বেক 'বেঁকা' (ধৰ্মপাল), লোচন 'এবিধ গছ' (ধৰ্মপাল), হিজল 'এবিধ গছ' (ৰত্নপাল)।[৩] এইবোৰৰ উপৰি অসমীয়া ভাষাৰ বৈশিষ্ট্যসূচক ধ্বনিমূলক নিদৰ্শন কিছুমানো এই তামৰ ফলিবোৰৰ ভাষাত আছে। সেইবোৰক লেখকৰ ভুল বুলি কিছুমানে ক'বলৈ বিচাৰে। তলত তাৰ কেইটামান উদাহৰণ দাঙি ধৰা হ'ল:

(ক) স্বৰধ্বনিৰ হ্ৰস্ব আৰু দীৰ্ঘ ৰূপৰ পাৰ্থক্যহীনতা; যেনে, ময়ূৰ> ময়ুৰ, ঈশ্বৰ>ইশ্বৰ, স্বামী>স্বামি (আটাইবোৰ ভাস্কৰবৰ্মাৰ তামৰ ফলিত); সুকৰি>সুকৰী (ইন্দ্ৰপাল), কামৰূপ>কামৰুপ (ধৰ্মপাল)।

(খ) স্বৰ সমীভৱন; যেনে, পুষ্কৰিণী>পুষ্কিৰিণী (ভাস্কৰবৰ্মা, ইন্দ্ৰপাল, ধৰ্মপাল)।

(গ) ব্যঞ্জন সমীভৱন; যেনে, প্ৰদ্যুম্ন>প্ৰদ্যুম্ম, কৰ্ণসুবৰ্ণ>কন্নসুবন্ন (ভাস্কৰবৰ্মা)।

(ঘ) ৱ আৰু ব, য় আৰু জ, ড় আৰু ৰ, শ, ষ আৰু স সৰ একোৰ ঠাইত আনটোৰ প্ৰয়োগ (অসমীয়া ধ্বনিতত্ত্বৰ মাজ আৰু উপভাষা মুখো কেৱলতে এই বৈশিষ্ট্য আছে); যেনে, ৱীৰ>বীৰ (ইন্দ্ৰপাল), যজুৰ্বেদী>জজুৰ্বেদী (ইন্দ্ৰপাল), ক্ৰীড়ং>ক্ৰীৰং (বনমাল ৯ম শতিকা), শনি>সনি (ইন্দ্ৰপাল).

৩ মেধি, কালিৰাম: অসমীয়া ব্যাকৰণ আৰু ভাষাতত্ত্ব: পাতনি

ৱংশ>ৱন্স ( ইন্দ্রপাল ), সকল>শকল ( ইন্দ্রপাল ) , বিংশতি>বিংসতি (ৰত্নপাল), মধেষু>মধেসু (ধর্মপাল) ইত্যাদি।

(ঙ) 'ক্ষ'ৰ 'খ' ৰূপত ব্যৱহাৰ (প্ৰাচীন অসমীয়া আৰু কামৰূপী উপভাষাৰ ই এটা বৈশিষ্ট্য) , যেনে, ক্ষিতিময>খিমথ (ৰত্নপাল) ।

৪ সংস্কৃতৰ শুদ্ধ ৰূপৰ পৰা ফালৰি কটা এনে প্ৰয়োগবোৰক অশুদ্ধ ভুল নাইবা লেখকৰ দোষোৰ-মোৰ বুলিকে কোৱা নহওক লাগে, প্ৰকৃত-পক্ষে সেইবোৰক সেই সময়ৰ মানুহৰ কথিত ভাষাৰ প্ৰভাৱ বুলি ধৰাটোহে সমীচীন। এনেকৈ এই তামৰ ফলিবোৰত কামৰূপী প্ৰাকৃতৰ নিদৰ্শন ৰক্ষিত হৈছে আৰু সেইবোৰে অসমীয়া ভাষাৰ ইতিহাসৰ প্ৰাচীনতাৰ প্ৰমাণ দিছে। কামৰূপী প্ৰাকৃত সম্পৰ্কে ডঃ বেণীমাধৱ বৰুৱাৰ উক্তিটোও বিশেষভাৱে উল্লেখনীয়ঃ প্ৰাক্ আহোম যুগৰ কামৰূপৰ তামৰ ফলি আৰু শিলালেখা বোৰত প্ৰাকৃতৰ নিদৰ্শন আছে। সেইবোৰে খৃষ্টীয় ৬ষ্ঠ-১২শ শতিকাত প্ৰচলিত উপভাষাৰ ৰূপ আৰু প্ৰাকৃতৰ আভাস দাঙি ধৰে বুলি ধৰিব পাৰি। ৰাজকীয় ভূমিদান সম্পৰ্কীয় ফলিবোৰক বিশুদ্ধ সংস্কৃত-ভাষাত লেখিবলৈ যত্নৰ ত্ৰুটি নকৰা সত্ত্বেও কিছুমান অপ্ৰচলিত ৰূপ সোমাই পৰিছিল। ই হয়তো স্থানীয় লেখকসকলৰ নাইবা তক্ষকাৰসকলৰ নাইবা দুয়োৰে অসাৱ-ধানতাৰ ফল। (I H. Q. Sept, 1947)।

৫ কিছুমান অসমীয়া শব্দ আৰু অসমীয়া ধ্বনিতত্ত্বৰ আভাস দাঙি ধৰিলেও কামৰূপী ভাষাৰ ৰূপতত্ত্বমূলক নিদৰ্শন তামৰ ফলিবোৰত পোৱা নাযায়। তাৰ কাৰণে আমি বৌদ্ধ সিদ্ধাচাৰ্যসকলৰ দ্বাৰা ৰচিত চৰ্যাপদবোৰৰ ওচৰ চাপিব লাগিব। ইয়াতে অসমীয়া ভাষাৰ এটা সুন্দৰ ৰূপ পোৱা গৈছে। ধ্বনিতত্ত্ব, শব্দমালা আৰু বাক্যবিন্যাস আদি সকলো ক্ষেত্ৰতে চৰ্যাপদৰ লগত অসমীয়া ভাষাৰ নিগূঢ় সম্পৰ্ক ৰক্ষিত হৈছে।*

চৰ্যাপদবোৰ কোনো কোনো পণ্ডিতৰ মতে ৮ম-১২শ শতিকাত ৰচিত। কোনো কোনোৱে ১০ম-১২শ শতিকাত ৰচিত বুলি অভিমত দিয়ে। ডঃ সুকুমাৰ সেনে কোৱা অনুসৰি "চৰ্যাপদৰ ভাষাত অৱহট্‌ঠ ভাষাৰ ছাপ আছে।" অসমীয়া ভাষা আৰু চৰ্যাপদৰ ভাষাৰ মাজৰ কিছুমান ধ্বনিগত, ৰূপগত আৰু শব্দগত সাদৃশ্য তলত উল্লেখ কৰা হ'লঃ

---

* এই বিষয়ে বিস্তৃত আলোচনাৰ বাবে দ্ৰষ্টব্যঃ লেখকৰ ভাষা আৰু সাহিত্যঃ চৰ্যাপদ আৰু অসমীয়া ভাষা

(ক) অসমীয়া ভাষাৰ এটা বিশেষত্ব হৈছে ঃ কোনো শব্দত ওচৰাউচৰিকৈ দুটা অক্ষৰত থকা-আ ধ্বনিৰ পূৰ্ববৰ্তী অক্ষৰৰ আ-ধ্বনি-অ-নাইকা -এ ধ্বনিত পৰিণত হয়। চৰ্যাপদত এই নিয়ম দেখা যায়; যেনে, চকা (অস.), চকা (চৰ্যা), চাকা ( বঙলা )।

(খ) সংস্কৃতৰ উষ্ম বৰ্ণ তিনিটাৰ এটা স ধ্বনিত ৰূপান্তৰিত হোৱা নিয়মৰ নিদৰ্শন চৰ্যাপদত আছে ঃ শবৰ, যবৰালী, সবৰ ( চৰ্যা ৫০ )

৬ ৰূপগত সাদৃশ্যবোৰৰ ভিতৰত কেইটামান হ'ল ঃ

(ক) ষষ্ঠী বিভক্তিৰ চিন -ৰ আৰু প্ৰথমাৰ-এ ঃ ৰুখেৰ তেন্তুলি কুম্ভীৰে খাঅ (চৰ্যা ২)।

(খ) দ্বিতীয়া বিভক্তিৰ চিন -ক ঃ ঠাকুৰক পৰিনিবিতা (চৰ্যা ১২)

(গ) ৭মী-ত ঃ হাড়ীত ভাত নাহি (চৰ্যা ৩৩)

(ঘ) প্ৰথমা বিভক্তি-এৰ কৰণ আৰু অধিকৰণৰ ভাব প্ৰকাশ ঃ চঞ্চল চীএ পইঠা কাল; জে জে উজুবাটে গেলা (চৰ্যা ১ আৰু ১৫)।

(ঙ) কৃদন্ত বৰ্তমান কালৰ-ওঁতে ঃ অন্তে (চৰ্যা) ঃ উজুবাট জাঅন্তে (চৰ্যা ১৫)

(চ) অসমাপিকা ই ; যেনে, গই>গৈ ঃ কহিঁ গই কৰিৰ নিবাস (চৰ্যা ৭)

(ছ) ভৱিষ্যত কালৰ ইব ঃ (চৰ্যা ৭)

(জ) ভূত কালৰ ক্ৰিয়া-বিভক্তি-ই-লোঁ ; যেনে, আছিলোঁ ঃ অচ্ছিলোঁ স্বমোহে (চৰ্যা ৩৫)

(ঝ) সৰ্বনাম মই, তই, মোৰ ঃ মই, তুঁই, মোৰ (চৰ্যা ৪,১৮,২০)

(ঞ) নাস্ত্যৰ্থক ৰূপাংশৰ ক্ৰিয়াৰ আগত প্ৰয়োগ ; যেনে, নাযায় ঃ ণ জাই, মা জাহবে (চৰ্যা ৩২,৩৮)

৭ শব্দমালাৰ ক্ষেত্ৰত অসমীয়া ভাষাত সচৰাচৰ ব্যৱহাৰ হোৱা যোলাণ, পানী, দাপোণ, ভাল, গোহালি, আজি, উজুবাট, সক (চৰ্যা সকই ) মিছা (চৰ্যা মিচ্ছা), নৈ (চৰ্যা নই ) আদি শব্দবোৰ চৰ্যাপদত হুবহুৰূপে পোৱা গৈছে। কামৰূপী উপভাষাতো ওপৰত উল্লেখ কৰা ধ্বনিতত্ত্ব আৰু ৰূপতত্ত্ব-মূলক বৈশিষ্ট্যবোৰৰ কিছুমান পোৱা যায়। সেইবোৰৰ বাহিৰেও তলত দিয়া কামৰূপী শব্দবোৰৰ চৰ্যাপদৰ সৈতে থকা মিলেই ওচৰৰ সম্বন্ধ-খিনি চাব-লগীয়া। বন্ধনীৰ ভিতৰত দিয়া শব্দবোৰ চৰ্যাপদত পোৱা ৰূপ ঃ পোহিল (পহিল), বাপা (বাপা), বোপুৰা (বাপুড়া), ভতাৰ (ভত্তাৰ), কুৰ্যা (কুড়ুৰা)

গেল (গেল), ঘুমোই (ঘুমই), ভম্‌ৰা (ভম্‌ৰা), টান কোৰি ( দিচ কৰিঅ) ইত্যাদি ।

৮ চৰ্যাপদৰ লৈতে অসমীয়া ভাষাৰ সম্বন্ধ ইয়াতেই সমাপ্ত হোৱা নাই। শঙ্কৰদেৱ আৰু মাধৱদেৱৰ দ্বাৰা ৰচিত অঙ্কীয়া নাট আৰু বৰগীতবোৰতো চৰ্যাপদৰ প্ৰভাৱ বিশেষভাৱে মন কৰিবলগীয়া।* (এই ৰচনাবোৰৰ ভাষা ব্ৰজবুলি নামেৰে খ্যাত)। চৰ্যাপদ আৰু অসমীয়া ভাষাৰ মিলৰ নিদৰ্শনে ইয়াকে বুজায় যে চৰ্যাপদত সংৰক্ষিত ভাষাটোৱে কোনো এটা ৰূপত পূৰ্ব ভাৰতৰ এটা সাহিত্যিক ভাষাৰূপে পৰিগণিত হৈছিল আৰু সেই মৰ্যাদা বহুত শতিকা পিছলৈকে ৰক্ষিত হৈছিল। সেয়েহে পূব ভাৰতৰ বৈষ্ণৱ লেখকসকলে সেই ভাষাটোক লিখিত ভাষাৰ উপযুক্ত হ'ব বুলি ভাবি নিজৰ নিজৰ ৰচনাত স্বীকৃতি দিছিল। এইখিনিতে ডঃ সেনৰ কথাকেইষাৰি বিশেষভাৱে উল্লেখযোগ্য : চৰ্যাপদৰ ভাষা এক প্ৰকাৰ সাহিত্যিক ভাষাও। সংস্কৃতৰ কথা এৰিলে অৱহট্‌ঠই একমাত্ৰ সাহিত্যিক ভাষাৰূপে পৰিগণিত হৈছিল আৰু চৰ্যাগীত-ৰচকৰ ভিতৰত কিছুমানে সংস্কৃত আৰু অৱহট্‌ঠ দুয়ো ভাষাত লেখিছিল্‌। অসম, বঙ্গদেশ আৰু উৰিষ্যাৰ বৈষ্ণৱ কৱিসকলে ব্যৱহাৰ কৰা ব্ৰজবুলি ভাষাৰ ভিত্তি হিচাপে অৱহট্‌ঠ ভাষাত ৰচিত কাব্যৰ পৰম্পৰা আছে।[৪] চৰ্যাপদৰ সময়ৰ পাছত বিশেষকৈ ত্ৰয়োদশ শতিকাৰ পৰাৰ্ধৰ পৰা আধুনিক যুগলৈকে অসমীয়া ভাষাৰ বিকাশৰ দুটা স্তৰ প্ৰধানকৈ পোৱা যায়। এটা সোতৰ শতিকালৈ আৰু আনটো তাৰ পাছৰ পৰা। অসমীয়া ভাষাটোৱে প্ৰথমতে পশ্চিম অসমত প্ৰৱেশ কৰি স্থকীয়া ভাষাৰূপে গঢ় লয়। সময়ত এই অঞ্চলৰ ভাষাত সাহিত্য ৰচনা কৰা হয়। এই ভাষাটোক কামৰূপী ভাষা বোলা হৈছিল। চৰ্যাপদৰ পাছত কামৰূপী ভাষাৰ নিদৰ্শন পোৱা যায় প্ৰাচীন অসমীয়া সাহিত্যত। এই ক্ষেত্ৰত বিশেষ উল্লেখযোগ্য হৈছে চৈধ্য শতিকাৰ মাধৱ কন্দলীৰ ৰামায়ণৰ ভাষা। ইয়াৰ লগত শ্ৰীকৃষ্ণকীৰ্ত্তনৰ ভাষাৰ লৈতে থকা সম্পৰ্কই[৫]

* এই বিষয়ে ইংগিত দিয়া বাবে লেখক ডঃ শ্ৰীপ্ৰতাপচন্দ্ৰ চৌধুৰী দেৱৰ ওচৰত ঋণী।

৪ Sen, S. *History of Bengali Literature*, 1960, p. 5 and p. 6

৫ দ্ৰষ্টব্য : লেখকৰ "ভাষা আৰু সাহিত্য" : শ্ৰীকৃষ্ণকীৰ্ত্তন আৰু অসমীয়া ভাষা

(শ্ৰীকৃষ্ণকীৰ্তনৰ ভাষাৰ লগত চৰ্যাপদৰ ভাষাৰো সম্পৰ্ক আছে) অসমীয়া ভাষাৰ পূৰ্ব ভাৰতৰ (একেবাৰে মিথিলাৰ) ভাষাৰ সৈতে যোগ-সূত্ৰডালি আৰু দৃঢ় কৰি তোলে। এইখিনিতে চৰ্যাপদ আৰু অসমীয়া ব্ৰজবুলিৰ সম্বন্ধৰ বিষয়েও মন কৰিবলগীয়া।[৬] কামৰূপী ভাষাটো মূলতঃ পূৰ্ব মৈথিলীৰ এটা ৰূপ। এই ভাষাটো নিশ্চয় গোটেই ৰাজ্য জুৰি কথিত আৰ্য-ভাষা আছিল। তেতিয়া গোটেই অসম উপত্যকা আৰু উত্তৰ বঙ্গৰ উপৰি বিহাৰৰ পূৰ্ণিয়া জিলাও এই ৰাজ্যৰ অন্তৰ্ভুক্ত আছিল।[৭] প্ৰাচীন কালৰ পৰা কোচ-ৰাজত্বৰ শেষলৈকে (সোতৰ শতিকা) অসম কামৰূপ নামেৰে জনাজাত আছিল। প্ৰাচীন কামৰূপে কোচবিহাৰক ধৰি সমগ্ৰ উত্তৰ বঙ্গ আৰু বঙ্গদেশৰ ৰংপুৰ আৰু জলপাইগুৰি জিলাকো সামৰি লৈছিল।[৮] কালিকাপুৰাণ আৰু যোগিনীতন্ত্ৰ অনুযায়ী কৰতোয়া নদী ইয়াৰ পশ্চিমৰ স্থায়ী সীমা আছিল।

৯ সময়ত প্ৰাচীন কামৰূপ ৰাজ্যৰ সীমা সঙ্কুচিত হ'ল। সোতৰ শতিকালৈকে কথিত আৰু সাহিত্যিক দুয়োটা ভাষাৰ স্থান অধিকাৰ কৰা কামৰূপী ভাষাৰো পৰিসৰ কমি কথিত উপভাষাৰ ৰূপ ল'লে। বৰ্তমান কামৰূপ জিলাত কোৱা উপভাষাটোৱে কামৰূপী উপভাষা। সময়ৰ পৰিবৰ্তনত এনে হ'লেও অসমীয়া ভাষাৰ গঠন আৰু বিকাশৰ ইতিহাসৰ দৃষ্টিৰে চালে ইয়াৰ মূল্য যথেষ্ট আছে। প্ৰাচীন অসমীয়া সাহিত্যত বৈষ্ণৱ, অনা-বৈষ্ণৱ সকলো লেখকৰ ৰচনাত বৰ্তমানত প্ৰচলিত কামৰূপী উপভাষাৰ ধ্বনিগত, ৰূপগত আৰু শব্দগত বৈশিষ্ট্যৰ প্ৰচুৰ নিদৰ্শন পোৱা যায়। আনকি মধ্য যুগৰ অসমীয়া সাহিত্যত অৰ্থাৎ আহোম ৰজাসকলৰ আমোলত ৰচনা কৰা বুৰঞ্জীবোৰতো কামৰূপী উপভাষাৰ প্ৰভাৱ স্পষ্ট। প্ৰাচীন অসমীয়া সাহিত্যৰ সৈতে কামৰূপীৰ সম্বন্ধসূচক বৈশিষ্ট্য কিছুমান তলত দিয়া হ'ল:

৯.১ ধ্বনিমূলক:

(ক) স্বৰ সঙ্গতি: পতি>পোতি, বহুপতি>বোহুপতি (হে. সৰস্বতী)

(খ) শ, ষ, স>খ: আদেখ, কোখিপু (হে. স.)

---

৬ দ্ৰষ্টব্য: ভাষা আৰু সাহিত্য: অসমীয়া ব্ৰজবুলি ভাষা

৭ Barua, K.L. *Early History of Kamarupa*, p. 319

৮ *Aspects of Early Assamese Literature*, p. 2

(গ) ক্ষ>খ : পোথি ( হে. স. )

(ঘ) ৱ>উ : জীউ, সদাশিউ ( মাধৱ কন্দলী )

(ঙ) মূলৰ ল ধ্বনিৰ অৱস্থিতি : লোম, লাঙ্গল, লেঞ্জ ( মা. কন্দলী ) লোম ( দুৰ্গাবৰ ), লুম, লাঙাল, লেজ ( কাম. )

(চ) মহাপ্ৰাণীকৰণ : সিথান, ভাঠি, ঠোঁঠ ( মা. কন্দলী )

(ছ) নিম্ন স্বৰধ্বনিৰ ঠাইত উচ্চ স্বৰধ্বনিৰ প্ৰয়োগ : দামুদৰ ( হে. সৰস্বতী),, সিন্দুৰ ( মা. কন্দলী ), তুমাত ( ভট্টদেৱ )

৯.২ ৰূপতত্ত্বমূলক :

(১) নিৰ্দিষ্টতাবাচক প্ৰত্যয় : খান : প্ৰাণ-খানি (হে. সৰস্বতী), ৰথ-খান (মা. কন্দলী)

(২) পৰসৰ্গ : (ক —ক-লেগি : পু অ. -ক লাগি : উৰ্ধক লাগিয়া হৰি খেপিয়া পঠাইলা (হে. সৰস্বতী) : কিষ্কিন্ধাক লাগি বেগে চলিলা দুন্দুভি (মা. কন্দলী) : সাগৰ সিপাৰে যাইবো বণিজক লাগি (দুৰ্গাবৰ) : তোমাক লাগি পঠাইছে পদ্মাৰ কালদূত ( নাৰায়ণদেৱ )

(খ)—চাৰি : আচোক দান পাইবো চাৰি মইলো পেটৰ ভোখে ( নাৰায়ণদেৱ )

(৩) তুমুনন্ত : (ক)—ইবাৰ : ৰাত্ৰি দিনোত একোতে নমৰে মাৰিবাৰ বুধি নাই ( হে. সৰস্বতী )

(খ)—ইবাক লেগি : তাঙ্ক মাৰিবাক লাগি কৰাহা যতন (হে. সৰস্বতী)

(গ)—বাৰ : সুবৰ্ণৰ খাট দিলা লখাই ঘুমাবাৰ ( নাৰায়ণদেৱ )

(৪) তুলনা কৰা প্ৰথা : তপ্ত সুবৰ্ণত কৰি অধিকে জলন্তি (হে. সৰস্বতী), সকল ধৰ্মত কৰি ( শঙ্কৰদেৱ )।

(৫) ক্ৰিয়া-বিভক্তি : (ক)—বৰ্তমান কালৰ প্ৰথম পুৰুষৰ—উঁ, পু অ. উ : ভেবে জানু সবাতে আছন্ত নাৰায়ণ ( হে. সৰস্বতী )

(খ) বৰ্তমান কালৰ দ্বিতীয় পুৰুষৰ-হ ( তুচ্ছাৰ্থে ) : উঠ জাগ প্ৰিয়া কত নিদ্ৰা যাহ সুখে ( নাৰায়ণদেৱ )

(গ) অনুজ্ঞাৰ দ্বিতীয় পুৰুষৰ—উ ( তুচ্ছাৰ্থে ) : পাৰ কৰ বাপু হে পাৰ কৰি থোঁ ( মনকৰ )

(৬) শব্দ-বিভক্তিৰ দ্বিতীয়া আৰু চতুৰ্থীৰ ঠাইত ৭মী : শীঘ্ৰে ৰাজ্য নয়োক দেশত নাহি যায় ( মা. কন্দলী )

(৭) বহুবচনার্থক-ঠে : আমাঠেৰ ইটদেৰ (শঙ্কৰদেৱ), আঠেৰ, তাঠেক (ভট্টদেৱ)

(৮) ধাতু : হাণ্ঠ ( কাম. হাঠ্ ), লাৰ, আটাস পাৰ (কাম. আটাহ পাৰ্), জোৱা—(মা. কন্দলী) ; ভিজ, চতক্ (কাম. চত্ক)—(দুৰ্গাবৰ) ; চুচ (নাৰায়ণদেৱ) ; গণ (দুৰ্গাবৰ, মাধৱদেৱ)

(৯) জতুৱা ঠাচ : গা ষেলা ( মা. কন্দলী ), আন দি ( মনকৰ, দুৰ্গাবৰ ), বং চা ( নাৰায়ণদেৱ ), জোকৰ মুখত চুণ দি ( শঙ্কৰদেৱ )

৯.৩ প্ৰাচীন অসমীয়া সাহিত্যত কামৰূপী উপভাষাৰ ধ্বনিতত্বমূলক আৰু ৰূপতত্বমূলক বৈশিষ্ট্যবোৰৰ উপৰিও বৰ্তমানত ব্যৱহাৰ হোৱা অনেক শব্দ হুবহুৰূপে বিবিধ লেখকসকলৰ ৰচনাত সোমাই আছে। তলত তাৰ কেইটামান দিয়া হ'ল : গল ( ডিঙি ), বৰ ( দৰা ), ছলি ( সন্তান ), সূতাৰ ( বাটে ), মৈৰা ( ম'ৰা ), আধাৰ ( চৰাইৰ আহাৰ ), আমবা ( অমৰা ), কাম্হি ( কাম. কাখি, মা. অ. পিৰালি ), ঘুমটি, ডিমা, মহৰি ( আঠুৱা ), চৰে ( চৰাই ) কাউৰ ( কাউৰী ) ইত্যাদি।

৯.৪ আদি যুগ আৰু মধ্য যুগৰ গদ্য-সাহিত্যৰ ভিতৰত প্ৰধান চৰিত-পুথি, ভট্টদেৱৰ (১৫৫৮—১৬৩৮) কথা-গীতা আৰু কথা-ভাগৱত আৰু বুৰঞ্জীতো কামৰূপী উপভাষাৰ নিদৰ্শন আছে। তলত কথা-ভাগৱত আৰু বুৰঞ্জীকেইখনমানৰ ভাষাৰ চানেকি দাঙি ধৰা হ'ল।

(ক) যশোদায়ো পুত্ৰক কোলা লৈয়া সুন্দৰ মুখ নিৰখি স্তন পান কৰাইলা। এতকতে আখাতে দুধ উতলিবাৰ দেখি কৃষ্ণক থৈয়া সত্বৰে গৈলা। পাচে উকখলৰ উপৰত বসি বানৰক নৱনীত দিবাৰ শুনি ধীৰে ধীৰে গৈলা।

( কথা-ভাগৱত, দশমস্কন্ধ, অধ্যায় ৯ )

কিন্তু বাক্যে তুমাৰ গুণ বৰ্ণাউক। হস্তেও তুমাৰ কৰ্ম্ম কৰোক............ আৰে অমুক্তা দিয়োক স্থানক আঞ্।

( কথা-ভাগৱত, দশম স্কন্ধ, অধ্যায় ১০ )

(খ) আকে শুনি লক্ষ্মীনাৰায়ণ বিলাক খেদি আহিল। বন্দালে খাইবাক লাগাই গড়ৰ ভিতৰতে গুখাই থৰে.......তাহ্নাৰ মুখত.........আহ্নাৰ গজে। তেবে গুৱাহাটীত ধৰিলে যাই.......আৰু অজ্ঞানত মাৰিছিাহ।

( কামৰূপৰ বুৰঞ্জী : ১৭ শতিকাৰ পৰাৰ্দ্ধত ৰচিত : সম্পাদনা : ডঃ সূৰ্য্যকুমাৰ ভূঞা, ১৯৩০ চন )

তাৰ পাখাৰ ছায়াত পাদস্থাহ সকল থাকে। তাৰ ডিমাৰ ৰৰলোকে হোকা কৰে। সি মৰিবৰ সময়ত দুখান ডেওনা খৰ কৰি মাটিতে কোবায়। ইন্দুৰ চিকা বৰ সুগন্ধ। তোক মাৰবোক, যেনাকৰি পাৰাহ পলাই সাব। তোঠেৰ আমাৰ বৰ প্ৰীতি-মিত্ৰতা আছে।

( পাদস্থাহ বুৰঞ্জী, ১৬৭০-৮২ খৃঃত ৰচিত, সম্পাদনা : ডঃ সূৰ্য্যকুমাৰ ভূঞা, ১৯৩৫ ছন )

এই গঙ্গাজল মাহেকত এক-বাৰ নাৱত কৰি অনায়।·········আন দিনত কৰি·········পাছে মোত জনাব। পালেকিৰ বাৰিত বানাতৰ গিলিপ দিছে। মই কোনখান কৰিব পাৰোঁ চাওঁ।

( ত্ৰিপুৰা বুৰঞ্জী, ১৭২৪ ছনত ৰচিত ; সম্পাদনা : ডঃ সূৰ্য্যকুমাৰ ভূঞা, ১৯৩৮ ছন )

১০ আহোম যুগত ৰচনা কৰা আন গদ্য-ৰচনাৰ মাজতো কামৰূপী উপভাষাৰ শব্দই বিশেষ স্থান লাভ কৰা দেখা যায়। এনে দুখন গ্ৰন্থ হৈছে ঘোঁৰা-নিদান আৰু কামৰত্ন-তন্ত্ৰ। তলত দুয়োখনত পোৱা কিছুমান কামৰূপী শব্দৰ উদাহৰণ দিয়া হ'ল :

| ঘোঁৰা-নিদান | কামৰত্ন-তন্ত্ৰ |
|---|---|
| গাছ | ইন্দুৰ |
| গুৰা | কাউৰ |
| দাক 'ঔষধ' | গল |
| দাপ্না | চাম্নি 'গাখীৰৰ সৰ' |
| পিপ্ৰা | ঠানি 'ভাল' |
| বয়া | বেহাৰ |
| লেজ | বেং |
| গুখান | মৈৰা |
| কিকে 'উখহে, | সোনালু ( কাম· সনোলু ), ইত্যাদি। |

১১ কামৰূপী শব্দ আধুনিক অসমীয়া সাহিত্যৰ লেখককেইজনমানৰ ৰচনাতো সোমাই পৰিছে। এই ক্ষেত্ৰত ভোলানাথ দাসৰ সীতাঁহৰণ কাব্য আৰু গুণাভিৰাম বৰুৱাৰ ৰামনৱমী নাট উল্লেখযোগ্য। আগৰখনত আমি এইবোৰ শব্দ পাওঁ : পিপৰা, লেজ, বয়া ( গাহৰি ), ইন্দুৰ, দাঙডা ইত্যাদি।

দ্বিতীয়খনত কিছুমান ৰূপতত্ত্বমূলক দৃষ্টান্ত আছে :—ৰ পেৰা ( কাম. পেৰাই, পেৰে ); যেনে, স্বৰ্গৰ পেৰা নামি। হেন ( কাম. হান ); যেনে, মানুহ হেন। —খান ; যেনে, এইখান। কিছুমান আন প্ৰয়োগ : বিকচিনা লাগিল। সাঁজ লাগিল, নাইতে ইত্যাদি।

১২ সোতৰ শতিকাত কোচ-ৰাজত্ব ধ্বংস হোৱাৰ পিছত সাহিত্যৰ কেন্দ্ৰ নামনী অসমৰ পৰা উজনী অসমৰ আহোম ৰাজধানীলৈ স্থানান্তৰিত হয়। তেতিয়াৰ পৰা আহোম ৰজাসকলৰ পৃষ্ঠপোষকতাত জীপ পোৱা, উজনি-অসমৰ উপভাষাটোৱে ইংৰাজ-আমোলত মিছনেৰিসকলৰ সাহায্যত পুষ্ট হৈ সাহিত্যিক আৰু সাংস্কৃতিক মৰ্যাদা পাইছে। বৰ্তমান-সময়ত অসমৰ শিক্ষা-দীক্ষা, সাহিত্যিক আৰু সাংস্কৃতিক কামকাজৰ কেন্দ্ৰস্থল প্ৰধানকৈ গুৱাহাটী বুলিয়ে ক'ব লাগিব। তাৰ ফল স্বৰূপে অসমীয়া ভাষাটোও কিছু পৰিবৰ্তনৰ পিনে গতি কৰিছে। শিৱসাগৰ অঞ্চলৰ উপ-ভাষাটোৰ ওপৰত আকৃতিগতভাৱে ভিত্তি কৰিলেও এই ভাষাটো গুৱাহাটী আৰু ইয়াৰ ওচৰ-পাজৰ অঞ্চলৰ ভাষাৰ দ্বাৰা কিছু প্ৰভাৱান্বিত হৈছে। সময়ত ইয়াৰ প্ৰভাৱ যে কিছু বেছি নহ'ব কোৱা টান।

১৩ এনেকৈ নানা স্তৰৰ মাজেৰে অসমীয়া ভাষাটোৱে গতি কৰিলেও ই অসমৰ সামূহিক কাৰ্য চলোৱাৰ একমাত্ৰ বাহনৰূপে প্ৰাচীন কালৰ পৰা চলি আহিছে। অসমীয়া ভাষা মূলতঃ আৰ্য-ভাষা হ'লেও ইয়াৰ গঠন আৰু বিকাশত অনাৰ্য উপাদানে যথেষ্ট ৰহণি যোগাইছে। প্ৰাচীন কালৰ পৰা এই ভাষাটোৱে বৰাহী-কছাৰী-কমতা-কোচ-আহোম আদি ৰজাসকলৰ পৃষ্ঠপোষকতাত বিকশিত আৰু পৰিপুষ্ট হৈ বিভিন্ন যুগত অসমৰ ৰাজ্যিক ভাষাৰ স্থান অধিকাৰ কৰি আহিছে। গতিকে এই ভাষাটো পৰ্বত আৰু ভৈয়ামৰ সকলো লোকৰে আদৰৰ উত্তৰাধিকাৰী সম্পত্তি আৰু আমাৰ সংহতিৰ প্ৰতীক। ইয়াৰ ভবিষ্যতো নিৰ্ভৰ কৰিব অসমৰ বিভিন্ন ভাষা-উপভাষাবোৰৰ লগত গৱেষণাপ্ৰসূত যোগসূত্ৰ স্থাপনৰ ওপৰত। আমাৰ অসমীয়া ভাষাৰ অখণ্ডতা ৰাইকিয়া কৰিব খোজা যি কোনো প্ৰচেষ্টাই ৰাষ্ট্ৰীয় অখণ্ডতাৰ পৰিপন্থী।

## (৭) ভাষা-বৈজ্ঞানিক আলোচনা আৰু ইয়াৰ প্ৰয়োজনীয়তা

১ প্ৰাকৃতিক শোভা-সৌন্দৰ্যৰে ভৰপূৰ অসম দেশখন ভাষা বিজ্ঞানী-সকলৰ বাবেও মনোৰম। ইয়াক তেওঁলোকৰ স্বৰ্গভূমি বুলি অভিহিত কৰা হৈছে। অসমৰ পৰ্বতে-ভৈয়ামে নানা ভাষা আৰু উপভাষা জীয়াই আছে। অসম দেশ ভাষা-উপভাষাৰ ভঁৰাল হোৱা সত্বেও তাৰ প্ৰকৃত বিৱৰণ আজিলৈকে নানা কাৰণবশতঃ পোৱা হোৱা নাই। পৰ্বতীয়া ভাষা-উপভাষাবোৰৰ উপৰি ভৈয়ামতো বিবিধ জনজাতীয় ভাষা-উপভাষা আৰু অসমীয়া ভাষাৰে আঞ্চলিক ৰূপ কিছুমানৰ বিজ্ঞানসম্মত বিস্তৃত আলোচনা হৈ উঠা নাই। এইখিনিতে এটা প্ৰশ্ন স্বাভাবিকতে মানুহৰ মনলৈ আহে যে এইবোৰৰ বিশ্লেষণ আৰু বিৱৰণৰ পৰা আমাৰ বিশেষ কি লাভ হয়! বৰং যিটো ভাষা বা উপভাষাৰ অলপ কাম যেতিয়াই কোনো এজনে কৰি উলিয়ায়, তেতিয়াই সেই ভাষা বা উপভাষা-কোৱা লোকসকলে তাক স্বীকৃতি দিবৰ কাৰণে এক প্ৰকাৰ আলোড়নৰ সৃষ্টি কৰা দেখা যায়। সেয়ে হ'লে যিমানেই ভাষা-উপভাষাবোৰৰ চৰ্চা হ'ব সিমানেই অসমৰ ভাষা-সমস্যা জটিল হৈ পৰিব। এনে দৃষ্টিভঙ্গীত ৰাজনৈতিক অনুলেপ আছে আৰু তাক দূৰদৃষ্টিসম্পন্ন বুলি কোৱাও টান। কোনো এখন দেশৰ সামূহিক কাৰ্যবোৰ চলাবলৈ আৰু দেশখনৰ ঐক্য সাধনৰ নিমিত্তে যিটো ভাষা দেশখনৰ প্ৰায় সকলো অঞ্চলৰ মানুহে সহজে বুজি পায়, সেই ভাষাটো মানি ল'ব লাগিব। অৰ্থাৎ সেই ভাষাটোক ৰাজনৈতিক আৰু সামাজিক মৰ্যাদা দান কৰিব লাগিব।

২ ভাষা-উপভাষাবোৰৰ বিশ্লেষণ আৰু বিৱৰণৰ মূল্য ৰাজনৈতিক ক্ষেত্ৰত নহয়, ঐতিহাসিক আৰু সাংস্কৃতিক ক্ষেত্ৰতহে। ব্লুমফিল্ডে কৈছে: "ভাষা-বিজ্ঞানীৰ কাৰণে স্থানীয় উপভাষাবোৰৰ মূল্য যথেষ্ট। সেইবোৰে তেওঁক কামৰ আহিলা যোগায় কাৰণেই অকল মূল্যবান নহয়। মান্য আৰু অৰ্ধমান্য ভাষাৰ মূল আৰু বুৰঞ্জী, আঞ্চলিক উপভাষাবোৰৰ জৰিয়তেহে বুজিব পাৰি।" জে, এ, ছাৰ্ড নামৰ পণ্ডিতে ১৯৪৫ চনৰ 'ট্ৰেনজাকচন্‌ছ অফ্ ফিল'লজিকেল ছোছাইটি' নামৰ পত্ৰিকাত উপভাষা-অধ্যয়নৰ পৰা কেনে বিধৰ উপকাৰ হ'ব পাৰে উল্লেখ কৰিছে: উপভাষাক

অধ্যয়নে আমাৰ ভাষাৰ আগৰ স্তৰবোৰৰ বিষয়ে সম্যক জ্ঞান দান কৰে। ভাষাটোৱে গ্ৰহণ কৰা নতুন নতুন শব্দৰাজিৰ সময় নিৰূপণ কৰে। কোনো ভাষাৰ বৰ্তমান সময়ৰ বিবিধ ৰূপবোৰ লিখিতৰূপে থাকিলে ভৱিষ্যতৰ গৱেষকসকলৰ কাৰণে বহুতখিনি সমল গোট খায়। উপভাষাবোৰে কোনো মাতৃভাষাৰ বিকাশৰ স্তৰ-বিভাগবোৰৰ প্ৰতিনিধিত্ব কৰাৰ লগে লগে মাতৃভাষাত ব্যৱহাৰ নোহোৱা শব্দ কিছুমান সংৰক্ষণ কৰি একোখন ঠাইৰ সাংস্কৃতিক সোঁতৰ গতিপথ নিৰ্ণয় কৰাত সহায় কৰে।

৩ অসমৰ জনজাতীয় ভাষাবোৰৰ কথা সম্প্ৰতি এৰি গোৱালপাৰা জিলাৰ উপভাষাটোৰ সঠিক বিৱৰণৰ অভাৱত কামৰূপী উপভাষাৰ বিৱৰণে মাতৃভাষাৰ বিকাশ আৰু পৰিপুষ্টিত কিমানখিনি সহায়ক হ'ব পাৰে তাৰ এটা আভাস মাত্ৰ দাঙি ধৰা হ'ল। দেশী আৰু বিদেশী নানা ভাষাৰ শব্দৰাজি অসমীয়া মাতৃভাষাত সোমাই অসমীয়া ভাষাৰ প্ৰকাশিকা শক্তি বৰ্ধন কৰিছে। সেইবোৰক গ্ৰহণ কৰাৰ নিচিনা কামৰূপী উপভাষাৰ শব্দ কিছুমানক অসমীয়াত স্থান দিব পাৰি। তাকে কৰিবলৈ হ'লে অৱশ্যে অনেক ঠাইত উপভাষাৰ ধ্বনিতত্ত্বৰ প্ৰণালীক মাতৃভাষাৰ ধ্বনিতত্ত্বৰ প্ৰণালীৰ নিয়মেৰে সলনি কৰি ল'ব লাগিব। দুই এজন অসমীয়া কবি-সাহিত্যিকে ইতিমধ্যে কিছুমান শব্দ ব্যৱহাৰ কৰিছে, যেনে, পানীপিয়লী, শেতেলী, ৰ'দ পুৱা আদি। জগতৰ উন্নত ভাষাবোৰত একোটা বস্তু বুজাবলৈ কেইবাটাও শব্দ ব্যৱহাৰ কৰা পোৱা যায়। উদাহৰণ স্বৰূপে সংস্কৃত ভাষালৈ আঙুলিয়াব পাৰি। তাত অকল পানী বুজাবলৈ, জল, উদক, বাৰি, নীৰ আদি শব্দবোৰ ব্যৱহৃত হৈছে। অসমীয়াতো স্থান অনুসৰি তেনেদৰে মধুৰী আম, আনাৰস, গাহৰি, দৰা, মিচা মাছ, তেঁতেলী আদি শব্দৰ লগতে ক্ৰমে সফুৰী আম, সফুৰী কঠাল, ৰৰা, বৰ, নিচলা মাছ, মকুৰা আদি শব্দৰ যোগ চলাব পাৰি। শব্দৰ উপৰি কিছুমান বাক্যাংশ, জতুৱা ঠাচ, ফকৰা-যোজনায়ো অসমীয়া ভাষাৰ পুষ্টি বৰ্ধন কৰিব পাৰে। যেনে, ধল (সং. ধৱল) পুৱা, বৰেৰ পুৱা (লোকযোকালি), লাক-পাক কৰি (কোনো প্ৰকাৰে), হালোৱে ৰৰপেটালৈ যা (সহজ পন্থা এৰি কঠিন পন্থা গ্ৰহণ কৰ্), জলম লগা (সজাই ক), ভঠেলি ভাঙ্ (খাই বৈ শেষ কৰ্), শহিৰা (সং. শশিৰ) দি (চিপ-জৰী লগাই আত্মহত্যা কৰ), শাই দুৱা (সং. দুহ্) দি (সকলো-খিনি শোষণ কৰ্) ইত্যাদি।

৪ মাতৃভাষাত সচৰাচৰ ব্যৱহাৰ নোহোৱা শব্দ কিছুমান কামৰূপী উপভাষাত ব্যৱহাৰ হোৱা পোৱা যায়। কুঁৱা বা নাদৰ উপৰিও, লাদ্দ, পাত্‌কি বা ইন্দৰা ; বটা, শৰাই, ঠগিৰ উপৰি কস্তি আদি শব্দৰ ব্যৱহাৰেই ইয়াৰ উদাহৰণ। কামৰূপৰ ওচৰ-পাজৰৰ ভাষাৰ লগত সম্বন্ধ উলিয়াবৰ বেলিকা এনে শব্দবোৰ যথেষ্ট কামত আহিব পাৰে। কামৰূপ-অঞ্চলৰ কিছুমান শব্দৰ মাতৃভাষাত হোৱা অৰ্থৰ পৰিবৰ্তনৰ দৃষ্টান্ত আমোদজনক ( § ১৮১ )। একেটা বস্তু বুজাবলৈ কেইবাটাও শব্দৰ ব্যৱহাৰ আন এটা আকৰ্ষণীয় কথা ( পৰি. ২ )।

৫ প্ৰত্যেক শব্দৰ একোটা ইতিহাস আছে। অসমীয়া শব্দ কিছুমানৰ ইতিহাসৰ উদ্ধাৰত কামৰূপী উপভাষাই যথেষ্ট ৰৰঙণি যোগাব পাৰে। তলত কেইটামান উদাহৰণ দিয়া হ'ল : সং. গৰ্ত্ত > গত্ত ( প্ৰা. )> গাতা ( কাম. )> গাঁত (·মা. অ. ); সং. লোমন্ > লোম ( পালি )> লোম ( পু. অ. )> লুম ( কাম. )> নোম ( মা. অ. ), সং. অপৰ > অৱৰ (প্ৰা. ) > ঔৰ ( হি. ), > আৰ ( কাম. )> আৰু ( মা. অ. ), সং. হস্তী > হত্থী ( প্ৰা. )> হাথী ( হি. )> হাথী ( কাম. )> হাতী ( মা. অ. ), সং. কাণ + আক > কাণা ( কাম. )> কণা (মা. অ. ); সং. গচ্ছ + আক > গাছা ( কাম. )> গছা ( মা. অ. ) ইত্যাদি।

৬ মগধীয় আন আন ভাষাৰ বৈশিষ্ট্য কিছুমানৰ সৈতে কামৰূপী উপভাষাৰ বৈশিষ্ট্য কিছুমানৰ মিল দেখা যায়। সেইবোৰে অসমীয়া ভাষাৰ প্ৰাচীন স্তৰৰ সন্ধান দিয়াত সহায় কৰে। ডঃ সুনীতি কুমাৰ চট্টোপাধ্যায়ে উলুকিয়াই দিয়া মতে মাগধী প্ৰাকৃতৰ পৰা সৃষ্ট ভাষাবোৰৰ পাৰস্পৰিক মিলনসূচক বৈশিষ্ট্য কিছুমানৰ ভিতৰত এটা হৈছে অপিনিহিতিৰ ই স্বৰ-ধ্বনি। কামৰূপী উপভাষাত অপিনিহিতি এটা সৰ্ব-প্ৰযোজ্য নিয়ম ( § ১৫৭ )। ডঃ সুকুমাৰ সেনে উল্লেখ কৰা মাগধী প্ৰাকৃতৰ আনকেইটামান বৈশিষ্ট্য হৈছে ৰ ধ্বনিৰ ঠাইত ল ধ্বনিৰ প্ৰয়োগ, স্বাৰ্থিক—আ (সং.-আক) প্ৰত্যয়ৰ ব্যৱহাৰ, বিভক্তি-প্ৰত্যয়ৰ অন্তৰ্ধান, বিশেষকৈ পঞ্চমী বিভক্তিৰ চিহ্ন লোপ, দ্বিতীয়া আৰু চতুৰ্থীৰ একাকৰণ আৰু তাৰ ঠাইত প্ৰায়ে সপ্তমীৰ প্ৰয়োগ। এই আটাইবোৰৰ উদাহৰণ কামৰূপী উপভাষাত পোৱা যায়; যেনে, সং. বধ্যা > বজ্ঝা ( প্ৰা. )> লেহা ( কাম. )> মেচা ( মা. অ. ), সং. শৰীৰ > শোৰীল ( কাম. ), সং. সৌবৰ্ণক > সণা ( কাম. )> সোণ ( মা. অ. ),

সং. ৰৌপ্য-ক>ৰূপা (কাম.)>ৰূপ (মা. অ.)। অসমীয়া ভাষাত আছলতে পঞ্চমী বিভক্তিৰ কোনো সুকীয়া চিন নাই। ষষ্ঠী বিভক্তিৰ চিনৰ পিছত পৰা পৰসৰ্গ লগ লগাই অপাদান কাৰক কৰা হয়। কামৰূপীত এনে প্ৰয়োগ আছে; যেনে, কো-ক যাহ বা কোত যাহ (কলৈ যাব)। ইয়াত দ্বিতীয়া আৰু চতুৰ্থী বিভক্তিৰ একীকৰণ আৰু তাৰ ঠাইত সপ্তমী বিভক্তিৰ প্ৰয়োগ দেখা গৈছে। অসমীয়া ভাষাত বিশেষভাৱে বুজাবলৈ নহ'লে দ্বিতীয়া বিভক্তিৰো প্ৰয়োগ নহয়; যেনে, মানুহ মৰে, মানুহ মাৰে।

৭ ডঃ চট্টোপাধ্যায়ে পূৰ্ব-মাগধী প্ৰাকৃতক চাৰিটা উপভাষাত ভগাইছে। তাৰ ভিতৰত অসমীয়া ভাষা আৰু উত্তৰ বঙ্গৰ উপভাষাসমূহক সামৰি কামৰূপী উপভাষাও (Kamarupa Dialect) এটা। উত্তৰ বঙ্গৰ ভাষাৰ লগত কামৰূপী বা অসমীয়া ভাষাৰ সম্পৰ্ক চাবলৈ হ'লে কামৰূপী উপভাষাৰ যোগেৰেহে সম্ভৱ হয় (দ্ৰ. পৰি. ৮)। ৰূপতত্ত্বৰ ক্ষেত্ৰত কামৰূপী আৰু উত্তৰ বঙলাৰ কেইটামান সাদৃশ্য ধৰা পৰে। উদাহৰণ:

(ক) কামৰূপী বহুবচনৰ—হাম্বা আৰু—গিলা প্ৰত্যয় উত্তৰ বঙলাত—অম্বাহ আৰু—গিলা,—গ্না (A. F. D. § 638)। বঙলাৰ —গুল,—গুলা,—গুলান উপভাষাত হৈছে গৈ—গুনো। উত্তৰ বঙলাত হ'লে—গিলা,—গ্না আছে (O. D. B. L. § 488)।

(খ) কামৰূপীৰ তুমুনন্ত—ইবা, ইবাৰ,—ইবাক লেগি আদিক ৰংপুৰী উপভাষাত প্ৰায় একে ৰূপত পোৱা যায়; যেনে, কাম. কোইব্ বা পাক, ৰংপুৰী, কৰিবা, কৰিবাক, কৰিবাৰ পাৰোঁ। (A. F. D. § 811)।

উত্তৰ বঙলাৰ ৰংপুৰী উপভাষাত পোৱা সবল মহাপ্ৰাণ ধ্বনিৰ প্ৰয়োগ (যেনে জন>ঝন) কামৰূপীৰ দক্ষিণ অঞ্চলৰ স্থানীয় উপভাষাৰো এটা বিশিষ্ট লক্ষণ। কিন্তু কামৰূপী উত্তৰ বঙলাৰ আন কিছুমান লক্ষণৰ লগত নিমিলে। উদাহৰণ স্বৰূপে ৰ ধ্বনিৰ লোপ বা ৰ ধ্বনিৰ আগম (যেনে, ৰংপুৰৰ ঠাইত অংপুৰ, আশাৰ ঠাইত ৰাশা)[১]

৮ পূৰ্ব বঙলাৰ সৈতে কামৰূপীৰ সম্পৰ্ক বিচাৰ কৰিলে দেখা যায় যে নোৱাখালি, মৈমনসিং আৰু চিতাগঙৰ উপভাষাত পোৱা অপিনিহিতিৰ

১ Notes on the Rangpur Dialect: *Indian Linguistics*, Vol. VII, 1939

বহুল প্ৰয়োগ কামৰূপী উপভাষাৰ এটা বিশিষ্ট লক্ষণ। পূৰ্ব বঙলা আৰু কামৰূপীত কৰণ কাৰকত —দি বিভক্তিৰ ব্যৱহাৰ আছে; যেনে জোৰী —দি (কাম.). দৰি দিয়া বানিআ (জৰীৰে বান্ধি A. F. D. § 651)। প্ৰথমাৰ—এ বিভক্তিও দুয়ো ঠাইত একে। "এইটো (—এ) পশ্চিম বঙলাত অপ্ৰচলিত হৈছে। পূৰ্ব বঙলা আৰু অসমীয়াত ই এটা জীৱিত ৰূপ" (O. D. B. L. § 497)। ইপিনে পূৰ্ব বঙলাৰ ধ্বনিতত্ত্বৰ লক্ষণ কিছুমানৰ লগত কামৰূপীৰ মিল নাই; যেনে, ভাত, ধান, সকল, কৰ্তা, আদি শব্দৰ ৰূপ পূৰ্ব বঙলাত বা'ত, দান, হকল, খত্তা হৈছে।

৯ বঙলা ভাষাৰ লগত কামৰূপীৰ কোনো কোনো ঠাইত মিল আছে। দুয়ো ঠাইতে ওচৰা-উচৰিকৈ থকা অক্ষৰ দুটাত-আ—ধ্বনি থাকিব পাৰে; যেনে, চাকা (কাম.), চাকা (বঙলা), চকা (মা. অ.)। দুয়ো ঠাইত শব্দৰ আদি বা প্ৰথম অক্ষৰত বলাঘাত পৰা হেতুকে মধ্যৱৰ্তী অক্ষৰ লুপ্ত হয়; যেনে, কুম্‌ৰা, কাক্‌ৰা (কাম.); কুম্‌ড়া, কাক্‌ড়া (বঙলা)। দুয়ো ঠাইত অভিশ্ৰুতি বা স্বৰসঙ্গতিৰ ফলত কিছুমান শব্দই সমৰূপতা লাভ কৰে; যেনে, মধু>মোধু (বঙলা), মোধু (কাম.), ম'ধু (মা. অ.)।

১০ কামৰূপী বা অসমীয়াৰ লগত বঙলাৰ পাৰ্থক্যখিনিও নিচেই কম নহয়। ডঃ কাকতিয়ে অসমীয়া আৰু বঙলাৰ পাৰ্থক্য দেখুৱাইছে। সেইবোৰৰ উপৰি তলত উল্লেখ কৰা কথাকেইটা মন কৰিবলগীয়া:

(ক) বঙলাত তালব্য চ, জ, শ, মূৰ্দ্ধণ্য ট, ড আদি ধ্বনিৰ ব্যৱহাৰ আছে। অসমীয়াত নাই।

(খ) অসমীয়াত সকৰ্মক আৰু অকৰ্মক ক্ৰিয়া অনুযায়ী কৰ্তাৰ পাছত প্ৰথমা বিভক্তি যোগ হয়; যেনে, ৰাম যায়, ৰামে খায়। বঙলাত এনে নিয়ম নাই।

(গ) অধিকৰণ অৰ্থত পৰসৰ্গ মধ্যেৰ ব্যৱহাৰ কামৰূপীত আছে; যেনে, ঘৰ মধ্যে (ঘৰত)। বঙলাত এনে প্ৰয়োগ নাই।

(ঘ) সৰ্বনাম, ক্ৰিয়াবিশেষণ আদিও দুয়ো ঠাইত স্বকীয়া। উদাহৰণ: মই (অস.), আমি (বঙলা); ইতা, এইতা (কাম.), এতিয়া (মা. অ.) এখন (বঙলা) ইত্যাদি।

(ঙ) প্ৰতিধ্বন্যাত্মক শব্দৰ গঠন-প্ৰণালী বঙলা আৰু অসমীয়াত ভিন্ন; যেনে দাত-চাত (কাম.), দাঁত-চাঁত (মা.-অ.), দাঁত-টাঁত (বঙলা)।

১১ মগধীয় উড়িয়া ভাষাৰ লগতো অসমীয়াৰ কিছুমান পাৰ্থক্য দেখা যায়ঃ

(ক) আধুনিক উড়িয়াত সকলো শব্দ স্বৰান্ত।

(খ) মূৰ্ধন্য ণ আৰু মূৰ্ধন্য ল উড়িয়া-ধ্বনিতত্বত বিশিষ্টধ্বনি।

(গ) কৰ্তাৰ বচন অনুসৰি ক্ৰিয়াৰ ৰূপবো সলনি ঘটে। বিভিন্ন কাল বুজাওঁতেও কৰ্তা আৰু ক্ৰিয়াৰ সঙ্গতি ৰক্ষিত হয়।[২]

(ঘ) উড়িয়াত পঞ্চমী বিভক্তি আছে। যেনে ঘৰ+উ>ঘৰু (ঘৰৰ পৰা)।

(ঙ) উড়িয়াত প্ৰতিধ্বন্যাত্মক শব্দৰ গঠন এইৰূপৰ হয়: আসন ফাসন কাঠ-ফাঠ ইত্যাদি।

১২ কিন্তু অসমীয়াৰ নিচিনা উড়িয়াতো আৰম্ভণিত থকা সংস্কৃতৰ য আৰু ৱ, জ আৰু ব ৰূপে উচ্চাৰিত হয়; যেনে, উড়িয়া জাই (যা'দ), কাম. জাই (যাই). মা. অ. গৈ। উড়িয়া বাঘ ব্যাঘ্ৰ, অস. বাঘ। অসমীয়াৰ নিচিনা উড়িয়াতো নিৰ্দিষ্টতাবাচক প্ৰত্যয়-টা,-টি আদিৰ প্ৰয়োগ আছে; যেনে, অসুৰ-টা (উড়িয়া), ওধুৰ-টু (কাম.), অসুৰ-টো (মা. অ.), দুই-টা (উড়িয়া), দুটা (অস.)

১৩ আনহাতে মান্য উড়িয়া আৰু তাৰ পশ্চিমৰ উপভাষাৰ মাজত কিছুমান পাৰ্থক্য দেখা যায়। সেইবোৰ কিন্তু আন আৰ্য-ভাষাৰ লগত মিলে। এই উপভাষাটোত সকলো শব্দ স্বৰান্ত নহয়। মূৰ্ধন্য লৰ ব্যৱহাৰ ইয়াত নাই আৰু তৎসম শব্দত মূৰ্ধন্য ণ দন্ত্য ন ৰূপে উচ্চাৰিত হয়। পশ্চিম উড়িয়া-উপভাষাৰ লগত কামৰূপী উপভাষাৰ কোনো কোনো ক্ষেত্ৰত সাদৃশ্য চকুত পৰে: (ক) (কামৰূপী আৰু মান্য অসমীয়াৰ দৰে) পশ্চিম উড়িয়াৰ উচ্চ স্বৰধ্বনি মান্য উড়িয়াত নিম্ন স্বৰধ্বনিলৈ ৰূপান্তৰিত হয়; যেনে, উদা (প. উড়িয়া), ওদা (মা. উ.); তু. তামুল (কাম). তামোল (মা. অ.)। (খ) অপিনিহিত স্বৰ-ই-ৰ প্ৰয়োগ: পানী (মা. উ.) >পাইন (প. উ.); তু. পানী-টোপা (মা. অ.)>পাইন টপা (কাম.)। (গ) পশ্চিম উড়িয়াত শব্দৰ মাজৰ অক্ষৰ লোপ হোৱা লক্ষণ আছে; যেনে, মাকড়সা (মা. উ.)>মাকড়া (প. উ.) মাকৃৰা (কাম.), মকৰা (মা. অ.)।

১৪ মাগধী গোষ্ঠীৰ একেবাৰে পশ্চিমৰ ভাষা হৈছে ভোজপুৰী। কামৰূপী উপভাষাৰ ভোজপুৰী ভাষাৰ সৈতে যথেষ্ট সাদৃশ্য আছে। অৱধী, মাৰাঠী

২ Tripathi, K. B. *The Evolution of Oriya Language and Script*

কোঙ্কনী, নেপালী আনকি পাঞ্জাবী ভাষাৰ লগতো কোনো কোনো ক্ষেত্ৰত কামৰূপীৰ মিল দেখা যায়। এনে ধৰণৰ মিলে অসমীয়া ভাষাৰ ভাৰতীয় আন আৰ্যভাষাৰ সৈতে সম্বন্ধ স্থাপন কৰে আৰু ইয়াৰ পৰা বুজিব পাৰি যে অসমীয়া ভাষাৰ প্ৰধান খুঁতিটো পশ্চিম ফালৰ পৰা বোৱা আৰ্যখুঁতি। গ্ৰিয়াৰ্ছনেও এই অভিমত দাঙি ধৰিছে ; "উত্তৰ বঙ্গ আৰু অসমৰ ভাষা বঙ্গৰ পৰা পোনপটীয়াভাৱে নহয়, পশ্চিমৰ পৰাহে পোৱা।" অৱশ্যে সময়ত আন খুঁতিও আহি প্ৰধান খুঁতিত মিলিছে হি। বিবিধ ভাষাৰ বিবিধ ৰূপৰ সংমিশ্ৰণ আৰ্য-ভাষাৰ কাৰণে একো নতুন কথা নহয়। প্ৰাচীন ভাৰতীয় আৰ্য-ভাষাৰ সময়ৰ পৰা মধ্য ভাৰতীয় আৰ্য-ভাষাৰ সময়তো এনে মিশ্ৰণ ঘটি আহিছে। চৰ্যাপদ আৰু শ্ৰীকৃষ্ণকীৰ্তৰ ভাষাৰ পৰা ইয়াক সহজে বুজিব পাৰি। সেইবোৰে বিবিধ ভাষা আৰু সংস্কৃতিসম্পন্ন লোকৰ সমিলমিলৰ কথা সোঁৱৰাই দিয়ে। অসমীয়া তথা ভাৰতীয় সংস্কৃতি হৈছে সমন্বয়ৰ সংস্কৃতি। ভাষা সংস্কৃতিৰ এটা উপাদান। ভাৰতৰ বিভিন্ন ভাষা আৰু উপভাষাৰ অধ্যয়নে সাংস্কৃতিক ঐক্যৰ সূত্ৰ দৃঢ় কৰি তোলে। এহাতে বৈচিত্ৰ্যৰ মাজত ঐক্য আৰু আনহাতে ঐক্যৰ মাজত বৈচিত্ৰ্য এইটোও আমাৰ ভাষা-সংস্কৃতিৰ মূল-কথা। কামৰূপী বা অসমীয়া ভাষাৰ পূৰ্ব ভাৰতৰ ভাষা-উপভাষাৰ সৈতে এপিনে যেনেকৈ সাদৃশ্য আছে আনপিনে ই তেনেকৈ কিছুমান স্বকীয়া বৈশিষ্ট্যও ৰক্ষা কৰিছে। এইটো অসমীয়া ভাষাৰ জন্ম কালৰে পৰা চলি আহিছে। সেয়েহে হিউয়েনচাঙে "কামৰূপৰ ভাষা মধ্য ভাৰতৰ ভাষাতকৈ অলপ বেলেগ" বুলি অভিমত দিছিল।

১৫ কামৰূপীৰ শব্দমালা নিৰীক্ষণ কৰিলে আন এটা কথা মনলৈ আহে। সেইটো হৈছে দৈনন্দিন ব্যৱহাৰ কৰা শব্দ কিছুমানৰ বিদেশী মূল। এনে ঘটনাই আন জাতি বা সংস্কৃতিৰ সৈতে অসমৰ যোগসূত্ৰৰ পৰিচয় স্পষ্ট কৰি তোলে। পাৰছী চিচা (বটল), চেঁহৰা (চেহেৰা), জান (জীৱন), দাগ, নোমুনা (নমুনা), পানা (কাপোৰৰ পুতল); আৰবী কায়দা (কৌশল), লিলিপ (গাৰুৰ বা লেপৰ), জিৰাত (গছ-গছনি), কচাল (কছল), বাব, মেদ, হদ (সীমা) আদি শব্দবোৰ এই সূত্ৰত মন কৰিবলগীয়া। এইবোৰে মোগলসকলৰ বহুবাৰ কামৰূপ আক্ৰমণ আৰু মোগলসকলৰ কিছুদিনৰ কাৰণে শাসন-ভাৰ-গ্ৰহণৰ চিহ্ন খুসৰীয়া কৰি ৰাখিছে। সেইদৰে

কামৰূপীত নেপালী ভাষাৰ শব্দ কিছুমানৰ সৈতে সাদৃশ্যৰ কথা আগত দেখুৱা হৈছে (পৰি· ৩)

১৬ উপভাষাৰ বিশ্লেষণ আৰু বিৱৰণে আন এটা ডাঙৰ কাম কৰিব পাৰে। কেইবাটাও উপভাষাৰ ভিতৰত যেতিয়া কোনো এটাই ৰাজনৈতিক, সামাজিক নাইবা সাংস্কৃতিক কাৰণত মৰ্যাদা পায় আৰু তাৰ মাধ্যমেৰে সাহিত্য আৰু সংস্কৃতিৰ প্ৰচাৰ কাৰ্য চলে তেতিয়া আন উপভাষাৰ তুলনাত মাত্ৰ উপভাষাটোক শুদ্ধ বুলি ধৰা হয়। স্বাভাৱিকতে ই এটা সুযোগ পাই উন্নত হোৱা অৱস্থাহে। তথাপি তেতিয়া আন উপভাষাৰ প্ৰয়োগবোৰ অলপ আচহুৱা যেন বোধ হয় আৰু সেইবোৰৰ প্ৰতি অলপ হেয় ভাব উৎপন্ন হয়। কিন্তু আন উপভাষাবোৰৰ প্ৰণালীবদ্ধ বিশ্লেষণ আৰু কাৰণবোৰ জানিব পাৰিলে তেনে মনোভাৱৰ বহুখিনি তীব্ৰতা হ্ৰাস পায়। অসমীয়া ভাষাৰ শিৱসাগৰ-অঞ্চলৰ উপভাষা-কোৱা লোকসকলৰ কাৰণে কামৰূপী উপভাষাৰ প্ৰয়োগবোৰ প্ৰথমতে কাণত বাজে। কিন্তু সেইবোৰ প্ৰত্যেকেই একোটা নিয়মবদ্ধ হৈহে হৈছে ; যেনে, সং· কুক্কুটক>কুক্‌ৰা ( কাম· ) > কুকুৰা ( মা· অ· )। ইয়াৰ কাৰণ হ'ল কামৰূপী উপভাষাত বলাঘাত শব্দৰ আদি অক্ষৰত পৰে আৰু তাৰ ফলত মধ্যবৰ্তী অক্ষৰ লোপ পাই স্বৰধ্বনিটো নিঃচিহ্ন হয়।

১৭ মান্যভাষাৰ কিছুমান শব্দৰ ঠাইত কামৰূপীত সম্পূৰ্ণ নতুন শব্দ একোটা শুনিলেও অলপ কিবা যেন লাগিব পাৰে। কিন্তু সেই শব্দবোৰৰ মূল ক'ত জানিলে মনৰ ভাৱৰ কিছু সলনি হয়। উদাহৰণ স্বৰূপে মান্য-ভাষাৰ কণীৰ ঠাইত কামৰূপীত ব্যৱহাৰ হোৱা ডিমা ( সং· ডিম্বক ), মুখ ধোৱাৰ ঠাইত অচা (সং· আ-চম্‌)· তিতাৰ ঠাইত ভিজা (সং· অভ্যঞ্জ, মাৰাঠী ভিজণে, হিন্দী ভিজ্‌না, বঙলা ভিজা), মৈদাৰ ঠাইত বোঠি ( সং· উপবিষ্ট, বঙলা বোঁটা ) আদি শব্দ উল্লেখ কৰিব পাৰি। শব্দৰ ব্যুৎপত্তিৰে এইদৰে নতুন শব্দৰ সন্ধান দিয়াৰ উপৰিও কামৰূপী উপভাষাৰ সাধাৰণ জ্ঞানৰ আন এটা আৱশ্যকতা আছে। প্ৰাচীন অসমীয়া সাহিত্যত কামৰূপী উপভাষাৰ শব্দ, ধ্বনিতত্ব আৰু ৰূপতত্বই কি অংশ গ্ৰহণ কৰিছে ওপৰত আলোচনা কৰা হৈছে।

১৮ ওপৰৰ আলোচনাৰ পৰা স্পষ্টভাৱে জনা গ'ল যে অসমীয়া ভাষাৰ ইতিহাসৰ লগত তাৰ উপভাষাবোৰৰ সম্যক বিৱৰণ অপৰিহাৰ্য-

ভাবে জড়িত। ঠিক তেনেদৰে জনজাতীয় ভাষা-উপভাষাবোৰৰ অধ্যয়নে অসমৰ সাংস্কৃতিক পুনৰগঠনত যথেষ্ট বৰঙণি যোগাবলৈ সমৰ্থ হ'ব। আটাইতকৈ মহত্বপূৰ্ণ কথা হৈছে ভাষা-উপভাষাৰ বৈজ্ঞানিক পৰিচয়ে বিভিন্ন ভাষা-ভাষীৰ আন্তৰিক মিলনৰ ভেটি সুদৃঢ় কৰা কথাটোহে। দেশৰ ঐক্য আৰু সমৃদ্ধিৰ বাবে ইয়াৰ মূল্য অসীম।

---

## (৮) উত্তৰ-বঙ্গ আৰু পশ্চিম-অসমৰ ভাষা

১ অসমীয়া ভাষাটোৰ প্ৰধান দুটা ভাগ—এটা পূব অঞ্চলৰ অসমীয়া বা উজনি-অঞ্চলৰ ভাষা আৰু আনটো পশ্চিম অঞ্চলৰ অসমীয়া বা নামনী অঞ্চলৰ ভাষা। নামনী অঞ্চলৰ ভাষাৰ আৰু দুটা ৰূপ—এটা গোৱালপাৰা জিলাত কোৱা গোৱালপৰীয়া উপভাষা আৰু আনটো কামৰূপ জিলাত কোৱা কামৰূপী উপভাষা।[১] গোৱালপৰীয়া উপভাষাৰ বিজ্ঞানসম্মত বিস্তৃত অধ্যয়ন হৈ উঠা নাই। অৱশ্যে ডঃ বীৰেন্দ্ৰনাথ দত্তই গোৱালপৰীয়া উপভাষা সম্পৰ্কে এটা বিজ্ঞানসম্মত চমু পৰিচয় দাঙি ধৰিছে।[২] তাত গোৱালপৰীয়া উপভাষাক দুটা প্ৰধান আঞ্চলিক ৰূপত ভাগ কৰা হৈছে। তাৰ এটা হ'ল পূব-অঞ্চলৰ ৰূপ। ইয়াৰ লগত কামৰূপী উপভাষাৰ বিশেষকৈ কামৰূপীৰ পশ্চিম-অঞ্চলৰ ৰূপৰ লগত বেছি সম্পৰ্ক ৰক্ষিত হৈছে। আনটো হ'ল গোৱালপৰীয়াৰ পশ্চিম আৰু দক্ষিণ-পশ্চিম-অঞ্চলৰ ৰূপ। গ্ৰিয়াৰ্ছনে এই ভাষাটোক ৰাজবংশী ভাষা বুলি কৈছে। ডঃ দত্তই গোৱালপাৰাৰ লোকসকলে এই ভাষাটোক 'দেশী কথা' নাইবা 'গোৱালপৰীয়া ভাষা' বুলিহে কয় বুলি উল্লেখ কৰিছে। শ্ৰীচাৰুচন্দ্ৰ সান্যালৰ উল্লেখ মতে "দাৰ্জিলিঙৰ শিলিগুৰি মহকুমা, অবিভক্ত জলপাইগুৰি, কোচবিহাৰ, অসমৰ গোৱালপাৰা আৰু উত্তৰ ৰংপুৰৰ উপভাষাটো বঙলাৰ এটা 'স্থানীয় উপভাষা'। গ্ৰিয়াৰ্ছনে ইয়াক 'ৰাজবংশী' উপভাষা বুলিছে। ডঃ সুনীতি কুমাৰ চট্টোপাধ্যায় আৰু ডঃ সুকুমাৰ সেনে ইয়াক 'উত্তৰ-পূব বঙলা-উপভাষা' বুলি অভিহিত কৰিছে। প্ৰকৃতপক্ষে ই ওপৰত উল্লিখিত অঞ্চলৰ গাঁৱলীয়া লোকসকলৰ কথিত ভাষা ( চলিত ভাষা )। এই কথিত ভাষাটোৰ মাজ কথিত বঙলা ভাষাৰ লগত বহু ক্ষেত্ৰত পাৰ্থক্য আছে।"[৩] আনপিনে অসমীয়া ভাষাৰ পশ্চিম অঞ্চলৰ কামৰূপী উপভাষাৰ লগত এই

---

১ কামৰূপী উপভাষাৰ বিস্তৃত বিৱৰণৰ বাবে দ্ৰষ্টব্য: লেখকৰ A Study on *Kamrupi a Dialect of Assamese* 1970

২ *The Assam Academy Review*, No I, 1971

৩ Sanyal, C. *The Rajbansis of North Bengal*, 1965 p.250

উপভাষাটোৰ 'বহুক্ষেত্ৰত' সাদৃশ্য ৰক্ষিত হৈছে। শ্ৰীসান্যালে উল্লেখ কৰা ৰাজবংশী উপভাষাৰ লগত কামৰূপী উপভাষাৰ ঘনিষ্ঠ সম্পৰ্কৰ বিষয়ে তলত আলোচনা দাঙি ধৰা হ'ল। প্ৰথমতে শব্দমালাৰ দৃষ্টিৰে চালে দুয়োটা উপভাষাত পোৱা সাদৃশ্যবোৰ এনে ধৰণে পোৱা যায়* :

| ৰাজবংশী উপভাষা | কামৰূপী উপভাষা |
|---|---|
| (ক) ঘৰ-দুৱাৰ আৰু আন বস্তু-বাহানি সম্পৰ্কীয় : | |
| আথা | আথা |
| আয়না | আইনা |
| আংটি | আউঙ্‌থি |
| কুলা | কুলা |
| খিৰ্‌কি | খিৰ্‌কি |
| খোন্তা | খন্তা |
| গাছা | গাচা |
| ঘৰ | ঘৰ |
| ঘোটি | ঘোতি |
| ঘোসি | ঘঁহি ( ৰামদিয়া অঞ্চল ) |
| চাল | চাল ( ঘৰৰ ) |
| ছিপ | চিপ |
| জাখোই | জাখা, জাখে |
| ডালা | দালা |
| ডেগ | দেগ |
| তোৰ্‌সি | তৰ্‌হি, তহ্‌ৰি |
| দৰ্‌জা | দৰ্‌জা>দজ্জা |
| দাও | দাউ |

* কামৰূপী উপভাষাৰ ৰূপবোৰ দেখুৱাওঁতে সাধাৰণ বাণন-পদ্ধতি এৰি কামৰূপীৰ বিশিষ্টধ্বনি অনুযায়ীহে দেখুৱা হৈছে। ৰাজবংশীৰ উদাহৰণবোৰত 'চ, ছ'ক তালব্য স্পৰ্শধ্বনি আৰু 'স'ক দন্ত্য উষ্মধ্বনিৰূপে শ্ৰীসান্যালে দেখুৱাইছে।

| রাজবংশী উপভাষা | কামরূপী উপভাষা |
|---|---|
| দুআর | দুআর |
| দুন | দুন |
| নোলোক | নলক |
| পিরা | পিরা |
| পোইলা | পাইলা |
| ফুল | ( নাক ) ফুল |
| বোটিদাও | বোখি |
| কআ | কআ |
| হাইসাল | হাঁইহাল |
| হাতা | হাতা, হাথা |
| হামোদিস্তা | হামুদিস্তা |

( খ ) ফল-মূল মছলা-পাতি সম্পর্কীয় :

| | |
|---|---|
| আদা | আদা |
| এ'লাচি | এ'লাচি |
| কঠোআল | কথাল |
| কলম | কলমদানি ( একবিধ ধান ) |
| খাব্‌রা | খব্‌রা ( একবিধ ধান ) |
| জিরা | জিরা |
| ভানকু | ভাঙ্‌খু |
| দালচিনি | দালচেনি |
| বাজি | বাজি |
| বে'ল | বে'ল |
| বোগারি | বৌগ্‌রি |
| বোরি | বরি ( একবিধ ধান ) |
| হাযুদু | হাযুখু |
| হোলদি | হালধি |

| ৰাজবংশী উপভাষা | কামৰূপী উপভাষা |
|---|---|

(গ) খেতি-বাতিৰ সা-সঁজুলি :

| | |
|---|---|
| কোদাল | কদাল |
| জোঙাল | জঙ্‌লি |
| জুআ | জুআ ( গৰুৰ গাড়ীৰ ) |
| ধুৰ | ধুৰা ( „ „ ) |
| নাঙল | নাঙাল, লাঙাল |
| ফাল | ফাল |
| মৈ | মৈ |

(ঘ) নামবাচক শব্দ :

| | |
|---|---|
| আগ্‌না | আঘ্‌না |
| আসাক | আঁহোক |
| চৈতা | চৈতা |
| জেঠিআ | জেউথা |
| দোমাসু | দমোহু |
| দেবাক | দে'বোক |
| পুসু | পুহা |
| ফাগু | ফাউগ্‌না |
| বাইসাগু | বৈহোগু |
| বুধু | বুদু, বুদা |
| মাঘু | মাঘু-আ>মাউঘা |
| মোঙ্‌লা, মোঙ্‌লু | মঙ্‌লা |
| বোবিবাৰ | বৈবা |
| সাৱনা | সাউনা |
| সোইনা | সোইনা |

(ঙ) সম্বন্ধবাচক শব্দ :

| | |
|---|---|
| আই | আই ( মা ) |
| আবো | আবু |

| রাজবংশী উপভাষা | কামরূপী উপভাষা |
|---|---|
| কাকা | কাকা |
| ঘর্‌নি | ঘন্নি, ঘৈন্নাক |
| জাঁঐ | জঁউএ, জাঁউএ |
| দে'ওর | দে'উর |
| ঢেম্‌না | ঢ'ম্‌না |
| বাই | বাই |
| বাপ | বাপাক |
| বে'টা | বে'তা |
| বেটি | বেতি |
| বোহিনি | বৈনি |
| বৈনজাঁঐ | বৈনজঁউএ, বৈনজাঁউএ |
| ভাই | ভাই |
| ভাতার | ভতার, ভাতার |
| মাইআ | মাইহ্‌নাক |
| মামা | মামা, মমা |
| মামী | মামী |
| সালপোইত | সালপোতি |

(চ) **বিবিধ বিষয়ক :**

| | |
|---|---|
| অঝা | অজা |
| আঠিআ কল | আইথা কল |
| আজি | আজি |
| আন্ধার | আন্ধার |
| ইন্দুর | ইন্দুর |
| কাক্‌রা | কাক্‌রা |
| কানা | কানা |
| কোচু | কোচু |
| কিস্‌মো, কিস্‌তো | কিচ্‌নো তু· কিন্তু< [illegible] |

| ৰাজবংশী উপভাষা | কামৰূপী উপভাষা |
| --- | --- |
| কোইনা | কোইনা |
| কিলকানি | কিলাকোনি |
| কামাৰ | কামাৰ, কমাৰ |
| কোক্ৰা | কক্ৰা |
| কিৰা | কিৰা ( শপত ) |
| কাপাল | কাপাল, কপাল |
| থায়া | থাইআঁ |
| গটায় | গতাই ( একেবাৰে ) |
| গোৰু | গোৰু |
| গাজা | গাজা ( গজালি ) |
| ঘৰা | ঘৰা |
| চৰক | চৰাগ ( বজ্ৰপাত ) |
| চেকোআৰ | চে’কৰ |
| চোখু | চোখু |
| চেঙ্ৰা | চে’ঙ্ৰা |
| √চিৰ্ | √চিৰ্ |
| চোপোৰ দিন | চপা ৰাতি |
| চুৰ্নি | চুৰ্নি>চুন্নি |
| ছাবন | চাবন |
| জোম্নি | জোম্নি |
| জোলপৈ | জলপে |
| তেত্লি | তে’ত্লি |
| তিৰি | তিৰি |
| তিন্টা | তিন্তা |
| তে | তে ( তেনেহ’লে ) |
| টিহা | তিঁআ ( এবিধ চৰাই ) |
| দাম্ৰা | দাম্ৰা |
| দিগ্লা | দিঘ্লা |
| হুমুৰ | ডুমোক |

| রাজবংশী উপভাষা | কামরূপী উপভাষা |
|---|---|
| ডাং | দাং ( মাৰি ) |
| ড়িমা | দিমা |
| ন্সুন | নুন |
| ন্যাউ | লাউ |
| পাছেৰা | পচ্‌ৰা, পাচ্‌ৰা |
| পন্থা ভাত | পন্তা ভাত |
| পাৰোআ | পাৰা, পাউৰা |
| পাটা | পাতা ( মৰাপাট ) |
| পিথিৰি | পিখিমি |
| পাপ্‌ৰা | পিপ্‌ৰা |
| পে’ত | পে’ত |
| বুৰা | বুৰা |
| বুৰি | বুৰি |
| বৰ | বৰ ( দৰা ) |
| বেঙ | বে’ঙ |
| বয়া | বইআ |
| বাও | বাউ |
| বাগা | বালা ( বালি ) |
| বোগুলা | বৌগ্‌লা |
| ভাতছোআ | ভাইচেনি ( অন্নপ্রাশন ) |
| √ভুৰ্‌কা | √ভুৰ্‌কা |
| √ভিজ্‌ | √ভিজ্‌ |
| ভুই | ভুঁই |
| ভোকভোকিআ | ভকভৈকা ( কথকী ) |
| মাকুনা বাস | মাকাল বাঁহ |
| মুখ √বে’স্থ | মুখ √মে’স্থ |
| মে’ঘ | মে’ঘ |
| মাকুৰা | মাকুৰা |
| লোহা | নহা |

| ৰাজবংশী উপভাষা | কামৰূপী উপভাষা |
|---|---|
| লে'ঙ্লে'ঙা | লে'ঙ্লেইঙা |
| লাঙ্টিআ | লাঙ্তা |
| সোনা | সনা |
| সোক | সোক |
| হান | হান |
| হাৰগিলা | হালগিল্লা |
| হোটত্কাৰ | হথাত্কাৰ |

২ ৰূপতত্ত্বৰ ফালৰ পৰা চালেও ৰাজবংশী আৰু কামৰূপী উপভাষাৰ মাজত যথেষ্ট মিল দেখা পোৱা যায়। উদাহৰণ স্বৰূপে স্ত্রীবাচক-ই,-নি প্রত্যয়; বহুবচনাত্মক—-গিলা প্রত্যয়, সর্বনামৰ ৰূপ কিছুমান, নির্দিষ্টতাবাচক প্রত্যয় খান; নাস্ত্যর্থক ৰূপাংশৰ ক্রিয়াৰ আগত ব্যৱহাৰ; তুমুনন্ত ইবাৰ প্রত্যয়; শব্দ-বিভক্তিৰ সংযোগত ব্যঞ্জনান্ত প্রকৃতিৰ তির্যক ওকাৰান্ত ৰূপ, শব্দ-বিভক্তি, পৰসর্গৰ ব্যৱহাৰ, বাক্যবিন্যাস, ক্রিয়া-বিভক্তি, প্রবাদ-বচন আদিৰ সাদৃশ্যলৈ আঙুলিয়াব পাৰি। তলত আটাইবোৰৰ চানেকি দাঙি ধৰা হ'ল:

| | ৰাজবংশী উপভাষা | কামৰূপী উপভাষা |
|---|---|---|
| (ক) | বুৰা, বুৰি, চোৰ, চুৰনি | বুৰা, বুৰি; চুৰ, চুৰ-নি>চুন্নি |
| (খ) | মান্সি, মানসি-গিলা | মাহ্নু, মাহ্নু-গিলা |
| (গ) | মুই, তুই, মোক, তোক, মোৰ, তোৰ, কাঁয়, হাম্ৰা | মঁই, মুই (বামদিয়া অঞ্চল), তঁই, তুই (বামদিয়া), মোক, তোক, মোৰ, তোৰ, কাই (পশ্চিম কাম.), হাম্ৰা (তু. মাই-হাম্ৰা) |

| | রাজবংশী উপভাষা | কামরূপী উপভাষা |
|---|---|---|
| (ঘ) | কুলা-খান, | কুলা-খান |
| (ঙ) | নাখাও, নাজানে, নাবুঝে | নাখাও, নাজ্‌নে, নুব্‌জে |
| (চ) | ফুল তুলিবার গে'লো | ফুল তুইল্‌বা গেলু ; ভাত খাবার হৈছি। |
| (ছ) | খাল, খালো-ত ; চাল, চালো-ত | খালো-ত, চালো-ত |
| (জ) | মো-ক, মো-র | মো-ক, মো-র |
| (ঝ) | পুবোক নাগিআ, মোর থাকি ছতো | পুবোক লেগি, পুবোক খেলি ; মোর থাকি>মোত্‌থাকি থাক |
| (ঞ) | পাকা না কাচ্চা ; গোকর চাবিটা ঠেঙ আছে ; গোকর ভালেগিলা নাম আছে। | পকা না কাচা ; গোকর চাইরখান খেং আছে ; গোকর ভালেগিলা নাউ আছে। |
| (ট) | মুই জাম, মুই গেইছু ; মুই গেইছিনু ; দিনু | মঁই জাম ; মঁই গেইছু, মঁই গেইচ্‌লু, গেলু গেনু (বামনিয়া)। |

(ঠ) উত্তোরে শুআ, দোখিনে ধুআ।
পুবে হাস, পোচ্চিমে বাস॥ (রাজবংশী)
পুবে হাঁহ, পোচ্চিমে বাঁহ।
উত্তরে শুআ, দোক্‌খিনে ধুআ॥ (কামরূপী)
আছে গোক না বয় হাল।
তার দুকো চিরোত্‌ কাল॥ (রাজবংশী)
আছে গোক নাবৈ হাল।
দুত কে নহই ভাল॥ (কামরূপী)
বাটাত পাইনু কামার।
দাও গবে দে হামার॥ (রাজবংশী)
বাতোত পালু কমার।
দাউ গবে দি আমার॥ (কামরূপী)
বোসিবার জানিলে বাটিআ পিরা।
খাইবার জানিলে চাউলিআ চুরা॥ (রাজবংশী)

বোইহ্‌বা জাইন্‌লি মাতিএ পিৰা।
থাবা জাইন্‌লি চাউলে চিৰা॥ ( কামৰূপী )

৩ ওপৰৰ আলোচনাত কামৰূপী উপভাষাৰ যিবোৰ ৰূপৰ উল্লেখ কৰা হৈছে সেইবোৰ প্ৰধানকৈ কামৰূপীৰ মধ্য অঞ্চলৰ ৰূপ। ঠায়ে ঠায়ে পশ্চিম অঞ্চলৰ ৰূপৰো উল্লেখ কৰা হৈছে। ৰাজবংশী উপভাষাত প্ৰাচীন অসমীয়াৰ ৰূপো সংৰক্ষিত হৈছে; যেনে, -গুলা, -গটা (তিনগটা), হতে (মানসি হতে), কোৰিআ, কোৰিল, ভিজিল, দিল, তোহোৰ, গিতাল, গিদাল, কোৰিলেক ইত্যাদি। তু কতো-গুলাক (ভট্টদেৱ), সাতগোটা কোব (ৰামসৰস্বতী), দুগুটি সন্ততি (হৰিহৰ বিপ্ৰ), তোহোৰ বোলত (মাধৱ কন্দলী), গীতাল (মনকৰ), ৰচিলেক (মনকৰ), স্বৰ্গ হন্তে নামিলেক (মনকৰ), কন্যাসৱে পাৰিল (মা. কন্দলী), বিশ্বকৰ্ম্মে জানিল (মনকৰ), জানকীক ৰক্ষা দিল (মা. কন্দলী), কাঙ্কে কৰিয়া দুৰ্গা বিৰচিলা কেশ (মনকৰ)। ৰাজবংশী উপভাষাত মাণ্ড অসমীয়াৰ ৰূপ কিছুমানো হুবহুৰূপে পোৱা যায়; যেনে, গোহালি, খুৰা, এ'ক, গছ, টিকা, নাৰিকল, গুআ ( গুৱা ) ইত্যাদি।

৪ এতিয়া দেখা গ'ল যে ৰাজবংশী উপভাষাৰ লগত কামৰূপী উপভাষাৰ অৰ্থাৎ পশ্চিম অঞ্চলৰ অসমীয়া ভাষাৰ অতি ওচৰৰ সম্পৰ্ক আছে। ইয়াত অৱশ্যে আচৰিত হ'বলগীয়া একো নাই, কাৰণ অসমীয়া ভাষাটো মূলতঃ মগধীয় ভাষা। মগধ-বিদেহ-অঞ্চলৰ পৰা আহি উত্তৰ বঙ্গৰ মাজেৰে আৰ্য-ভাষাই প্ৰাচীন কামৰূপত প্ৰৱেশ কৰে। হিউয়েনচাঙৰ বিৱৰণিয়ে তাৰ সাক্ষ্য প্ৰদান কৰিছে। ডঃ চট্টোপাধ্যায়ৰ মত অনুসৰি "বিহাৰ আৰু বঙ্গদেশৰ পৰা আৰ্য-ভাষাটোৱে গতি কৰি অসমত সোমায় আৰু তাত খৃষ্টীয় দশম শতিকা মানত বৰ্তমানৰ ভাষাটোৰ প্ৰায় সমৰূপত আৰ্য-অসমীয়া ভাষাৰূপে গঢ় লয়।"[৪] গ্ৰিয়াৰ্ছনৰ মন্তব্য অনুযায়ী মগধৰ পৰা মাগধী প্ৰাকৃতে গতি কৰি পূবৰ পিনে উত্তৰ বঙলাৰ পিছত অসমীয়াৰ ৰূপ লৈছে। প্ৰাচীন কালৰ পৰা কোচ-ৰাজত্বৰ শেষলৈকে ( সোতৰ শতিকা ) অসম কামৰূপ নামেৰে জনাজাত আছিল। প্ৰাচীন কামৰূপে কোচবিহাৰকে ধৰি সমগ্ৰ উত্তৰবঙ্গ আৰু বঙ্গদেশৰ ৰংপুৰ আৰু জলপাইগুৰি জিলাকো সামৰি

৪ *Aspects of the Heritage of Assam*, p. 3.

লৈছিল।[৫] কালিকা পুৰাণ আৰু যোগিনীতন্ত্ৰ অনুযায়ী কৰতোয়া নদী ইয়াৰ পশ্চিমৰ স্থায়ী সীমা আছিল। ডঃ চট্টোপাধ্যায়ে পূৰ্ব মাগধী প্ৰাকৃতক চাৰিটা উপভাষাত ভগাইছে। তাৰ ভিতৰত অসমীয়া ভাষা আৰু উত্তৰ-বঙ্গৰ উপভাষাবোৰক সাঙুৰি 'কামৰূপ উপভাষা'ও এটা। ডঃ কাকতিৰ ভাষাত ক'বলৈ হ'লে "উত্তৰবঙ্গ আৰু পশ্চিম অসমৰ কথিত ভাষাটো মূলতঃ একে আৰু ইয়াক এটা উপভাষাৰ গোট যেন লাগে"।

---

৫ *Aspects of Early Assamese Literature, p. 2.*

## ( ৯ ) লিপি-নির্ধাৰণৰ বৈজ্ঞানিক ভিত্তি

১ কোনো এটা ভাষাৰ লিপিৰ প্ৰশ্ন প্ৰধানকৈ তিনিটা ক্ষেত্ৰত উপস্থিত হয়: প্ৰথমতে, কোনো এটা ভাষা কথিত ৰূপত চলি থকাৰ পিছত সময়ত সেই ভাষাটোক লিখিত ৰূপ দিয়াৰ আৱশ্যকতা অনুভৱ কৰা হয়। দ্বিতীয়তে কোনো এটা ভাষাৰ এটা লেখন-পদ্ধতি বা লিপি থকা সত্বেও আন এটা সহায়কাৰী লিপিৰ প্ৰয়োজনে দেখা দিয়ে। ( মহাত্মা গান্ধীয়ে হিন্দুস্থানী ভাষাটোক দেৱনাগৰী আৰু আৰবী দুয়োটা লিপিতে লেখাৰ ব্যৱস্থা কৰিছিল )। তৃতীয়তে, 'কোনো এটা ভাষাৰ লেখন-পদ্ধতিয়ে সময়ত সংস্কাৰ কৰিবলগীয়া অৱস্থা পায় গৈ। লিপিৰ আৱশ্যকতা অনুভৱ কৰাৰ পিছত প্ৰশ্ন উঠে, ভাষাটো লেখোঁতে আমি কোনটো লেখন-পদ্ধতি অনুকৰণ কৰিম আৰু কোনবোৰ বৰ্ণমালা ব্যৱহাৰ কৰিম ? এইটো এটা জটিল সমস্যা। এই সমস্যা অকল অসমৰেই নহয়, সমগ্ৰ পৃথিৱী জুৰি এই সমস্যা আছে। ইয়াৰ সমাধানৰ বাবে ভাষা-বিজ্ঞানী আৰু চিন্তাশীল ব্যক্তিসকলে চিন্তা ভাবনাও কৰিছে।

২ কোনো এটা ভাষাৰ লিপিৰ প্ৰশ্ন দুটা দৃষ্টি-ভঙ্গীৰে চাবলগীয়া হয়। তাৰে এটা হৈছে বৈজ্ঞানিক দৃষ্টিভঙ্গী আৰু আনটো হৈছে সামাজিক দৃষ্টি-ভঙ্গী। বৈজ্ঞানিক দৃষ্টি-ভঙ্গীৰে চালে কোনো এটা ভাষাৰ বৰ্ণমালা সেই ভাষাটোৰ বিশিষ্টধ্বনিবোৰৰ প্ৰতীক হোৱা বাঞ্ছনীয়। অৰ্থাৎ— প্ৰত্যেকটো বৰ্ণই বা আখৰে ভাষাটোৰ একোটা বিশিষ্টধ্বনিৰ প্ৰতিনিধিত্ব কৰিব লাগে। "Ideally, an alphabetic system should have a one-to-one correspondence between phonemes and graphemes. That is, each grapheme would represent one phoneme and each phoneme would be represented by one grapheme" —H. A. Gleason, Jr. An Introduction to Descriptive Linguistics : Writing System. অকল কথিত ৰূপত থকা ভাষাবোৰৰ ক্ষেত্ৰত সেই সেই ভাষাৰ বৈজ্ঞানিক বিশ্লেষণৰ জৰিয়তে বিশিষ্টধ্বনিবোৰৰ বিৱৰণৰ সহায়ত অৱলম্বন কৰা সৰল লিপি-উদ্ভাৱন-

প্ৰথা ভাষাৰ লেখন-পদ্ধতিৰ ক্ষেত্ৰত ভাষা-বিজ্ঞানীসকলৰ আটাইতকৈ উল্লেখযোগ্য ৰৰঙণি ; কাৰণ ইয়াৰ দ্বাৰা ভাষা এটাৰ বৰ্ণমালা আয়ত্ত কৰোঁতে প্ৰতিজন ল'ৰা-ছোৱালীয়ে 'বছৰৰ উপৰি বছৰ এনেয়ে কটাবলগীয়া নহয়।' কোনো এটা ভাষাৰ প্ৰতিটো বিশিষ্টধ্বনিক একোটা সুকীয়া বৰ্ণৰ দ্বাৰা বুজাবলৈ ল'লে ভাষাটো লেখোঁতে সচৰাচৰ দেখা দিয়া উচ্চাৰণ আৰু বাণন বা আখৰ-জেঁাটনিৰ মাজত বিভ্ৰাটৰ সৃষ্টি নোহোৱা হয়। মানুহে যি ধৰণে উচ্চাৰণ কৰে সেই ধৰণে লেখিব পৰা হয়। গতিকে কোনো এটা ভাষাৰ লিপি নিৰ্ধাৰণ কৰিবলৈ হ'লে ভাষাটোৰ প্ৰথমতে ভাষা-বৈজ্ঞানিক বিশ্লেষণৰ দ্বাৰা বিশিষ্টধ্বনিবোৰ উলিয়াই সেইবোৰক বুজাবলৈ প্ৰতিটো বিশিষ্টধ্বনি অনুযায়ী একোটা বৰ্ণ ব্যৱহাৰ কৰিব লাগিব। এই বৰ্ণ ব্যৱহাৰ কৰোঁতে আন কেইটামান কথা'ৰ প্ৰতিও লক্ষ্য ৰখাটো দৰকাৰ। প্ৰথম কথা—বৰ্ণ বা আখৰবোৰ যাতে সহজতে লেখিব পাৰি আৰু ছপোৱাৰ ক্ষেত্ৰতো সহজে পোৱা বিধৰ হয়। একে শাৰীতে লেখিব বা ছপাব পৰা বৰ্ণহে উপযুক্ত। কোনো বিশিষ্টধ্বনি বুজাবলৈ বৰ্ণবোৰৰ ওপৰত বৈশিষ্ট্যসূচক চিহ্নৰ ব্যৱহাৰ নকৰিব পাৰিলে ভাল।

৩ সামাজিক দৃষ্টিভঙ্গীৰে কোনো এটা ভাষাৰ লিপিৰ প্ৰশ্নটো চোৱা বুলিলে প্ৰথমতে ভাষাটোৰ মৰ্যাদা কেনেকুৱা চোৱাটো দৰকাৰ। ভাষাটো মাতৃভাষা নে ৰাজ্যভাষা নে, ৰাষ্ট্ৰভাষা নে দ্বিতীয় ভাষা। সেই ভাষা-ভাষীসকল দোভাষী নে কি ? সেই ভাষাটোৰ আন স্থানীয় ৰূপ বা উপভাষা আদি আছে নে নাই ? সেই ভাষা-কোৱা লোকসকলৰ ব্যাপাৰিক ভাষা কি ? তেওঁলোকৰ ভাষা আৰু ব্যাপাৰিক ভাষাৰ মাজত যদি ধ্বনিগত সামঞ্জস্য আছে তেনেহ'লে দুয়োটা ভাষাৰ ধ্বনি-প্ৰতীকবোৰ একে হোৱা বাঞ্ছনীয়। তেতিয়া হ'লে যিবোৰে এক শ্ৰেণী ধ্বনি-প্ৰতীক পঢ়িবলৈ শিকিছে তেওঁলোকে একে বা একে ধৰণৰ ধ্বনি-প্ৰতীকবোৰ নতুনকৈ শিকিবলৈ বাধ্য নহ'ব। কোনো এটা ভাষাৰ বৰ্ণমালা নিৰ্বাচন কৰোঁতে এক বিস্তৃত অঞ্চলক সামৰি ল'ব পৰা হ'ব লাগে। তেতিয়া হ'লে ভাষাটোৰ আঞ্চলিক বিশিষ্টধ্বনিবোৰকো প্ৰতিনিধিত্ব কৰাব পৰা যাব। তদুপৰি "কোনো ঠাইত কেইবাটাও ভাষা থাকিলে সেইবোৰক যিমান দূৰ সম্ভৱ একে ৰূপত লেখিব পাৰিলে সুবিধা হয়। সম্ভৱ হ'লে কোনো এটা স্থানীয় ভাষাৰ লেখন-পদ্ধতি সেই ভাষাৰ ওপৰত থকা আন মাতৃভাষা, অথচ পাৰস্পৰিক

যোগাযোগৰ ভাষা, ৰাজ্যভাষা বা ৰাষ্ট্ৰভাষাৰ লগত মিলা ধৰণৰ হোৱা উচিত।" (If possible, the writing of a local language should agree with that of the regional, national or official language, so as to facilitate transition from one to the other.—Fishman, J. A. Readings in the Sociology of Language: The Report of the UNESCO Meeting of Specialists, 1951). আৰৌ, "প্ৰত্যেক ভাষাক তাৰ ওচৰে-পাজৰে থকা সাংস্কৃতিক পৰম্পৰা আৰু ব্যাপাৰিক ভাষাৰ দৃষ্টিকোণৰ পৰা বিচাৰ কৰিব লাগে। ভাষাটোৰ ধ্বনি-পদ্ধতি আৰু আন ভাষাৰ লগত তাৰ সম্বন্ধ এই দুয়োপিনৰ পৰা চাই-চিতিহে উপযুক্ত বৰ্ণমালা নিৰ্ধাৰণ কৰিব পাৰি।" (Each language as a whole must be considered in relation to the cultural traditions surrounding it and the trade language of the area. An adequate alphabet can only be prepared in the light of the facts about its internal system of sounds and its external relationships to the community—Pike, K. L. Phonemics The formation of Practical Alphabets.)

৪ ওপৰৰ আলোচনাখিনি তত্ত্বীয় আলোচনা। এই আলোচনাৰ পৰা আমি ব্যৱহাৰিক দিশত আগ বাঢ়িব লাগিব। অসমৰ জনজাতীয় ভাষা-গোষ্ঠীৰ ভাষাবোৰ প্ৰধানকৈ তিব্বত-বৰ্মীয় শাখা-পৰিয়ালৰ ভাষা। এই ভাষাবোৰৰ কিছুমান কথিত ৰূপত আছে। কিছুমানৰ মিছনেৰি-সকলে ৰোমান লিপিৰ আশ্ৰয়ত কিছুমান প্ৰাথমিক পুথি ৰচনা কৰিছে; কিছুমানক অসমীয়া লিপিত লেখা হৈছে আৰু কিছুমানৰ ক্ষেত্ৰত অসমীয়া আৰু ৰোমান দুয়োটা লিপিতে লেখাৰ নিদৰ্শন আছে; কিন্তু কোনো ক্ষেত্ৰতে হ'লে বৈজ্ঞানিক পদ্ধতি অৱলম্বন কৰি আগ বঢ়া হোৱা নাই। কিছুমান ভাষা-ভাষীলোকে অকল ৰোমান লিপিৰ কথাহে চিন্তা কৰিছে। এই ক্ষেত্ৰত ভাৱাবেগো যথেষ্ট বৃদ্ধি পাইছে; কিন্তু তাকে নকৰি বৈজ্ঞানিক আৰু সামাজিক দৃষ্টিভঙ্গীৰে আগ বঢ়াহে যুক্তিসংগত। প্ৰথমতে অসমৰ জনজাতীয় ভাষা-গোষ্ঠীৰ প্ৰাথমিক ভাষা-বৈজ্ঞানিক বিশ্লেষণৰ দ্বাৰা ধ্বনি-বোৰ নিৰ্ণয় কৰিব লাগে। তাৰ পিছত সেইবোৰক সেই ভাষা-গোষ্ঠীৰ

চাৰিওফালে থকা সাংস্কৃতিক পৰম্পৰাযুক্ত ব্যাপাৰিক আৰু ৰাজ্যভাষা অসমীয়া ভাষাৰ অসমীয়া লিপিৰ দ্বাৰা কিমানখিনি প্ৰতিনিধিত্ব কৰাব পাৰি চাব লাগে। দুই-এঠাইত দৰকাৰ হ'লে অসমীয়া লিপিক সামান্য সংস্কাৰ কৰি ব্যৱহাৰ কৰিব পৰা হ'ব।

৫ অসমৰ জনজাতীয় ভাষা-গোষ্ঠীৰ লোকসকল প্ৰধানকৈ দোভাষী। অসমীয়া ভাষা তেওঁলোকৰ দ্বিতীয় ভাষা। অসমীয়া ভাষাৰ ধ্বনিতত্ত্ব তিব্বত-বৰ্মীয় ভাষাৰ যথেষ্ট বৰঙণি আছে আৰু সেইবোৰে অসমীয়া ভাষাৰ ৰূপটোকে স্বকীয়া কৰি পেলাইছে। সংস্কৃতৰ দন্ত্য আৰু মূৰ্ধন্য ধ্বনিৰ ঠাইত অসমীয়াত দন্তমূলীয় ধ্বনিহে উচ্চাৰিত হয়। সংস্কৃতৰ তালব্য ধ্বনিও অসমীয়াত দন্তমূলীয় ধ্বনিত পৰিণত হৈছে। সংস্কৃতৰ অসংযুক্ত উষ্মধ্বনিৰ 'স' ৰূপে উচ্চাৰণ হয়। অসমীয়া ভাষাৰ এই বৈশিষ্ট্যবোৰৰ গুৰিত তিব্বত-বৰ্মীয় ভাষাৰ প্ৰভাৱৰ কথা ভাষা-বিজ্ঞানীসকলে স্বীকাৰ কৰিছে। "অসমীয়া ভাষাত দ্ৰাবিড়ীয় ভাষাৰ মূৰ্ধন্য ধ্বনিৰ উচ্চাৰণত বাধা প্ৰদান কৰা প্ৰভাৱৰ ভিতৰত তিব্বত-বৰ্মীয় প্ৰভাৱ আছে।"—গ্ৰিয়াৰ্ছন। গতিকে ধ্বনিগত সামঞ্জস্য থকা ধ্বনি-প্ৰতীকবোৰ অসমীয়া আৰু জনজাতীয় ভাষা-গোষ্ঠীৰ একে হোৱা বাঞ্ছনীয়।

৬ অসমৰ জনজাতীয় ভাষা-গোষ্ঠীৰ ভাষাবোৰৰ প্ৰায় ভাগতে নাসিক্য ধ্বনি ন, ম, ঙ, ঞ আদি আছে। অনুনাসিকতাও এই ভাষাবোৰৰ বিশিষ্ট ধ্বনি। তাক বুজাবলৈ অসমীয়াত ঁ বিন্দুৰ ব্যৱহাৰ আছে। ঙ, ঞ আদি বুজাবলৈ ৰোমান লিপিত সুবিধা নাই। এই ভাষাবোৰৰ কিছুমান স্বকীয়া স্বৰধ্বনি আছে। প্ৰধানকৈ সেইবোৰ কেন্দ্ৰীয় স্বৰ নাইবা পশ্চ প্ৰসৃত স্বৰ। সেইবোৰক বুজাবলৈ ৰোমান লিপিত কোনো ব্যৱস্থা নাই। আনপিনে অসমৰ জনজাতীয় ভাষা-গোষ্ঠীৰ ভাষাবোৰৰ বেছিভাগ সুৰযুক্ত ভাষা। কিছুমানত আকৌ স্বৰৰ দৈৰ্ঘ্য বিশিষ্টধ্বনি। ৰোমান লিপিত সুৰ আৰু স্বৰৰ দৈৰ্ঘ্য বুজোৱা ব্যৱস্থাও নাই। অসমীয়াত হ'লে দীৰ্ঘ স্বৰ লেখাৰ ব্যৱস্থা আছে। যিবোৰ ভাষাত স্বৰৰ দৈৰ্ঘ্য বিশিষ্টধ্বনি নহয়; কিন্তু সুৰহে বিশিষ্টধ্বনি আৰু সেই সুৰ যদি দুটাতকৈ অধিক নহয় তেনেহ'লে তাৰ এটাৰ বাবে হ্ৰস্ব স্বৰ ব্যৱহাৰ কৰি বাকীটো দীৰ্ঘ স্বৰেৰে বুজাব পাৰি। অসমীয়াত অনেক সংযুক্ত ব্যঞ্জনধ্বনিৰ প্ৰতীক আছে। সুবিধা অনুযায়ী সেইবোৰ ব্যৱহাৰ কৰিব পাৰি। গতিকে বৈজ্ঞানিক দৃষ্টিভংগীৰে চালে অসমৰ

জনজাতীয় ভাষা-গোষ্ঠীৰ লিপি ৰোমান হোৱাৰ যুক্তিযুক্ততা দেখা নাযায়। ৰোমান লিপি আনকি ইংৰাজী ভাষা লেখিবৰ কাৰণেও বৈজ্ঞানিক দৃষ্টি-কোণৰ পৰা সম্পূৰ্ণৰূপে উপযুক্ত নহয়। ইংৰাজী ভাষাত বিশিষ্ট স্বৰ আৰু ব্যঞ্জনধ্বনি কেতবোৰক ৰোমান লিপিৰে প্ৰতিনিধিত্ব কৰাব নোৱাৰি।

৭ সামাজিক দৃষ্টিকোণৰ পৰা চাবলৈ গ'লে অসমৰ জনজাতীয় ভাষা-গোষ্ঠীৰ ভাষাৰ লিপি অসমীয়াৰ বাহিৰে আন একোৱে হোৱাৰ থল নাই। অসমৰ জনজাতীয় ভাষা-গোষ্ঠীৰ ভাষা-কোৱা লোকসকল অসমীয়া-ভাষী লোকসকলৰ লগতে প্ৰাগ্‌ঐতিহাসিক যুগৰ পৰা বসবাস কৰি আহিছে। অসমীয়া ভাষাই ব্যাপাৰিক ভাষা, আনকি অসমীয়া ভাষাই তেওঁলোকৰ ভিতৰতে বিভিন্ন ভাষীসকলৰ মাজৰ পাৰস্পৰিক যোগাযোগৰ ভাষা। অসমীয়া ভাষাটোৱে বৰাহী, কছাৰী, কমতা, কোচ, আহোম আদি ৰজাসকলৰ পৃষ্ঠপোষকতাত বিকশিত আৰু পৰিপুষ্ট হৈ বিভিন্ন যুগত অসমৰ ৰাজ্যিক ভাষাৰ স্থান অধিকাৰ কৰি আহিছে। অসমৰ-জনজাতীয় ভাষা-গোষ্ঠীৰ লিপিৰ ক্ষেত্ৰত অসমীয়া ভাষাৰ প্ৰকৃত স্থিতিৰ কথা চিন্তা কৰিবই লাগিব। সুখৰ কথা, উঠি অহা দুই-চাৰিজন শিক্ষিত-লোকে এই বিষয়ে চিন্তা কৰা দেখা গৈছে। এই ক্ষেত্ৰত 'মিচিং ভাষাৰ লিপি'ত শ্ৰীনাহেন্দ্ৰ পাদুনে কৰা মন্তব্যটো উল্লেখযোগ্য। তেওঁ লেখিছে: "মিচিংসকলৰ বেছিভাগেই অসমীয়া ভাষা ক'ব পাৰে আৰু অসমীয়া মাধ্যমেৰে শিক্ষা লাভ কৰিছে। গতিকে শিক্ষিতসকলৰ মাজত কম-বেছি পৰিমাণে অসমীয়া বৰ্ণ লিপিৰ লগত পৰিচয় আছে বুলি ধৰি ল'ব পাৰি। সেয়েহে অসমীয়া লিপিৰে মিচিং ভাষাতো প্ৰকাশৰ প্ৰচেষ্টা এটা কৰিলে সৰ্বসাধাৰণৰ ফালৰ পৰা জনপ্ৰিয়তা আৰু আগ্ৰহৰ অভাৱ নহ'ব যেন লাগে।" শ্ৰীবিভীষণ পেগুৱে 'মিচিং আদি পাঠ'ত লেখিছে: "মিচিং ভাষাৰ লিপি নাই। অসমীয়া ভাষাৰ লিপিকে বঢ়া-টুটা কৰি লৈ মিচিং ভাষাৰ লিপি হিচাপে লৈ এই পাঠ্যপুথি যুগুত কৰিলোঁ। অন্য ভাষাৰ লিপিকো ল'ব পৰা হয়; কিন্তু অসমীয়া ভাষাৰ লিপি আৰু আমাৰ ঘনিষ্ঠতা বেছি হোৱাৰ কাৰণে এই লিপি লোৱা হ'ল।" এইবোৰ উক্তি অকল মিচিঙৰ ক্ষেত্ৰতে নহয়, সকলো জনজাতীয় ভাষা-গোষ্ঠীৰ ভাষাৰ ক্ষেত্ৰত প্ৰযোজ্য। মিকিৰ (কাৰ্বী), দেউৰী-চুতীয়া আৰু বড়ো-কছাৰী ভাষাতো অসমীয়া লিপি প্ৰয়োগ কৰি চোৱা হৈছে।

৮ এটা সুস্থ পৰিৱেশ আৰু আগ্ৰহ হ'লে অসমৰ জনজাতীয় ভাষা-গোষ্ঠীৰ ভাষাবোৰৰ লিপি অসমীয়া হোৱাত কোনো ধৰণৰ বাধা নাই আৰু ইয়াত আপত্তিৰো কোনো অৱকাশ নাই। অসমৰ জনজাতীয় ভাষা-গোষ্ঠীৰ ভাষাবোৰৰ লিপি নিৰ্ধাৰণৰ বাবে এইকেইটা কথাৰহে বিশেষ আৱশ্যক : ভাষাবোৰৰ ভাষা-বৈজ্ঞানিক বিশ্লেষণ, অসমৰ সামাজিক জীৱনৰ বাস্তৱ ৰূপৰ স্বীকৃতি, সহনশীল মনোভাৱ আৰু দূৰদৰ্শিতা।

# ভাষা-বৈজ্ঞানিক পরিভাষা

## A

| | |
|---|---|
| abbreviation | সংক্ষিপ্তরূপ |
| ablative case | অপাদান কারক |
| ablative, post-position of | অপাদানীয় পরসর্গ, অপাদানীয় কারক-চিহ্ন |
| ablaut | অপশ্রুতি |
| ablaut, qualitative | গুণাত্মক অপশ্রুতি |
| ablaut, quantitative | মাত্রিক অপশ্রুতি |
| aboriginal | আদিম |
| abridged | সংক্ষিপ্ত |
| abrupt | আকস্মিক |
| absolute | নিরপেক্ষ, পূর্ণ |
| absolute case | নিরপেক্ষ কারক |
| absolute form | নিরপেক্ষ রূপ, পূর্ণরূপ |
| absolutely | পূর্ণতঃ |
| abstract | অমূর্ত |
| abstract idea | অমূর্ত ভাব |
| abstract noun | ভাববাচক বিশেষ্য |
| accent | আঘাত |
| accent, high pitch | উদাত্ত স্বরাঘাত |
| accent, level pitch | স্বরিত স্বরাঘাত |
| accent, low pitch | অনুদাত্ত স্বরাঘাত |
| accent, pitch | স্বরাঘাত |
| accent, stress | বলাঘাত |

| | |
|---|---|
| accented | বলাঘাতযুক্ত |
| accentless | বলাঘাতশূন্য |
| accurate | সঠিক |
| accusative | কর্ম |
| accusative case | কর্মকারক, দ্বিতীয়া বিভক্তি |
| acoustic | শ্রাবণিক |
| acousticist | শ্রাবণিক ধ্বনিবিদ |
| acoustics | শ্রুতিবিজ্ঞান |
| action | ক্রিয়া |
| action, noun | ক্রিয়াসূচক বিশেষ্য |
| active | কর্তৃবাচী |
| active case | কর্তৃকারক, কর্তাকারক |
| active form | কর্তৃবাচক রূপ |
| active language | জীবন্ত ভাষা |
| active use | কর্তরি প্রয়োগ |
| active voice | কর্তৃবাচ্য |
| actual | যথার্থ |
| adam's apple | কণ্ঠনালী |
| addition | যোগ |
| additional | অতিরিক্ত |
| adjective | বিশেষণ |
| adjectival | বিশেষণাত্মক |
| adjacent | নিকটস্থ, ওতপ্রোতভাবে থাকা |
| adjunct | অনুবন্ধ, গুণবাচক শব্দ |
| advent | আগম |
| adverb | ক্রিয়াবিশেষণ |
| adverbial | ক্রিয়াবিশেষণাত্মক |
| adverb of manner | রীতিবাচক ক্রি. বিশেষণ |
| adverb of place | স্থানবাচক ক্রি. বিশেষণ |
| adverb of quantity | পরিমাণবাচক ক্রি. বিশেষণ |

| | |
|---|---|
| adverb of time | কালবাচক ক্রি. বিশেষণ |
| affinity | সমীপতা, অনুরূপতা |
| affirmative | স্বীকারাত্মক, সম্মোদনাত্মক |
| affix | প্রত্যয় |
| affricate | ঘৃষ্ট |
| affrication | সংঘর্ষণ |
| after sound | পশ্চধ্বনি, পর-ধ্বনি |
| agent | কর্তা |
| agential case | কর্তৃকারক |
| agent noun | কর্তৃবিশেষ্য |
| agglutinated | অভিশ্লিষ্ট |
| agglutination | যোজন, অভিশ্লেষণ |
| agglutinative | যোগাত্মক |
| agglutinating | যোগাত্মক, অশ্লিষ্ট |
| agglutinating, prefix | পূর্ব-যোগাত্মক |
| agglutinating, suffix | অন্ত-যোগাত্মক |
| agglutinating. prefix-suffix | পূর্বান্ত-যোগাত্মক |
| agglutinating, infix | মধ্য-যোগাত্মক |
| agreement | অন্বয় |
| air current | শ্বাস-প্রবাহ |
| air passage | শ্বাস-মার্গ |
| akkadian | অক্কাদীয় |
| albanian | আলবেনীয় |
| allomorph | সংরূপ |
| allophone | সংধ্বনি |
| allotone | সংতান |
| alphabet | বর্ণমালা |
| alphabetic sound | বর্ণধ্বনি |
| alphabetic writing | বর্ণলিপি |
| alphabetical | বর্ণাত্মক, বর্ণানুক্রমিক |

| | |
|---|---|
| alteration | পরিবর্তন |
| alteration of meaning | অর্থ-পরিবর্তন |
| alternant | প্রত্যাবর্তী |
| alternative | বিকল্প |
| alveola | দন্তমূল |
| alveolar | দন্তমূলীয় |
| alveo-palatal | দন্তমূলীয় তালব্য |
| amalgamating | সংমিশ্রণাত্মক |
| ambiguous | সন্দিগ্ধ |
| american/american- ndian language | আমেরিকা-পরিবার |
| analogical | সাদৃশ্যমূলক |
| analogic | সাদৃশ্যাত্মক |
| analogous | সদৃশ |
| analogue | তুল্য শব্দ |
| analogy | সাদৃশ্য |
| analysis | বিশ্লেষণ |
| analytic | বিয়োগাত্মক |
| analytical | বিশ্লেষণাত্মক |
| anaptyxis | স্বরভক্তি, বিপ্রকর্ষ |
| anaptyxis, consonantal | ব্যঞ্জনভক্তি, ব্যঞ্জনাগম |
| animate | চেতন, সজীব |
| antecedent | পূর্বগামী |
| antepenult | উপান্ত্যপূর্ব |
| antepenultimate | উপান্ত্যপূর্ব |
| anterior | পূর্ববর্তী |
| aorist | সামান্য ভূত, লুঙ লকার |
| aperture | রন্ধ্র, ছিদ্র |
| apheresis | আদি লোপ |
| aphesis | আদি লোপ |

| | |
|---|---|
| apex | আগ |
| apical | জিহ্বাগ্রবর্তী |
| apocope | অন্ত্যলোপ |
| apodosis | পরিণামী উপবাক্য |
| apothesis | অন্ত্যস্বর লোপ |
| apparatus | যন্ত্র, সঁজুলি |
| application | প্রয়োগ |
| applied | প্রায়োগিক |
| arabic | আরবী |
| arbitrary | যাদৃচ্ছিক |
| arbitrary vocal symbol | যাদৃচ্ছিক ধ্বনি-প্রতীক |
| archaic | অপ্রচলিত |
| area | ক্ষেত্র |
| areal | ক্ষেত্রীয় |
| argot | গুপ্তভাষা |
| armenian | আর্মেনীয় |
| arrangement | ব্যবস্থা |
| article | উপপদ |
| articulate | ব্যক্ত |
| articulated | উচ্চারিত |
| articulation | উচ্চারণ |
| articulation, place of | উচ্চারণস্থান |
| articulator | করণ |
| articulatory | উচ্চারণগত |
| artificial | কৃত্রিম |
| aspect | দিশ |
| aspirate | মহাপ্রাণ |
| aspirated | মহাপ্রাণযুক্ত, মহাপ্রাণীকৃত |
| aspiration | মহাপ্রাণত্ব, মহাপ্রাণীভবন, মহাপ্রাণীকরণ |

| | |
|---|---|
| aspirating | মহাপ্রাণীকরণ |
| assertive | দৃঢ়তাবোধক |
| assibilation | উষ্মীকরণ, উষ্মীভবন, |
| assimilation | সমীভবন |
| assimilation, vowel | স্বর সমীভবন |
| assimilation, consonantal | ব্যঞ্জন সমীভবন |
| association | সংসর্গ, সম্বা |
| association, phonetic | ধ্বনিসম্বা |
| asterisk | ভাবকচিহ্ন |
| asyllabic | অনাক্ষরিক |
| athematic | অবিকরণ |
| atlas | মানচিত্র |
| attribute | গুণ |
| attributive | গুণবাচক |
| athabascan | অথবস্কী |
| auditory | শ্রৌত |
| augment | আগম |
| austronesian | অস্ট্রোনেছীয় |
| auxiliary | সহায়ক |
| average | গড় |

**B**

| | |
|---|---|
| back | পশ্চ |
| back formation | পশ্চ গঠন |
| back of the tongue | জিহ্বাপশ্চ, জিভার পাছ ভাগ |
| back vowel | পশ্চ স্বর |
| back open vowel | পশ্চ-বিবৃত স্বর |
| balinese | বালিদ্বীপীয় |
| balto-slavic | বাল্টো-স্লাবীয় |
| base | প্রাতিপদিক, প্রকৃতি |
| base of inflection | প্রাতিপদিক, প্রকৃতি |

| | |
|---|---|
| basic | মূল, মৌলিক |
| basic language | মূলভাষা |
| basic principle | মূলতত্ত্ব |
| basis | ভিত্তি |
| bhotia | ভোটীয় |
| bibliography | গ্ৰন্থপঞ্জী |
| bilabial | দ্ব্যোষ্ঠ্য |
| bilabio-dental | দ্ব্যোষ্ঠদন্ত্য |
| bilateral | দ্বিপাৰ্শ্ব |
| bilingual | দোভাষী |
| bilingualism | দ্বিভাষিতা |
| binary | দ্বিপক্ষী |
| biolinguistics | জৈৱিক ভাষা-বিজ্ঞান |
| blade | ফলক |
| blade of the tongue | জিহ্বাফলক |
| blend | মিশ্ৰ |
| blending | মিশ্ৰণ |
| borrowed | ধাৰকৰা |
| borrowing | ধাৰ |
| bound | বদ্ধ, যুক্ত |
| boundary | সীমা |
| boundary, dialect | উপভাষাৰ সীমা |
| boundary language | সীমান্ত ভাষা |
| bow-bow theory | ধ্বন্যনুকৰণবাদ |
| bracket | কোষ্ঠক |
| bracket, round | গোল কোষ্ঠক |
| bracket, square | বৃহৎ কোষ্ঠক |
| branch | শাখা |
| breath | শ্বাস |
| breath force | শ্বাসশক্তি |

| | |
|---|---|
| breath in | শ্বাস |
| breath out | প্রশ্বাস |
| breathed | অঘোষ |
| broad | আয়ত, স্থূল |
| buccal | মুখ সম্বন্ধীয় |
| buccal cavity | মুখবিবর |
| building language | রচনাত্মক ভাষা |
| bulgarian | বুলগেরীয় |

## C

| | |
|---|---|
| cacuminal | মূর্ধন্য |
| cadence | লয় |
| cant | গুপ্তভাষা |
| cardinal | মান |
| cardinal vowel | মানস্বর |
| case | কারক |
| case-ending | শব্দ-বিভক্তি |
| case form | কারক-রূপ |
| caste | বর্ণ |
| caste language | বর্ণভাষা |
| catch | স্পর্শ |
| category | শ্রেণী |
| causal | পাঁচনী, ণিজন্ত |
| causative | পাঁচনী, ণিজন্ত |
| causative root | পাঁচনী ধাতু |
| cavity | বিবর |
| cavety, nasal | নাসিকা-বিবর |
| cavety, vocal | মুখ-বিবর |
| cavity, mouth | মুখ-বিবর |
| centre | কেন্দ্র, মাঝভাগ |

| | |
|---|---|
| centre of the tongue | জিভাব মাজ ভাগ |
| central | কেন্দ্ৰীয় |
| central vowel | কেন্দ্ৰীয় স্বৰ |
| centum | কেণ্টুম |
| cerebral | মূৰ্ধন্য |
| cerebralisation | মূৰ্ধন্যীকৰণ, মূৰ্ধন্যীভৱন |
| chamber | কোষ্ঠ |
| change | পৰিবৰ্তন |
| changing | পৰিবৰ্তনশীল |
| character | লিপিচিহ্ন |
| characteristics | লক্ষণ |
| chart | তালিকা |
| checked syllable | বদ্ধাক্ষৰ |
| chest pulse | হৃৎস্পন্দ |
| chrone | মাত্ৰা |
| chroneme | মাত্ৰাগ্ৰাম |
| chronological | কালক্ৰমিক |
| chronology | কালক্ৰম |
| circumflex | স্বৰিত |
| class | বৰ্গ |
| classical sanskrit | লৌকিক সংস্কৃত |
| classification | বৰ্গীকৰণ |
| classification, language | ভাষাৰ বৰ্গীকৰণ |
| classification, historical | ঐতিহাসিক, পাৰিবাৰিক বৰ্গীকৰণ |
| classification, syntactical | আকৃতিমূলক বৰ্গীকৰণ |
| classification, geographical | ভৌগোলিক বৰ্গীকৰণ |
| classifier | বৰ্গকৰ্তা |
| clause | উপবাক্য |
| clear | স্পষ্ট |
| clear l | স্পষ্ট ল |

| | |
|---|---|
| click | টোকাধ্বনি |
| clipped | কর্তিত, চুটী |
| close | সংবৃত |
| closed | সংবৃত, বদ্ধ |
| closed syllable | বদ্ধাক্ষর |
| close vowel | সংবৃত স্বর |
| closure | সংবৃতি |
| cluster | গুচ্ছ |
| cluster, consonant | ব্যঞ্জন-গুচ্ছ |
| co articulation | সমোচ্চারণ |
| coda | অক্ষরান্ত |
| cognate | সজাতীয়, সজাতীয় শব্দ |
| cognate noun | সজাতীয় বিশেষ্য |
| cognate object | সজাতীয় কর্ম |
| coinage | শব্দনির্মাণ |
| coined word | নবনির্মিত শব্দ |
| collective noun | সমূহবাচক বিশেষ্য |
| colloquial | কথাবার্তায় ব্যবহৃত |
| column | স্তম্ভ |
| combination | সংযোগ |
| common | জনসাধারণ |
| common noun | জাতিবাচক বিশেষ্য |
| common gender | উভয়-লিঙ্গ |
| community, speech | ভাষা-সম্প্রদায় |
| communication | যোগাযোগ, মিলা-মিশা |
| comparative | তুলনাত্মক |
| comparative, grammar | তুলনাত্মক ব্যাকরণ |
| comparative, linguistics | তুলনাত্মক ভাষা-বিজ্ঞান |
| comparison | তুলনা |
| compensatory lengthening | ক্ষতিপূরক দীর্ঘীকরণ |

| | |
|---|---|
| complement | পূৰক |
| complementary distribution | পৰিপূৰক বিতৰণ |
| complete | পূৰ্ণ |
| completely incorporating | পূৰ্ণ-প্ৰশ্লিষ্ট |
| complete stop | পূৰ্ণ-স্পৰ্শ |
| complex | মিশ্ৰ |
| complicated | জটিল |
| component | সংঘটক, উপাংশ |
| component, integral | অখণ্ড সংঘটক |
| composite | সংশ্লিষ্ট |
| composition | ৰচনা |
| composition of sentence | বাক্য-ৰচনা |
| compound | সমাস, সংযুক্ত |
| compound consonant | সংযুক্ত ব্যঞ্জন |
| compound form | সংযুক্ত ৰূপ |
| compounded | সমাসভূত |
| concept | ধাৰণা |
| conceptual | ধাৰণাত্মক |
| conclusion | সিদ্ধান্ত, সামৰণি |
| concord | অন্বিতি |
| concordance | অন্বিতি |
| concrete | মূৰ্ত |
| concrete noun | মূৰ্তবোধক বিশেষ্য |
| concrete sense | মূৰ্ত ভাৱ |
| condition | স্থিতি |
| conditional | সাপেক্ষ, প্ৰাতিবন্ধিক, ছৰ্ত সাপেক্ষতা |
| conformative | সমৰ্থক |
| congruence | অন্বিতি |
| conjugation | ক্ৰিয়াৰূপ |

| | |
|---|---|
| conjugational termination | ক্রিয়া-বিভক্তি |
| conjunct | সংযুক্ত |
| conjunction | যোজক অব্যয় |
| conjunctive | অসমাপিকা |
| connection | সম্বন্ধ |
| connotation | অভিধান |
| consequence clause | পরিণামী উপবাক্য |
| consonance | স্বর-ঐক্য |
| consonant | ব্যঞ্জন, ব্যঞ্জনধ্বনি |
| consonant phoneme | বিশিষ্ট ব্যঞ্জনধ্বনি |
| consonantal | ব্যঞ্জনাত্মক |
| consonantal, glide | ব্যঞ্জন-শ্রুতি |
| constituent | অঙ্গ |
| constricted | নিকুঞ্চিত |
| construction | বাক্য-রচনা |
| contact | সংস্পর্শ, স্পর্শ |
| contact sound | স্পর্শ-ধ্বনি |
| contact theory | সংস্পর্শবাদ |
| contamination | সংস্পর্শবিকার |
| content | অন্তঃস্থ |
| context | সন্দর্ভ |
| contiguous | লগালগী |
| continuative | সপ্রবাহ |
| continuant | প্রবাহধ্বনি |
| continuous | অবিচ্ছিন্ন |
| contraction | সংকোচ |
| contraction of meaning | অর্থসংকোচ |
| contradictory | বিরোধাত্মক |
| contrast | বিরোধ |
| contrastive | বিরোধী |

| | |
|---|---|
| contrastive pair | বিৰোধী যুগ্ম |
| conventional | পৰম্পৰাগত |
| conversation | কথাবতৰা |
| convergent | অভিসাৰী |
| copula | সংযোজক ক্ৰিয়া |
| correct | শুদ্ধ |
| correct form | শুদ্ধ ৰূপ |
| correctness | শুদ্ধতা |
| corelation | পাৰস্পৰিক সম্বন্ধ |
| correspondence | অনুৰূপতা |
| corresponding | অনুৰূপ |
| corresponding form | প্ৰতিৰূপ |
| corresponding letter | প্ৰতিবৰ্ণ |
| corresponding sound | প্ৰতিধ্বনি |
| corresponding word | প্ৰতিশব্দ |
| corrupt | বিকৃত |
| corruption | বিকৃতি |
| court language | ৰাজভাষা |
| creolised | ক্ৰেওলীয় |
| crest | শীৰ্ষ |
| crest of sonority | মুখৰতাশীৰ্ষ |
| criterion | মাপদণ্ড |
| culmination | পৰাকোটি |
| cultivated | উন্নত |
| cultivated language | উন্নত ভাষা |
| culture | সংস্কৃতি |
| cultural | সাংস্কৃতিক |
| cultured | সুসংস্কৃত |
| cuneiform | কীলাক্ষৰ |
| curled up | উৎকুঞ্চিত |

| | |
|---|---|
| current | প্রচলিত |
| cursive | ঘসীট |
| curtailed | সংক্ষিপ্ত |

## D

| | |
|---|---|
| dardic | দর্দীয় |
| dark | অস্পষ্ট |
| dark l | অস্পষ্ট ল |
| dash | নির্দেশক রেখা |
| data | তথ্যপাতি |
| dative case | সম্প্রদান কারক |
| daughter language | দুহিতৃভাষা |
| dead language | মৃতভাষা |
| deaspirate | অল্পপ্রাণ |
| deaspiration | অল্পপ্রাণীকরণ, অল্পপ্রাণীভবন, অল্পপ্রাণত্ব |
| decay | অবনতি |
| declension | কারক-রূপ |
| declinable | বিকারী |
| decline | রূপ কর্ |
| deduction | অনুমিতি |
| defective | দোষযুক্ত |
| definite | নির্দিষ্ট |
| definitive | নির্দিষ্টতাবাচক প্রত্যয় |
| definition | সংজ্ঞা |
| degree | কোটি |
| delabialization | অনোষ্ঠীকরণ |
| delengthening | হ্রস্বীকরণ |
| demonstrative | নিশ্চয়বাচক |
| denasalization | অনানুনাসিকীকরণ |

